

# দৰঙী লোক-সাহিত্য সমীক্ষা

মুখ্য সম্পাদক
ড° পৰমানন্দ ৰাজবংশী
সম্পাদক
শৈলেনকুমাৰ ৰাজবংশী

# দৰঙী লোক-সাহিত্য সমীক্ষা




ড° পৰমানন্দ ৰাজবংশী
মুখ্য সম্পাদক
শৈলেন কুমাৰ ৰাজবংশী
সম্পাদক



দৰঙী গৱেষণা প্ৰতিষ্ঠান আৰু তনুৰাম ৰাজবংশী(শাস্ত্ৰী) পুথিভঁৰাল
দেওমৰনৈ ঃ দৰং

অসম সাহিত্য সভা
যোৰহাট

DARANGI LOKA SAHITYA SAMIKSHA : *A Collection of Research-based Articles on Folk Literature of Darrang; Edited by Dr. Paramananda Rajbongshi & Sailen Kumar Rajbongshi and Published by General Secretary, Asam Sahitya Sabha, Chandra Kanta Handiqui Bhawan, Jorhat, 785001.*

প্ৰকাশক
**ড° পৰমানন্দ ৰাজবংশী**
**প্ৰধান সম্পাদক**
**অসম সাহিত্য সভা**

প্ৰথম প্ৰকাশ
**২৫ জানুৱাৰী ঃ ২০১১**

বেটুপাত
**মনোজ কুমাৰ ডেকা**

ডি.টি.পি.
**হেমৰাজ অক্ষৰ বিন্যাস**

**অবিহণা ঃ ১৫০.০০ টকা**

**মুদ্ৰণ**
**ভবানী প্ৰিন্ট এণ্ড পাব্লিকেশ্যনচ্**
**লাচিত লেন, ৰাজগড় ৰোড, গুৱাহাটী-৭৮১০০৭**

# অসম সাহিত্য সভাৰ সভাপতিৰ একাষাৰ

অসমৰ লোক-সাহিত্য ঐতিহ্যমণ্ডিত। সেইবাবেই আজি অসমীয়া সাহিত্য ফলে-ফুলে জাতিস্কাৰ হৈ উঠিছে। কাৰণ লোক-সাহিত্যৰ বুনিয়াদতেই আধুনিক সাহিত্যই ঠন ধৰি উঠে।

সম্প্ৰতি লোক-সাহিত্যত চিন্তা-চৰ্চা আৰু গৱেষণা যথেষ্ট পৰিমাণে জনপ্ৰিয় হৈ উঠিছে যদিও বিজ্ঞান সন্মত চিন্তা-চৰ্চা আৰু গৱেষণাৰ আৰু প্ৰয়োজন আছে। প্ৰত্যেকখন জিলাই যদি বিজ্ঞানসন্মতভাৱে নিজস্বভাৱে লোক-সাহিত্যৰ বিষয়ে চিন্তা-চৰ্চা আৰু গৱেষণাত গুৰুত্ব দিয়ে তেন্তে সামগ্ৰিকভাৱে অসমীয়া লোক-সাহিত্য আৰু অধিক ব্যাপক, গভীৰ আৰু বৰ্ণাঢ্য হৈ পৰিব।

দৰং জিলা সাহিত্য সভাৰ অন্যতম সক্ৰিয় শাখা দেওমৰনৈ সাহিত্য সভাই আজি প্ৰায় ডেৰ বছৰ মান আগতেই **দৰঙী লোক-সাহিত্য সমীক্ষা** শীৰ্ষক গ্ৰন্থখনি প্ৰস্তুত কৰি অসম সাহিত্য সভালৈ প্ৰকাশৰ বাবে প্ৰেৰণ কৰিছিল। ইতিমধ্যে এই দেওমৰনৈতেই অসম সাহিত্য সভাই **তনুৰাম ৰাজবংশী (শাস্ত্ৰী) পুথিভঁৰাল আৰু দৰঙী গৱেষণা প্ৰতিষ্ঠান** প্ৰতিষ্ঠা কৰিছে আৰু এই গৱেষণা প্ৰতিষ্ঠানৰ তৰফৰ পৰা সভাই গ্ৰন্থখন প্ৰকাশৰ বাবে আগবাঢ়িছে।

গ্ৰন্থখনি সৰ্বমুঠ চাব্বিশটা দৰঙৰ লোক সাহিত্য সম্পৰ্কীয় চিন্তাপ্ৰসূত প্ৰবন্ধ সন্নিবিষ্ট হৈছে। ইতিমধ্যে দৰঙী লোক-সাহিত্য সম্পৰ্কীয় বহুখিনি চিন্তা-চৰ্চা হৈছে যদিও সভাই প্ৰকাশ কৰা **দৰঙী লোক-সাহিত্য সমীক্ষা** গ্ৰন্থখনিয়ে নিশ্চয় সংশ্লিষ্ট বিষয়ৰ ছাত্ৰ-ছাত্ৰী, গৱেষক-পণ্ডিতসকলক প্ৰভূত পৰিমাণে উপকৃত কৰিব বুলি আমাৰ পৰম বিশ্বাস। এইছেগতে গ্ৰন্থখনিৰ মুখ্য সম্পাদক ড০ পৰমানন্দ ৰাজবংশী, সম্পাদক শ্ৰীশৈলেন কুমাৰ ৰাজবংশী প্ৰমুখ্যে প্ৰবন্ধ লেখক, বেটুপাত আঁকোতা, মুদ্ৰক সকললৈকে সভাৰ তৰফৰ পৰা কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

।। চিৰ চেনেহী মোৰ ভাষা জননী।।

**ৰংবং তেৰাং**
সভাপতি
অসম সাহিত্য সভা
১১/১/১১

# অৱতৰণিকা

লোক- সাহিত্য লোক জীৱনৰ প্ৰতিবিম্ব। অনাখৰীলোকৰ সৃজনী প্ৰতিভাৰ উৎকৃষ্ট ফচল এই লোক-সাহিত্য। মানুহ জীৱ শ্ৰেষ্ঠ। যাদৃচ্ছিক অৰ্থ পূৰ্ণ- ধ্বনি সৃষ্টিকাৰী আৰু বোধ শক্তিৰ অধিকাৰী হোৱাৰ বাবেই মানুহ জীৱ শ্ৰেষ্ঠ হিচাপে পৰিগণিত হৈছে। অৰ্থপূৰ্ণ ধ্বনি-সৃষ্টিৰ ফলশ্ৰুতিত মানুহে ভাষা ক'ব পৰা হ'ল। ভাব-অনুভূতিৰাশি প্ৰকাশক্ষম ভাষাই পোনপ্ৰথম শব্দ-বিন্যাস ৰূপত গীত হৈ পৰিল। মানুহে সেয়ে গীতক অধিক প্ৰাধান্য দিলে অন্তৰৰ ভাব-অনুভূতি স্বতস্ফূৰ্ত প্ৰকাশৰ মাধ্যম হিচাপে। এই গীতেই পৰিশেষত পদ্য অথবা কাব্যৰূপে আত্মপ্ৰকাশ কৰিলে।

এনেদৰে লোক কথা সাহিত্যয়ো সমান্তৰালভাবে লোকজীৱনৰ সঁহাৰিত অধিক ব্যাপক হৈ পৰিল। ই স্বাভাৱিক ৰূপত লোক-সাহিত্যৰ এক মূৰ্ত কলা হিচাপে চিহ্নিত হ'ল। অকল এয়ে নহয় লোককথা আৰু অধিক প্ৰাণৱন্ত হৈ পৰিল লোক প্ৰবচন, সাঁথৰ, দিষ্টান আদিৰ স্বাভাৱিক তথা অৰ্থপূৰ্ণ ব্যৱহাৰৰ ফলত। লোককথাৰ 'সৰবজান' গৰাকী সেয়ে আমাৰ লোক-জীৱনৰ আটাইতকৈ পৰম আকাংক্ষিত যেন এগৰাকী যাদুকৰ। প্ৰত্যেকগৰাকী শিশুৱে শৈশৱ কালতেই এনে ককা-আইতা অথবা পৰিয়াল, সমাজখনৰ 'সৰবজান'ৰ জৰিয়তে সৃজনী প্ৰতিভা অথবা সুকুমাৰ মনৰ কঠিয়া সিঁচে।

মন্ত্ৰ-সাহিত্যয়ো যুগে যুগে আমাৰ লোক-জীৱনক স্বাস্থ্যৱন্ত কৰাত ইন্ধন যোগাই আহিছে। যদিও ই প্ৰকাৰন্তৰে 'বিশ্বাসে মিলয় হৰি' দৰে তথাপি এনে মন্ত্ৰ সাহিত্যই লোক-সাহিত্যৰ পথাৰত পীৰা পাৰি বহি আছে।

এই কথা স্বীকাৰ্য যে লোক-সাহিত্যৰ লক্ষণ অথবা বৈশিষ্ট্য পৃথিবীৰ সকলো ঠাইতে একে। মাথো ভাষাৰ পাৰ্থক্যৰ বাহিৰে লোক-সাহিত্যৰ শ্ৰেণীগত বিশেষ কোনো পাৰ্থক্য নাই। সেয়ে কোৱা হয় লোক-সাহিত্য বিশ্বজনীন। বিশ্বৰ যিকোনো লোক-সাহিত্যৰ অভ্যন্তৰত সোমাই পৰিলেই এই কথা স্পষ্ট হৈ পৰিব।

অসম লোক-সাহিত্যৰ ৰম্যপুৰী। অসমৰ এই ৰম্যপুৰীক অধিক সমৃদ্ধিশালী কৰাৰ মূলতে ইয়াৰ বিভিন্ন আঞ্চলিক লোক-সাহিত্য। প্ৰাচীন প্ৰাগজ্যোতিষ, তাৰ পাছত কামৰূপ আৰু পৰিশেষত 'অসম'ৰ পটভূমি যদি নিৰ্মোহভাবে বিশ্লেষণ কৰোঁ; তেন্তে আমি দেখিম এই লোক-সাহিত্য অতীজত নিৰ্দিষ্ট তদানীন্তন জনগোষ্ঠীসমূহৰ মাজতেই সীমাবদ্ধ হৈ আছিল। তেতিয়া সেই সময়ৰ ৰাজপৃষ্ঠপোষকতাত এচাম পণ্ডিত-পুৰোহিতক প্ৰাচীন অসমলৈ অনা হ'ল। তেখেতসকলৰ প্ৰচেষ্টাতেই সংস্কৃত ভাষাৰ কাঠামোত এক সংযোগী ভাষাৰ সৃষ্টি হ'ল। সেইসময়ৰ বৰাহী ৰজাসকলৰ পৃষ্ঠপোষকতাত,কোচবেহাৰৰ কোচৰজাৰ পৃষ্ঠপোষকতাত যি এক সাহিত্য-সংস্কৃতিৰ পৰিবেশ গঢ়ি উঠিল ইয়াৰ ফলতেই প্ৰাচীন অসম প্ৰকৃতাৰ্থত হৈ পৰিল প্ৰাগজ্যোতিষ। মাধৱ কন্দলিৰ ৰামায়ণ সেই সময়ত পদ ভাঙনি হোৱাৰ বাবেই নিচেই দাঁতি কাষৰীয়া কাৰ্বিসকলৰ মাজতো হৈ পৰিল কাবি লামতাছাম। একেদৰে গুৰু দুজনা আৰু সেইসময়ৰ কোচবেহাৰৰ পণ্ডিতমণ্ডলীৰ প্ৰত্যক্ষ সাহিত্য চৰ্চাই এক নতুন পৰিমণ্ডলৰ সৃষ্টি কৰিলে। জড়বাদী ধৰ্মই হিন্দুত্ব লাভ কৰি বিশেষ কিৰাতজ ধৰ্ম হিচাপে আঞ্চলিক নামাৱলী পিন্ধি ললে। ইয়াৰ আগতে বৌদ্ধ ধৰ্মৰ শেহতীয়া পন্থীসকলক আমি কোনোপধ্যেই আওকান কৰিব নোৱাৰো। চৰ্যাপদৰ পৰা দৰঙত প্ৰচলিত 'চিঁয়াগীত'লৈকে আমি এক বিশেষ সুঁতি অনুভৱ কৰিব পাৰোঁ। অথবা দৰঙৰ বিয়াহৰ ওজাপালিৰ তৌৰ্যত্ৰিক যন্ত্ৰৰ সৈতে বৌদ্ধধৰ্মৰ সম্পৰ্ক অস্বীকাৰ কৰিব নোৱাৰো। অস্বীকাৰ কৰিব নোৱাৰো বৌদ্ধ ধৰ্মীয় গীতৰ সৈতে ওজাপালিৰ গীতৰ সম্পৰ্কৰ কথা। বহু ৰাজনৈতিক, সামাজিক পৰিৱৰ্তনৰ ফলত ভাষায়ো পৰিৱৰ্তনৰ চোলা পিন্ধিবলগীয়া হৈছে। বিশেষকৈ ইয়াণ্ডাবু সন্ধিৰ পাছত যি এক ৰাজনৈতিক পৰিৱৰ্তনৰ সূচনা হ'ল ইয়ে আমাৰ আগৰ প্ৰাচীন ঐতিহ্যৰ চৰিত্ৰ বহুখিনি সলাই পেলালে। খ্ৰীষ্টান মিছনেৰীৰ আগমন, 'অৰুণোদই' প্ৰকাশ,'জোনাকী'ৰ জন্ম আদিয়ে প্ৰাচীন অসমৰ ভাষাটোৰ চৰিত্ৰ বহুখিনি সলাই পেলালে। পুনৰ 'অসমীয়া' নামকৰণেৰে আধুনিক যুগত অন্য এক মান্যভাষাই বিশেষ গুৰুত্ব লাভ কৰিলে।

একেদৰে দ্বাদশ-ত্ৰয়োদশ শতিকাত অসমলৈ অহা মুছলমান, ১৮৩৬ চনত অসমত প্ৰৱেশ কৰা খ্ৰীষ্টান মিছনেৰীসকলে অসমৰ ধৰ্মীয় দিশতো এক সুদূৰপ্ৰসাৰী প্ৰভাৱ বিস্তাৰ কৰিলে। চাহ খেতিৰ বাবে অহা চাহ জনগোষ্ঠী, প্ৰাচীন অসম ৰাজনৈতিকভাবে চিন্ন-বিচ্ছিন্ন হোৱাৰ বাবে অহা পমুৱা হিন্দু-মুছলমানে অসমৰ ৰাজনৈতিক, সামাজিক আৰু ধৰ্মীয় দিশটোক বিশেষভাবে প্ৰভাৱান্বিত কৰিলে। আজি চৰ-চাপৰিৰ লোকসকল, চাহজনগোষ্ঠীসকল অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ অবিচ্ছেদ্য অংগ হৈ পৰিল।

স্বাভাৱিকতেই এনে আমূল পৰিৱৰ্তনৰ বৈশিষ্ট্যসমূহ লোক-সাহিত্যতো পৰিদৃশ্যমান হ'ল। প্ৰাচীন লোক-সাহিত্যয়ো সেয়ে বহু পৰিমাণে ৰূপ সলাবলৈ বাধ্য হ'ল। যুগ পৰিৱৰ্তন আৰু ৰাজনৈতিক উত্থান-পতনৰ সৈতে খোজ মিলাবলগীয়া হ'ল। আনকি দোৱান হিচাপে প্ৰচলিত জনগোষ্ঠীয় সংযোগী মাধ্যমো এতিয়া প্ৰকৃতাৰ্থত ভাষা হিচাপে স্বীকৃতি লভিবলৈ সক্ষম হ'ল।

অসমৰ এনে ভিন্ন পটভূমিৰ সৈতে প্ৰাচীন দৌৰঙ্গ দেশ দৰঙতো লোক-সাহিত্যই বৈচিত্ৰ্যময় ৰূপত আত্ম প্ৰকাশ কৰিলে। দৰঙৰ সৈতে পুৰণি তিব্বত, ভুটানৰ সম্পৰ্ক, মংগোলীয় প্ৰধান জনগোষ্ঠী বড়ো, ৰাভা, কছাৰী, কোচ প্ৰভৃতি জনগোষ্ঠী আৰু আৰ্য মূলৰ লোকৰ প্ৰাধান্যই এই দৰঙক ক্ষুদ্ৰ ভাৰতবৰ্ষ কৰি তুলিছে। শেহতীয়াকৈ চাহ জনগোষ্ঠী, অভিভাষী মুছলমান লোকসকলে দৰঙী সংস্কৃতিক আৰু অধিক বৰ্ণময় কৰি তুলিছে। এই ভিন্ন ধৰ্মীয় প্ৰজাতিৰ বাবে ৰহনীয়া সংস্কৃতিৰ

আধাৰত সৃষ্ট লোক-উৎসৱ, লোকাচাৰ আদিৰ সৈতে লোক-সাহিত্যৰ সম্পৰ্ক অংগাংগি।

দৰঙ যিহেতু অসমৰ প্ৰাচীন পৰম্পৰাগত লোকনাট্য ওজাপালিৰ পৃষ্ঠভূমি সেয়ে দৰঙী লোকগীতৰ সৈতে এই ওজাপালি গীতৰ প্ৰভাৱ সহজে অনুমেয়। দৰঙৰ আইনাম, বিয়ানাম, চিয়াগীত, চেৰাঢেক, খুলীয়া ভাউৰীয়াৰ গীত, ঢেপাঢুলীয়া, বৰঢুলীয়া আদি বিভিন্ন লোকগীতৰ সৈতে ওজাপালিৰ গীতবোৰৰ এক আন্তঃসমন্বয় আছে। সেয়া গৱেষক-সংগীতজ্ঞইহে সহজে বুজিব পাৰিব। এক কথাত ক'বলৈ গ'লে ওজাপালিৰ বুনিয়াদতেই দৰঙৰ লোকগীতে এক সুকীয়া ৰূপ পাবলৈ সমৰ্থ হৈছে। দৰঙৰ জনগাঁথনিৰ বৈচিত্ৰ্যপূৰ্ণ চৰিত্ৰৰ বাবেই দৰঙৰ ভাষাই সুকীয়া দৰঙী ভাষা হিচাপে সমাদৃত হৈছে। দৰঙৰ প্ৰকাণ্ড প্ৰকাণ্ড পুখুৰী, মঠ-মন্দিৰ, ঐতিহাসিক ঠাই আদিৰ সৈতেও লোকগীত, লোককথা সম্পৃক্ত। দৰঙত প্ৰচলিত ডাকৰ বচন, লোক প্ৰবচন, খণ্ডবাক্য, ফকৰা-যোজনা, মন্ত্ৰ সাহিত্যই দৰঙী লোক সাহিত্যক সম্পদশালী কৰি তুলিছে। বিভিন্ন লোকনাট্যানুষ্ঠান বিশেষকৈ অৰ্ধনাটকীয় নাট্যানুষ্ঠানত গীত হৈছে অপৰিহাৰ্য। সেয়ে এই লোকগীতখিনিৰ এক সুকীয়া মৰ্যাদা আছে। খাওঁতে-শোওঁতে, উঠোঁতে-বহোঁতে গীত-পদ, খণ্ডবাক্য, ফকৰা-যোজনা, দিষ্টান, লোক-কথাই দৰঙৰ মানুহক কৰি তুলিছে অধিক প্ৰাণৱন্ত আৰু এক সুকীয়া সংস্কৃতিৰ অধিকাৰী।

দৰং জিলা সাহিত্য সভাৰ অন্তৰ্গত দেওমৰনৈ সাহিত্য সভাৰ ৰূপালী জয়ন্তী বৰ্ষতেই দৰঙী লোক-সাহিত্য সম্পৰ্কীয় গ্ৰন্থখনি প্ৰকাশৰ বাবে শাখা সভাৰ হৈ ভ্ৰাতৃসম শৈলেন কুমাৰ ৰাজবংশীয়ে আমাৰ ওচৰ চপাত বিদ্যায়তনিক দিশলৈ চাই বিষয়সূচী প্ৰস্তুত কৰি সংশ্লিষ্ট বিষয়ৰ পাৰদৰ্শী ব্যক্তি বিশেষৰ সৈতে যোগাযোগ কৰা হৈছিল যদিও বহুতে সঁহাৰি দিলে আৰু দুই একে নিদিলে। ভবামতে বহুতে বিষয়বস্তু সম্পৰ্কে গভীৰ আলোচনা কৰিব নোৱাৰিলে যদিও ইয়াৰে কেইটামান প্ৰবন্ধই নিশ্চয় দৰঙী লোক-সাহিত্যৰ স্বৰূপ বুজাবলৈ সাৰ্থক হ'ব বুলি ভাবিয়েই গ্ৰন্থখনি মুদ্ৰণৰ বাবে প্ৰেৰণ কৰিলোঁ। সভাৰ দেওমৰনৈত ইতিমধ্যে প্ৰতিষ্ঠা কৰা তনুৰাম ৰাজবংশী (শাস্ত্ৰী) পুথিভঁৰাল আৰু দৰঙী গৱেষণা প্ৰতিষ্ঠানৰ তৰফৰ পৰাই গ্ৰন্থখনি প্ৰকাশৰ ব্যৱস্থা কৰা হ'ল।

গ্ৰন্থখনি প্ৰকাশৰ মুখ দেখাত সিংহভাগ কৃতিত্বৰ অধিকাৰী সম্পাদক শৈলেন কুমাৰ ৰাজবংশী। লগতে সমূহ প্ৰবন্ধৰ লেখক-লেখিকা, বেটুপাত অংকন শিল্পী, মুদ্ৰক আৰু অক্ষৰ বিন্যাস কৰোঁতা আটাইলৈ আমাৰ আন্তৰিক শলাগ জ্ঞাপন কৰিছোঁ, এই চেগতে।

।। চিৰ চেনেহী মোৰ ভাষা জননী।।

**পৰমানন্দ ৰাজবংশী**

১১/১/২০১১ মুখ্য সম্পাদক

# সম্পাদকৰ একাষাৰ

লোক-সাহিত্য বুলিলে যুগ যুগ ধৰি মানুহৰ মুখে মুখে চলি অহা ভিন্ন ধৰ্মী গীত-মাত যেনে- পৰম্পৰাগত লোকনাট্যৰ গীত-মাত, নিচুকনী গীত, বিয়াগীত, আইনাম, বিভিন্ন প্ৰকাৰ পৰিৱেশ্য কলাৰ সৈতে সম্পৃক্ত গীত-মাত আদিৰ উপৰি ফকৰা যোজনা, সাঁথৰ, মালিতা, ডাকৰ বচন, তন্ত্ৰ-মন্ত্ৰ, সাধু কথা আদিক সামৰি লোৱা হয়। এনেবোৰ লোক-সাহিত্যৰ সমলে একো একোটা অঞ্চলৰ মানুহৰ বা একোটা জাতিৰ আশা-আকাংক্ষা, দুখ-বেজাৰ, আনন্দ-উল্লাস ভক্তি, শ্ৰদ্ধা বা মানসিক চিন্তাধাৰাৰ পৰিচয় বহন কৰে। লোক-সাহিত্যক লোক-সংস্কৃতিৰ এটি প্ৰধান অংগৰূপে গণ্য কৰা হয়। যি সমাজে লোক-সাহিত্য আৰু সংস্কৃতিৰ পৰম্পৰাগত উপাদান সমূহৰ স্বকীয় ঐতিহ্য বিনষ্ট নোহোৱাকৈ বাহিৰৰ পৰা আমদানি হোৱা সাহিত্য-সংস্কৃতিৰ উপাদান সমূহো সমাজৰ উপযোগীকৈ গ্ৰহণ কৰিব পাৰে সেই সমাজেই হয়তো সু সংহত সমাজ । এনে ক্ষেত্ৰত স্বকীয় ঐতিহ্য-পৰম্পৰা বহন কৰা নিজ অঞ্চলৰ বা জাতিটোৰ লোক-সাহিত্যৰ সমল তথা উপাদান সমূহৰ বিষয়ে নিশ্চয় জানিব লাগিব।

অসমৰ সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰখনত দৰঙৰ লোক-সাহিত্য তথা সংস্কৃতিৰ সমল সমূহে এক উল্লেখযোগ্য স্থান দখল কৰি আছে। তেনেক্ষেত্ৰত দৰঙী লোক-সাহিত্য আৰু সংস্কৃতিৰ প্ৰায়ভাগ দিশত যিদৰে অধ্যয়ন তথা গৱেষণা হ'ব লাগিছিল সেইধৰণে নোহোৱাকৈয়ে কেবাটাও দশক পাৰ হৈ গৈছে যদিও আজি কিছু বছৰ আগৰ পৰা দৰঙৰলোক-সাহিত্য আৰু সংস্কৃতিৰ চৰ্চাৰ ক্ষেত্ৰখনত চকুত লগাকৈ প্ৰসাৰ হ'ব ধৰিছে। আজিকালি বিচাৰিলেই এই সম্পৰ্কীয় কিছু সংখ্যক গ্ৰন্থ, বিভিন্ন আলোচনী, কাকতে-পত্ৰই চিন্তাশীল লেখকৰ বিভিন্ন তথ্য সমৃদ্ধ আৰু গৱেষণামূলক লেখা পঢ়িবৰ বাবে পোৱা যায়। কিন্তু দৰঙৰ লোক-সাহিত্য আৰু সংস্কৃতিৰ ভঁৰাল চহকী কৰা সম্পদ সমূহৰ বিজ্ঞানসন্মত অধ্যয়ন, গৱেষণা তথা প্ৰতিফলন হ'বলৈ এতিয়াও বহু বাকী। লক্ষ্য কৰিলে দেখা যায় ইতিমধ্যে পৰিচিত অথবা হেৰাই যাব ধৰা সম্পদ সমূহক উদ্ধাৰ কৰি অধিক অধ্যয়ন আৰু গৱেষণাৰ বাবে বিভিন্ন অনুষ্ঠান, লেখক-লেখিকাই অহৰহ প্ৰচেষ্টা চলাই আছে। **দেওমৰনৈ সাহিত্য সভা**য়ো ইয়াৰ ৰূপালী জয়ন্তী বৰ্ষ উদ্‌যাপন কৰাৰ সুবাদতে ঘাইকৈ দৰঙৰ লোক-সাহিত্য সম্পৰ্কীয় বিষয়টোক অধিক গুৰুত্ব প্ৰদান কৰি **দৰঙী লোক-সাহিত্য সমীক্ষা** নামেৰে এখন গ্ৰন্থ প্ৰকাশৰ আঁচনি গ্ৰহণ কৰিছিল। দৰঙৰ লোক-সাহিত্য আৰু সংস্কৃতিৰ বিভিন্ন দিশ প্ৰতিফলিত কৰাৰ মানসেৰে দৰঙত ইতিপূৰ্বে কে'বাখনো গ্ৰন্থ প্ৰকাশ হৈছে যদিও দৰঙৰ লোক-সাহিত্য আৰু সংস্কৃতিৰ ভালেখিনি দিশ আৰু অধিক চৰ্চাৰ স্থল নোহোৱা নহয়। এনে ক্ষেত্ৰত অসমৰ লোক-সাহিত্য আৰু সংস্কৃতিৰ অমূল্য সম্পদ দৰঙী

লোক-সাহিত্য তথা সংস্কৃতিৰ প্ৰসাৰ আৰু প্ৰচাৰৰ ক্ষেত্ৰত অৰিহনা যোগোৱাৰ সদিচ্ছাৰে দেওমৰনৈ সাহিত্য সভাই প্ৰকাশ কৰিব বিচৰা এই গ্ৰন্থখনি বিভিন্ন কাৰণত প্ৰকাশৰ পথ প্ৰশস্ত হৈ উঠা নাছিল। সময়মতে লিখনি আহি নোপোৱা তথা পিছলৈ বিশেষকৈ আৰ্থিক অনাটনৰ বাবে গ্ৰন্থখনি প্ৰকাশ কৰি পাঠক সমাজৰ হাতত তুলি দিব পৰা হোৱা নাছিল।

আমাৰ সৌভাগ্য এই যে **অসম সাহিত্য সভাৰ** তৰফৰ পৰা এই গ্ৰন্থখনিৰ গুৰুত্ব আৰু প্ৰকাশৰ প্ৰয়োজনীতা অনুভৱ কৰি অসম সাহিত্য সভাৰ প্ৰকাশন বিভাগে উক্ত গ্ৰন্থ প্ৰকাশৰ বাবে দায়িত্ব ললে। যাৰ ফলত গ্ৰন্থখনিয়ে প্ৰকাশৰ মুখ দেখিলে। গ্ৰন্থখনি অসম সাহিত্য সভাই প্ৰকাশৰ বাবে বাছনি কৰাত আমি সঁচাকৈয়ে গৌৰৱ অনুভৱ কৰিছো। এই চেগতে অসম সাহিত্য সভাৰ মাননীয় সভাপতি **পদ্মশ্ৰীৰংবং তেৰাং**, মাননীয় প্ৰধান সম্পাদক **ড° পৰমানন্দ ৰাজবংশী** সভাৰ তদানীন্তন প্ৰকাশন সচিব **শ্ৰীভৱানী প্ৰসাদ অধিকাৰীদেৱ** তথা **কাৰ্যনিৰ্বাহক সমিতিৰ সমূহ বিষয়ববীয়া, সদস্য-সদস্যালৈ** আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলো।

গ্ৰন্থখনিত দৰঙী লোক-সাহিত্যৰ সমল সমূহৰ লগতে দৰঙৰ মানুহ, ভৌগোলিক স্থিতি ভাষা-উপভাষা আদিৰ বিষয়েও তথ্য সমৃদ্ধ নিবন্ধ বিষয়সূচীৰ অন্তৰ্ভুক্ত কৰা হৈছে। ইয়াৰ বাহিৰেও আৰু ভালেমান বিষয়ৰ লেখা অন্তৰ্ভুক্ত কৰিব পৰা গ'লহেতেন যদিও সংশ্লিষ্ট লেখা সময়মতে সম্পাদনা সমিতিলৈ আহি নোপোৱাত এই গ্ৰন্থখনিত সামৰি ল'ব পৰা নগ'ল। প্ৰসঙ্গক্ৰমে এই কথা উল্লেখ কৰা ভাল হ'ব যে প্ৰবন্ধ সমূহ লিখাৰ ক্ষেত্ৰত প্ৰায়ভাগ লেখাতে অবিভক্ত দৰং (বৰ্তমানৰ দৰং আৰু ওদালগুৰি জিলা) ভিত্তিত বিষয় বস্তুৰ প্ৰতিফলন ঘটাবলৈ প্ৰয়াস কৰা হৈছে।

নকৈ নোৱাৰিলো যে উক্ত গ্ৰন্থখন প্ৰকাশৰ বাবে গ্ৰহণ কৰা পৰিকল্পনাৰ সফল ৰূপায়ণত সহায়-সহযোগিতা কৰা সকলৰ ভিতৰত প্ৰথমে নাম ল'ব লাগিব লেখক-লেখিকাসকলৰ। কিয়নো তেওঁলোকৰ ত্যাগ আৰু পৰিশ্ৰমৰ ফলশ্ৰুতিত সৃষ্ট লেখাসমূহ আমাৰ হাতলৈ নহা হ'লে গ্ৰন্থখনি প্ৰকাশৰ পৰিকল্পনা বাস্তৱায়িত নহ'লহেঁতেন। এই চেগতে লেখকসকলৈ কৃতজ্ঞতাৰ শৰাই আগবঢ়ালো। আৰ্হিকাকত সমূহ চোৱাচিতা কৰা তথা বৰ্ণশুদ্ধিৰ ক্ষেত্ৰত বিশেষভাবে ছিপাঝাৰ জনতা মহাবিদ্যালয়ৰ প্ৰবক্তা শ্ৰীহৰেন ডেকা, দিপীলা মহাবিদ্যালয়ৰ প্ৰবক্তা শ্ৰীঅখিল ৰঞ্জন ভট্ট, দেওমৰনৈ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ সহকাৰী শিক্ষক শ্ৰীদুৰ্ল্লভ শৰ্মাদেৱে আগবঢ়োৱা সহযোগিতাৰ বাবে তেখেতসকলৰ ওচৰত কৃতজ্ঞ হৈ ৰ'লো।

পৰিশেষত উল্লেখ নকৰি নোৱাৰিলো যে গ্ৰন্থখনি সম্পাদনা তথা মুদ্ৰণৰ ক্ষেত্ৰত নিখুঁত ভাবে প্ৰকাশৰ বাবে প্ৰচেষ্টাৰ কোনোখিনিতে ত্ৰুটি কৰা নাই যদিও অজানিতে বা অনিচ্ছাকৃতভাবে কোনোবাখিনিত ত্ৰুটি বিচ্যুতি হ'ব পাৰে তাৰ বাবে সবাৰে ওচৰত মাৰ্জনা বিচাৰিছো।

আন্তৰিকতাৰে—
**শৈলেন কুমাৰ ৰাজবংশী**

# সূচীপত্ৰ

# লোক সাহিত্য তত্ত্ব আৰু শ্ৰেণী বিভাজন

ড° নবীন চন্দ্ৰ শৰ্মা

লিখিত পৰম্পৰাৰ আৰম্ভণিৰ পূৰ্বে মৌখিক পৰম্পৰাত প্ৰচলিত কোনো পৰম্পৰাগত কলা বা সাহিত্যক লোকসাহিত্য আখ্যা দিব পাৰি। অৱশ্যে বৰ্তমান যুগতো অৰ্থাৎ লিখিত পৰম্পৰা প্ৰচলিত হৈ থকা সমাজত যে মুখ পৰম্পৰা গীত-পদ ৰচিত হ'ব নোৱাৰে তেনে কোনো কথা নাই; কিন্তু ই স্বাভাৱিক প্ৰক্ৰিয়া নহ'ব পাৰে। লোক সমাজৰ বা সমাজৰ সদস্যসকলে লিখিব-পঢ়িব জনা হোৱাৰ লগে লগে মৌখিক পৰম্পৰাৰ জনপ্ৰিয়তা কমি আহে সম্পূৰ্ণ নোহোৱা হৈ নগ'লেও সকলো মৌখিক সাহিত্যকেই লোক সাহিত্য আখ্যা দিব নোৱাৰি। সৰ্বসধাৰণৰ মাজত প্ৰচলিত সৰ্বসাধাৰণৰ জীৱনৰ সৈতে ওতপ্ৰোতভাবে জড়িত সাহিত্যৰাজিকহে লোক সাহিত্য আখ্যা দিব পাৰি। গীতা, কোৰাণ, বাইবেল আদিও মুখে মুখে চলি আহিছিল আৰু পৰৱৰ্তী কালতহে এই গ্ৰন্থৰাজিয়ে লিখিত ৰূপ লাভ কৰিছে। লোক সাহিত্য আখ্যা দিব পাৰি। আনকি বেদ মন্ত্ৰবোৰ মুখ পৰম্পৰা আশ্ৰিত আছিল আৰু মুখ পৰম্পৰাত এই মন্ত্ৰৰাজি চলি আহিছে আৰু পিছৰ কালতহে মন্ত্ৰৰাজিয়ে লিখিত পৰম্পৰাত প্ৰবেশ কৰিছে।

লোক সাহিত্য নামটোও বিভ্ৰান্তিকৰ-লোকৰ সৰ্বজনগ্ৰাহ্য ব্যাখ্যা দিব নোৱাৰাকৈ। সংস্কৃতত 'লোক' শব্দৰ অৰ্থ(ক) ভূলোক, ইহলোক, মৰ্ত্যলোক, পৃথিবী (খ) তিনিলোক, স্বৰ্গ, মৰ্ত্য আৰু পাতাল। (গ) সপ্তলোক, ভূ, ভুবঃ, স্ব, মহ, জল, তপ, সত্য। (ক) চৈধ্যলোক, অতল, বিতল ৰসাতল, তলাতল, মহাতল, পাতাল ইত্যাদি (ঙ) মানৱজাতি, প্ৰজা, মানুহ(চ) মানুহৰ সমষ্টি, গোষ্ঠী, (ছ) ৰাজ্য, প্ৰান্ত, অঞ্চল। (জ) সাধাৰণ, সামাজিক ৰীতি-নীতি(ঝ) সৰ্বসাধাৰণ ইত্যাদি।

ইংৰাজী 'Folk' বা ফোক পৰিভাষাৰ সমাৰ্থকৰূপে আমি লোক বা জন দুটা ব্যৱহাৰ কৰোঁ। ব্ৰিটিছ নৃতত্ত্ববিদসকলৰ মতে গঞা, খেতিয়ক, পৰম্পৰাবাদী অতীতমুখী, নিৰক্ষৰ, অনগ্ৰসৰ, যাদু-মন্ত্ৰ বিশ্বাসীসকলেই 'Folk' বা লোক বা জন। আমেৰিকাৰ নৃতত্ত্ববিদ বা লোক তত্ত্ববিদসকলৰ মতে পৰম্পৰা আশ্ৰয়ী যিকোনো মানুহেই লোক হ'ব পাৰে আৰু তেওঁলোকৰ সমাজক লোক সমাজ বোলে আৰু লোক সমাজত প্ৰচলিত মৌখিক কলাৰ নামেই লোক সাহিত্য বা মৌখিক সাহিত্য বা অলিখিত সাহিত্য ইত্যাদি। তেওঁলোকৰ মতে লিখিত সাহিত্য লোক সাহিত্য হ'ব নোৱাৰে বুলি কথা নাই। সৰ্বসধাৰণ মন আৰু মনস্তত্ত্বৰ সৈতে সম্পৰ্ক ৰক্ষা কৰি ৰচনা কৰা অথবা সৰ্বসাধাৰণৰ উপযোগীকৈ লিখা ৰচনা বা সাহিত্যই লোক সাহিত্য হ'ব পাৰে। সঞ্চৰণ মাধ্যমৰ আধাৰতেই সাহিত্যক লোক সাহিত্য বা মৌখিক সাহিত্য

আৰু লিখিত সাহিত্য এই দুটা স্পষ্টভাগ কৰা টান। লোক সাহিত্যই লিখিতৰূপ লাভ কৰিলেও ই লিখিত সাহিত্য হ'ব নোৱাৰে লোক সাহিত্যই। লক্ষ্মীনাথ বেজবৰুৱাৰ দ্বাৰা সম্পাদিত 'বুঢ়ী আইৰ সাধু' মৌখিক সাধুকথাৰ সমষ্টি যাক লিখিত পৰম্পৰাই সামৰি লৈছে। তথাপি ' বুঢ়ী আইৰ সাধু'ক লিখিত সাহিত্য বুলিব নোৱাৰি, লোক সাহিত্য নাম দিব লাগিব।

কোনো কোনো পণ্ডিতৰ মতে লোক সাহিত্য বা মৌখিক সাহিত্য এই দুটা পৰিভাষাৰ সৈতে জড়িত সাহিত্য পদটো লিখিত সাহিত্যৰ লগতহে যেন সম্পূৰ্ণকৈ খাপ খায়- যাক আমি মৌখিক সাহিত্য আখ্যা দি ও- ই মৌখিক বা বাচিক প্ৰক্ৰিয়াহে আৰু ই এক প্ৰকাৰ কলা; গতিকে এই বিধ মৌখিক সৃষ্টিক কলা আখ্যা দিয়া উচিত। সেইফালৰ পৰা — আমি মৌখিক বা লোক সাহিত্যৰ সলনি বাচিক কলা আখ্যা দিয়াহে উচিত।

বাচিক কলাক ৰূপগত বা আৱয়িক দিশৰ পৰা কেইটামান শ্ৰেণীত ভাগ কৰিব পাৰি। যেনে ঃ

(ক) জাতিগত শ্ৰেণী বিভাজন।
(খ) তাত্ত্বিক শ্ৰেণী বিভাজন।
(গ) বিষয়বস্তু অনুসৰি শ্ৰেণী বিভাজন।
(ঘ) অনুষংগগত শ্ৰেণী বিভাজন।
(ঙ) প্ৰকাৰ্য্যাত্মক শ্ৰেণী বিভাজন।
(চ) আঞ্চলিক শ্ৰেণী বিভাজন ।ইত্যাদি।

**(ক) জাতিগত শ্ৰেণী বিভাজন ঃ-**

সাংস্কৃতিক পদ্ধতিৰে বাচিক কলা বা লোক সাহিত্যক বিভিন্ন শ্ৰেণীত ভাগ কৰিব পাৰি আৰু এই শ্ৰেণী বিভাজনৰ নাম জাতিগত শ্ৰেণী বিভাজন বা Ethnic genera । পৃথিবীৰ বিভিন্ন নৃ-গোষ্ঠীগত বা জাতিগত নৃ-গোষ্ঠীগত বা জনগোষ্ঠীৰ মাজত প্ৰচলিত বাচিক কলাৰ বিভিন্ন উপ শ্ৰেণীত সূচাবৰ বাবে বিভিন্ন পৰিভাষা প্ৰয়োগ কৰা হয়. অসমীয়া ভাষাত গীত অৰ্থাৎ Song পৰিভাষাক বুজাবৰ বাবে গীত ,পদ; বৰো ভাষাত মেথায়, মিচিং ভাষাত নিংতম;ৱ কাৰ্বি ভাষাত আলুন্ আদি অভিধা ব্যৱহাৰ কৰা দেখা যায়। এই অভিধাবোৰ নৃগোষ্ঠীগত বা জাতিগত। নৃ-গোষ্ঠীগত বা জাতিগত শ্ৰেণী বিভাজনক স্থানীয় শ্ৰেণী বিভাজন বা native classification আখ্যা দিলেও ৰজিতা খায়।

**(খ) তাত্ত্বিক শ্ৰেণী বিভাজন ঃ-**

বিদ্যায়তনিক দৃষ্টিভঙ্গীৰ প্ৰতি সচেতন হৈ আন্তৰ্জাতিক শ্ৰেণী বিভাজনৰ প্ৰতি



দৃষ্টি ৰাখি বাচিক বা লোক সাহিত্যক কেইটামান উপশ্ৰেণীত ভাগ কৰিব পাৰি। এই শ্ৰেণী বিভাজন পদ্ধতিৰ নাম তাত্ত্বিক শ্ৰেণী বিভাজন। ইংৰাজীত এই শ্ৰেণী বিভাজনৰ নাম analytical Category। তাত্ত্বিক শ্ৰেণী বিভাজনৰ অন্যতম লক্ষ্য হৈছে-বাচিক কলাৰ পাঠৰ( text) পদ্ধতি সংগঠনৰ নিদৰ্শন বা আৰ্হি দেখুওৱা। এই বিধ শ্ৰেণী বিভাজনৰ জৰিয়তে জাতিগত কোনো এটা শ্ৰেণীক আন্তৰ্জাতিক স্বীকৃতি দিবলৈ সুবিধা লাভ কৰা যায়। তাত্ত্বিক শ্ৰেণী বিভাজনে জাতিগত বা নৃ-গোষ্ঠীগত বা স্থানীয় শ্ৰেণী বিভাজনৰ ক্ষেত্ৰত দেখা দিয়া অসুবিধাবোৰ দূৰ কৰাত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে। তাত্ত্বিক শ্ৰেণী বিভাজনৰ নীতি অনুসৰি বাচিক কলা বা লোক সাহিত্যৰ পাঠ তলত দিয়াৰ নিচিনাকৈ শ্ৰেণী বিভাজন কৰিব পাৰি। যেনে-

(১) লোক কবিতা বা লোকগীত
(২) গদ্যধৰ্মী লোককথা
(৩) প্ৰবচন-লোকোক্তি, যোজনা-পটন্তৰ
(৪) সাঁথৰ, দিষ্টান
(৫) লোক ভাষা

আকৌ(১) লোক কবিতা বা লোকগীত বিভিন্ন উপশ্ৰেণীত বিভক্ত; যেনে-

(ক) বেলাড বা মালিতা বা কাহিনীগীত বা বৰদৈগীত
(খ) ধৰ্মীয় গীত
(গ) প্ৰণয় গীত
(ঘ) কৰ্মগীত
(ঙ) উৎসৱ অনুষ্ঠানৰ সৈতে জড়িত গীত
(চ) সংস্কাৰ মূলক কৃত্যৰ সৈতে জড়িত গীত বা সংস্কাৰমূলক গীত
(ছ) তত্ত্বপূৰ্ণ বা দাৰ্শনিক ভাৱ প্ৰধান গীত
(জ) চিকাৰ আদিৰ সৈতে জড়িত গীত
(ঝ) কেঁচুৱা ল'ৰা-ছোৱালীৰ সৈতে জড়িত গীত, টোপনি নিওৱা গীত(Lullabies) নিচুকণী গীত(nussery rhymes) শিশুৰ খেল ধেমালিৰ লগত জড়িত গীত(Children's game songs)
(ঞ) গুণ বিশিষ্ট গীত; ক ভাৱইয়া আৰু ছটকা
(ট) বিদ্ৰূপাত্মক গীত ইত্যাদি।

(২) গদ্যধৰ্মী লোককথা; পুৰাণ কথা(myth), জনশ্ৰুতি(legened) আৰু সাধুকথা(tale)।

(৩) প্ৰবচন- লোকোক্তি আদি
(৪) সাঁথৰ- দিষ্টান;
(৫) লোকভাষা

**(গ) বিষয় বস্তুগত শ্ৰেণী বিভাজন ঃ**

বাচিক কলাৰ বিভিন্ন উপাদানৰাজিৰ বিষয় বস্তু অনুসৰি সেইবোৰৰ শ্ৰেণী বিভাজনেই বিষয়বস্তুগত শ্ৰেণী বিভাজনৰ অন্যতম লক্ষ্য। এই পদ্ধতিৰ ইংৰাজী নামThematic genre। বাচিক কলাৰ Theme অৰ্থাৎ বিষয়বস্তু অনুসৰি এইবোৰ শ্ৰেণী বা পৰ্যায়ভুক্ত কৰা হয় বাবে ইয়াৰ নাম Thematic genera। বিষয়বস্তু বা Theme অনুসৰি বাচিক কলাক তলত দিয়াবদৰে ভাগ কৰিব পাৰি। যেনে-

(ক) অনুৰাগ- আসক্তি, প্ৰেম-প্ৰণয় আৰু বিৰহ-মিলন বিষয়ক গীত পদ বা বাচিক কলা;

(খ) ভক্তি প্ৰধান বাচিক কলা;

(গ) দাৰ্শনিক ভাৱ প্ৰধান বাচিক কলা;

(ঘ) ব্যংগ প্ৰধান বা ব্যংগ বিষয়ক গীত-পদ বা বাচিক কলা;

(ঙ) হাস্য প্ৰধান বা হাস্য বিষয়ক গীত-পদ বা বাচিক কলা;

(চ) আৰ্থ সামাজিক বিষয়ক বাচিক কলা;

(জ) ঐতিহাসিক, ৰাজনৈতিক আদি বিষয়ক গীতপদ

**(ঘ) অনুষংগত শ্ৰেণী বিভাজন ঃ** বাচিক কলাৰ উপাদানৰাজি ইয়াৰ অনুষংগ বা প্ৰসংগ অনুসৰি শ্ৰেণী বিভাজন কৰিব পাৰি। বাচিক কলাৰ বিভিন্ন উপাদান একোটি সামাজিক পৰিস্থিতিত গোৱা হয় বা আবৃত্তি হয় নাইবা কোৱা হয়। এই সামাজিক পৰিস্থিতিৰ নামেই প্ৰসংগ বা অনুষংগ বা Context ।বাচিক কলাৰ অন্তৰ্গত যিকোনো এবিধ উপাদানৰ প্ৰকৃত অৰ্থ বুজিবৰ বাবে ইয়াৰ প্ৰসংগ বা Contextৰ বিষয়ে বুজিব লাগিব। বাচিক কলা কোনো এবিধ সামাজিক পৰিস্থিতি বা অনুসংগত গোৱা গীত আৰু নচা নাচৰ নামেই ক্ৰমে বিহুগীত আৰু বিহু নাচ। মথেনীৰ গীত আৰু নচা নাচৰ নামেই মথেনী গীত বা পদ আৰু মথেনী নাচ।

**(ঙ) প্ৰকাৰ্য্যাত্মক শ্ৰেণী বিভাজন ঃ-**

বাচিক কলাৰ বিভিন্ন উপাদান ৰাজিৰ প্ৰত্যেকটোৰ সুনিৰ্দিষ্ট সামাজিক প্ৰকাৰ্য্য লক্ষ্য কৰা যায়। সেইবাবে আমি বাচিক কলাক functional folklore বুলিব পাৰো আৰু অসমীয়া ভাষাত ইয়াৰ নাম দিব পাৰো functional genera।এতেকে প্ৰকাৰ্য্যবাদী সকলৰ দৃষ্টিভংগীৰ ফালৰপৰা বাচিক কলাৰ উপাদানৰাজি প্ৰকাৰ্য্যাত্মক দৃষ্টিভংগীৰফালৰ পৰাহে এইবোৰ শ্ৰেণী বিভাজন কৰা উচিত। 'শ্ৰম-গীত' বুলি এটি সুকীয়া শ্ৰেণী নিৰ্ণয় কৰা হৈছে- ইয়াৰ প্ৰকাৰ্য্যাত্মক দিশৰ প্ৰতি দৃষ্টিপাত কৰিহে। শ্ৰম-গীত স্বৰূপে যিকোনো গীতকেই গাব পাৰি। নাওখেলৰ গীত বুলিও সুকীয়া এটা শ্ৰেণী নাই, ধৰ্মীয় প্ৰধান যিকোনো গীত এই প্ৰসংগত গাব পাৰি। এই ফালৰ পৰা বাচিককলাৰ প্ৰকাৰ্য্যাত্মক দিশৰ ফালৰপৰাহে এইবোৰৰ শ্ৰেণী বিভাজন কৰা উচিত।



**(চ) আঞ্চলিক শ্ৰেণী বিভাজন ঃ**

বাচিক কলা সৰ্বদেশৰ সৰ্বসংস্কৃতিত প্ৰচলিত সেইফালৰ পৰা আমি ক'ব পাৰো যে, লোক সাহিত্য বা লোক কলাৰ বা বাচিক গীতৰ আঞ্চলিক ৰূপ বৰ্তমান। মৌখিক গীত বা বাচিক গীত পদ আদি সাংস্কৃতিক সমল আৰু এই সাংস্কৃতিক সমল ৰাশিৰ প্ৰত্যক্ষ বাহক হৈছে ভাষা। লোকজীৱনৰ ভাষাৰ নাম লোকভাষা- লোকভাষাৰ ৰূপ অঞ্চলে অঞ্চলে বিভিন্ন। ভাষাবিদসকলৰ মতে লোকভাষা স্বাভাৱিক ভাষা, জনগণৰ মনৰ অভিজ্ঞাপন হয় লোকভাষা বা আনুষ্ঠানিক ভাষাৰ মাজেৰে। বাচিক সঞ্চৰণত সঞ্চৰিত হৈ অহা গীত-পদ, বচন-প্ৰবচন, কথা-সাধুকথা, মন্ত্ৰ-তন্ত্ৰ আদিৰ প্ৰত্যক্ষ বাহক বাচিক ভাষা-- এনে ভাষাৰ মৃত্যু নাই, সময়ৰ অগ্ৰগতিৰ বাবে সমাজৰ পৰিবৰ্তন ঘটে, তেনে অৱস্থাত কথিত ভাষাৰ পৰিবৰ্তন হ'ব পাৰে। আনকি এনে কথিত ভাষাই ৰাজনৈতিক কাৰণ বশতঃ অথবা সাংস্কৃতিক পৰিবৰ্তন বশতঃ আনুষ্ঠানিক বা লিখিত ভাষাৰ ৰূপ লাভ কৰিব পাৰে। ইয়াৰ প্ৰমাণ অসমীয়া প্ৰসংগত দিব পাৰি। আদিতে অসমীয়া ভাষা মৌখিক ৰূপতহে প্ৰচলিত হৈছিল। পৰবতী কালতহে লিখিত ৰূপ লাভ কৰিছে।

বাচিক গীত পদৰ আছে আঞ্চলিক বৈশিষ্ট্য আৰু এই বৈশিষ্ট্য বিশেষৰ অন্যতম প্ৰধান আধাৰ হৈছে সেই অঞ্চলৰ কথিত ভাষা আৰু এই কথিত ভাষাৰ আধাৰেই হৈছে লোক সাহিত্য বা মৌখিক সাহিত্য বা বাচিক কলাৰ আধাৰ অৰ্থাৎ সেই অঞ্চলৰ আঞ্চলিক ভাষাই হয় বাচিক গীত-পদৰ পৰিচয়। বাচিক ভাষা বা লোকভাষা বা কথিত ভাষাই কোনো এটা অঞ্চলৰ আঞ্চলিক ৰূপটো সংৰক্ষণ কৰে। তেনেদৰে লোক সাহিত্য বা বাচিক গীত-পদৰ প্ৰকৃত ৰূপটো সংৰক্ষিত হয় লোকভাষা বা আঞ্চলিক ভাষাৰ জৰিয়তে। আঞ্চলিক ভাষা অঞ্চলে অঞ্চলে যি দৰে বিভিন্ন তেনে জাতি ধৰ্ম সম্প্ৰদায় তথা ব্যৱসায় অনুসৰি বেলেগ হয়। সেইদৰে লোক সাহিত্যৰ পৰিচয় জাতি-জনজাতি, হিন্দু মুছলমান আদি ধৰ্ম, বৃত্তিৰ আধাৰত ৰচিত গীত-পদ আদিৰ পাব পাৰি।

বাচিক সাহিত্য বা গীত-পদ সংগ্ৰহ; বিশ্লেষণ আদিৰ ক্ষেত্ৰত তিনিটা কথালৈ মন কৰা হয়। এই কথা বা বিষয় হৈছে (ক) পাঠ (খ) জমিন (গ) অনুষংগ বা প্ৰসংগ।

**(ক) পাঠ ঃ** এটা সাধুকথা বা পুৰাণ কথা বা এটা গীত এবাৰ মাত্ৰ কোৱা বা আবৃত্তি কৰা বা এটা বচন বা প্ৰবচন, যোজনা-পটন্তৰ এবাৰ কোৱা বা আবৃত্তি কৰাই হৈছে সেই সাধুকথাৰ বা পুৰাণ কথা বা প্ৰবচন,যোজনা-পটন্তৰ আদিৰ পাঠ text হাতেলিখা এখন পুথি যেনেকৈ এটা পাঠ নামে বিবেচিত হয় তদনুৰূপে আমাৰ নাঙেলী গীত এবাৰ গোৱা বা আবৃত্তি কৰাৰ নামেই সেই গীত এটা পাঠ। আন এজনে গালে সেইটো দ্বিতীয় পাঠ হ'ব। যিহেতু কোনো এটা বাচিক কলাৰ উপাদান প্ৰতিবাৰ আবৃত্তিতেই নোহোৱা হ'ব পাৰে আৰু বিপৰীতে নতুন কথাত সোমাই যাব পাৰে।

(খ) **প্ৰসংগ বা অনুসংগ ঃ** বাচিক গীত-পদবোৰ বিশেষ একোটি সামাজিক পৰিবেশতহে অনুষ্ঠিত হয়। এই সামাজিক পৰিবেশনৰ নামেই প্ৰসংগ বা অনুসংগ অৰ্থাৎ Context। প্ৰসংগ বা অনুষংগ অবিহনে পাঠৰ জমিন আৰু অৰ্থ বুজা নাযায়।

প্ৰসংগ বা অনুষংগ অন্তত দুবিধ হ'ব পাৰে।

(ক) অনুষ্ঠান পৰিবেশনৰ প্ৰসংগ বা অনুষংগ আৰু

(খ) ব্যক্তিগত প্ৰসঙ্গ বা অনুষংগ।

**(গ) জমিন ঃ** জমিন বাচিক গীত-পদৰ ভাষাতাত্ত্বিক বৈশিষ্ট্যৰ বাহিৰে আন একো নহয়। মৌখিক বা বাচিক কলাৰ texture অৰ্থাৎ টেক্সাৰ বুলিলে আমি যি বুজো তাৰ নামেই দিয়া হৈছে জমিন। জমিন বুলিলে বুজিব লাগিব কোনো এবিধ বাচিক কলা, অৰ্থাৎ গীত-পদ-প্ৰবচনৰ লয়- অনুপ্ৰাস, শ্বাসাঘাত, সুৰ, স্বন বা সুৰ লহৰি, ধ্বন্যত্মকতা, শব্দ অক্ষৰ বৰ্ণ, ধ্বনি, মোৰফেমছ, এলোমোৰফেমছ, ফোনেম আদিৰ বৈশিষ্ট্যক। লোকগীতৰ আঞ্চলিক বৈশিষ্ট্য ৰক্ষা কৰে অনেক ক্ষেত্ৰত জমিনে। বাচিক কলাৰ আঞ্চলিক অৰ্থাৎ ভৌগোলিক বৈশিষ্ট্যৰ আধাৰত ইয়াৰ বিভিন্ন উপাদানৰ যি শ্ৰেণী বিভাজন কৰা হয় তাৰ নাম আঞ্চলিক শ্ৰেণী বিভাজন অৰ্থাৎ Regional Genre। এই শ্ৰেণী বিভাজনত গুৰুত্ব লাভ কৰে অঞ্চল আৰু ভাষাই যাক আমি এই উপাদানৰাজিৰ জমিন বা texture বুলিব পাৰো। আঞ্চলিক আৰু ভাষিক বৈশিষ্ট্যলৈ লক্ষ্য কৰি অসমীয়া বাচিক কলাক তলত দিয়াৰদৰে শ্ৰেণী বিভাজন কৰিব পাৰি। যেনে-

(ক) কামৰূপী বাচিক কলা

(খ) দৰঙী বাচিক কলা

(গ) শোণিতপুৰীয়া লোক সাহিত্য

(ঘ) শিৱসাগৰীয়া লোক সাহিত্য

(ঘ) নলবাৰী অঞ্চলৰ লোক সাহিত্য

**(খ) দৰঙী বাচিক কলা ঃ** দৰং জিলা বা অঞ্চলৰ প্ৰচলিত বাচিক কলা বা লোক সাহিত্যৰ নাম দৰঙী বাচিক কলা বা লোক সাহিত্য। দৰং জিলা বা অঞ্চলৰ আছে ঐতিহাসিক আৰু ভৌগোলিক ঐতিহ্য আৰু দৰঙী ভাষাৰো আছে স্বকীয় বৈশিষ্ট্য আৰু তেনেদৰে এই ভাষাত মুখ পৰম্পৰা ৰচিত লোক সাহিত্য বা বাচিক কলাৰো আছে এক সুদীৰ্ঘ ঐতিহ্য। দৰঙীলোক সাহিত্যৰ পৰিচয় পোৱা যায়— দৰঙী লোকভাষাৰ জৰিয়তে যিদৰে পোৱা যায় কামৰূপী বাচিক কলা বা গোৱালপৰীয়া বাচিক কলাৰ। তলত দিয়া দৰঙী বিয়া পদটোক চাওকচোন ঃ

অ বৰঘৰ পেৰে ওলেই লগৰী ঐ

অ বাপেৰৰ মোহকে ছাৰি লগৰী ঐ।।

অ বাপেৰ মোহ ছাৰি কেন্‌কে যাও লগৰী ঐ।



অ বুকুতে অগণি জ্বলে ফুনচানা লগৰী ঐ।।

এই পদটোক দৰঙী লোকভাষাৰ ভাষিক সমলৰ প্ৰাচুৰ্য্য পৰিলক্ষিত নোহোৱাকৈ নাথাকে। আন আন অঞ্চলত এনে গীত-পদ থাকিব পাৰে; কিন্তু দুয়ো অঞ্চলৰ গীতৰ গায়ন পদ্ধতি-সুৰ, তাল- লয়-ঢেক আদিৰ পাৰ্থক্য আছে আৰু এটি পদৰ জমিনটিলৈ চাওকচোন।

গান্ধী কিনো স্বৰাজ কল্লি-

ইতাৰ দিনৰ ঝীয়া গিলাকক

মুৰত কুবেই মাল্লি-

গান্ধী কিনো স্বৰাজ কল্লি।

কল্লি, ইতাৰ দিনৰ, ঝিয়াগিলা, কুবেই মাল্লি, ইত্যাদি শব্দৰূপ দৰঙী ভাষাৰ উজ্বল নিদৰ্শন।

দৰঙী মুছলমানসকলেও সংস্কাৰমূলক গীত-পদ গায়। এনেধৰণৰ এটা গীত দিয়া হ'ল;

আজি পুতেইক কুলুত তুলেই

অ উলটেই কাটেই চেটোৰ চাল ঐ। ইত্যাদি

দৰঙী মুছলমান ভাইসকলৰ আই-বাইয়েও আই তুতি আবৃত্তি কৰে। চাওকচোন তলৰ তুতিটিলৈ;

ন বৈনী আৰাচ কৰেই বিৰিখৰ তলে।

কোনটো বৈনী যাই বি আই মনিচৰ নগৰে।।

কাহুৰী আই উঠি বোলে ময়ো লগে যাম।

মনিচৰ আচাৰ বিচাৰ যাই চাই আহিম।।

দৰঙত ভৈনী বা ভনী পদৰ সলনি বৈনী পদটোহে ব্যৱহাৰ কৰা হয়। ওপৰৰ পদটোতো বৈনী পদৰ ব্যৱহাৰ কৰা হৈছে। আমাৰ দৰঙৰ পুৰণি সাহিত্যতো বৈনী পদৰহে প্ৰয়োগ দেখা যায়। যেনে—

শুনিয়া শিৱৰ কথা পদ্মা বোলে শুন নেতা

শুন বৈনী আমাৰ উত্তৰ

ওপৰৰ আলোচনাৰ পৰা সহজে বুজিব পাৰি যে দৰঙী ভাষা বৈশিষ্ট্যই দৰঙী বাচিক কলাৰ আঞ্চলিক বৈশিষ্ট্য ৰক্ষা কৰি আহিছে। আনহাতে আন আন অঞ্চলৰ ক্ষেত্ৰতো ই সমানে প্ৰযোজ্য।❑❑

# দৰঙৰ ভৌগোলিক স্থিতি, মানুহ আৰু লোক-সাহিত্য

ড° বিজয় কুমাৰ শৰ্মা

প্ৰাগ ঐতিহাসিক যুগত বৰ্তমানৰ অসমৰ উপৰিও ইয়াৰ চাৰিও ফালে থকা বিস্তৃত এলেকা জুৰি প্ৰাগ্‌জ্যোতিষপুৰ অন্তৰ্গত আছিল। দৰং জিলা প্ৰাগজ্যোতিষপুৰৰ অন্তৰ্গত। মহাপুৰাণ আৰু উপ পুৰাণত ভাৰতবৰ্ষক পাঁচটা ভাগত ভাগ কৰা হৈছে এনেদৰে— উত্তৰাপথ, দক্ষিণাপথ, মধ্যদেশ, পূৰ্বদেশ আৰু পশ্চিমাপথ। পূৰ্বদেশৰ পৰিসীমাৰ অন্তৰ্গত প্ৰাগজ্যাতিষপুৰ। ৰামায়ণ, মহাভাৰত, কালিকাপুৰাণ, যোগিনীতন্ত্ৰ, হৰগৌৰী সম্বাদ আদি সংস্কৃত গ্ৰন্থত প্ৰাগজ্যোতিষপুৰৰ উল্লেখ আছে। প্ৰাগজ্যাতিষপুৰক কামৰূপ নামেৰেও জনা যায়। প্ৰাগজ্যোতিষপুৰ অথবা কামৰূপৰ পৰিসীমাৰ উল্লেখ কালিকা পুৰাণত এনেদৰে আছে।

বহুৰোকা নাম নদী কৰতোয়া প্ৰদক্ষিণে
উত্তৰ স্ৰাৱণী চান্তে ত ৎপূৰ্বং কামৰূপকম।[১]

যোগিনী তন্ত্ৰত প্ৰাচীন কামৰূপৰ চাৰিসীমাৰ বৰ্ণনা এনেধৰণৰ—

নেপালস্য কাঞ্চনাদ্ৰিং ব্ৰহ্মাপুত্ৰস্য সঙ্গমং
কতোয়াং সমাশ্ৰিত্য যাবদ্দিক্কৰবাসিনীং
উত্তৰস্যাং কঞ্জগিৰিঃ কৰতোয়া তু পশ্চিমে
তীৰ্থশ্ৰেষ্ঠা দিক্ষুনদী পূৰ্বস্যাং গিৰি কন্যকে
দক্ষিণে ব্ৰহ্মাপুত্ৰস্য লাক্ষায়াঃ সঙ্গমাৱধি
কামৰূপ ইতিখ্যাতঃ সৰ্বশাস্ত্ৰেষু নিশ্চিতঃ।[২]

কালিকাপুৰাণ, যোগিনীতন্ত্ৰ আৰু হৰগৌৰীসম্বাদ এই তিনিওখন গ্ৰন্থৰমতে কামৰূপৰ পশ্চিমসীমা কৰতোয়া নদী। গুপ্ত সাম্ৰাজ্যৰ শিলালিপিত প্ৰাগজ্যোতিষ কামৰূপক প্ৰত্যন্তভূমি বোলা হৈছে। প্ৰাগজ্যোতিষ কামৰূপ ৰাজ্যই মোগল সাম্ৰাজ্যৰ সময়লৈ ভাৰতীয় সাম্ৰাজ্যৰ অঙ্গৰাজ্য হৈ নিজৰ বৈশিষ্ট্য হেৰোৱা নাছিল। কামৰূপ প্ৰাগজ্যোতিষৰ ইমানেই প্ৰসিদ্ধ আছিল যে সৰ্বভাৰতীয় যিকোনো আন্দোলনৰ মাহাত্ম্য বঢ়াবলৈ ইয়াৰ উল্লেখ প্ৰয়োজনীয় বুলি বিবেচিত হৈছিল।[৩]

**দৰঙৰ ভৌগোলিক অৱস্থান ঃ**-ব্ৰহ্মপুত্ৰ উপত্যকাৰ ২৬°৯´ উত্তৰ অক্ষংশৰ পৰা ২৬°৫২´ উত্তৰ অক্ষাংশ, ৰা ৯১°৪৫´ দ্ৰাঘিমাৰ পৰা ৯২°২২´ পূৱ দ্ৰাঘিমালৈ ব্যাপী থকা ঠাইখিনিয়েই ১৯৮৩ চনত গঠন হোৱা দৰং জিলাৰ অৱস্থিতি। জিলাখন পুনৰ ২০০৩ চনত চৰকাৰী অধিসূচনা মতে বিভক্ত হোৱাত ইয়াৰ উত্তৰ সীমা দক্ষিণলৈ



কিছু সংকুচিত হৈ উত্তৰ খণ্ড বি টি এ ডিৰ অধীনৰ ওদালগুৰি জিলা আৰু দক্ষিণ খণ্ড দৰং জিলা নামেৰে পৰিগণিত হয়। দেৱৰঙ্গ, দৌৰঙ্গ, দ্বাৰম্ আদি শব্দৰ পৰা দৰং নামটো উৎপত্তি হোৱা বুলি কোনো কোনো পণ্ডিতে মত প্ৰকাশ কৰিছে। ১৯৮৩ চনৰ পূৰ্বে বৰ্তমানৰ শোণিতপুৰ জিলা দৰং জিলাৰ পৰিসীমাত আছিল।

উত্তৰে হিমালয়ৰ পাদদেশৰ পৰা দক্ষিণে ব্ৰহ্মপুত্ৰৰ পাৰলৈ থকা এই বিশাল ভূখণ্ড ভূ-প্ৰাকৃতিক গঠনৰ ফালৰ পৰা বৈচিত্ৰ্যপূৰ্ণ। উত্তৰফালে বিশাল হিমালয় পৰ্বতমালাৰ অংশ বিশেষ অতন্দ্ৰ প্ৰহৰীৰ দৰে থিয় হৈ, মহাবাহু ব্ৰহ্মপুত্ৰই ধৌতকৰা দক্ষিণৰ অংশটোৰে দেৱ বঙ্গ ভূমি খণ্ড উত্তৰ পাৰৰ পৰা দক্ষিণলৈ ক্ৰমে হেলনীয়া। দক্ষিণ-পশ্চিম এলেকালৈ আৰু বেচি হেলনীয়া যদিও সেই এলেকাটোত কিছু সংখ্যক চাপৰ চাপৰ পাহাৰৰ অৱস্থিতি লক্ষ্য কৰা যায়। সাগৰৰ পৃষ্ঠভূমিৰ পৰা ইয়াৰ উচ্চতা গড়ে প্ৰায় ২০০মিটাৰ। আন ভূমি ভাগৰ গড় উচ্চতা ৭৫মিটাৰ।[৪]

ভূপ্ৰাকৃতিক গঠন অনুযায়ী জিলাখনক চাৰিটা ভাগত ভগাব পাৰি।[৫]—

(১) বান আক্ৰান্ত চাপৰি এলেকা
(২) জলাশয় আৰু চাপৰ চাপৰ পাহাৰ থকা এলেকা
(৩) মধ্য সমভূমি এলেকা
(৪) উত্তৰৰ পাহাৰৰ পাদদেশ অঞ্চল

চাপৰি/চৰ/মইঝেলি এলেকা পূৱে পাচনৈৰ মুখৰ পৰা পশ্চিমে বৰনদীৰ মুখলৈ প্ৰায় ৮০ কিলোমিটাৰ দৈৰ্ঘ্যৰ আৰু গড়ে ১০ কিলোমিটাৰ প্ৰস্থৰ এলেকা ব্ৰহ্মপুত্ৰ নদীৰ পানীৰ সৰ্বোচ্চ উচ্চতাৰ অন্তৰ্গত। বাৰিষা কালত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে পথালিকৈ ১০-১৫ কিঃ মিঃ পৰ্যন্ত বানপানীৰ কবলত পৰে। ব্ৰহ্মপুত্ৰৰ জলধাৰাৰ সোঁতৰ সঘনাই হোৱা পৰিৱৰ্তনৰ ফলত ব্ৰহ্মপুত্ৰৰ পাৰত আৰু মাজত বহুতো চৰ সৃষ্টি হৈছে। সেইবোৰ চৰ বৃটিছৰ শাসন কালত গোচৰণীয়া পথাৰ(VGR/PGR) অথবা গড়াবাদ এলেকা হিচাপে চিহ্নিত হৈছিল।[৬] নদীৰ মাজত হোৱা দ্বীপ সদৃশ চৰবোৰ( কিছুমান স্থায়ী আৰু কিছুমান অস্থায়ী) ঘাঁহ-বন, নল, খাগৰি, বিৰিণা , উলুৱনি আদিৰে পৰিপূৰ্ণ আছিল। বৰ্তমান সেইবোৰ অঞ্চত জনবসতি হোৱাত মুকলি ঠাই (বিশেষকৈVGR/PGR) বোৰ নোহোৱা হৈ আহিল।

কিছুমান চাপৰিত স্থায়ী বাসিন্দা আৰু কিছুমানত অস্থায়ী ভাৱে বসবাস কৰি বাসিন্দা সকলে পাম পাতি ৰবি শস্য আৰু আহুধানৰ খেতি কৰিছিল। বিংশ শতিকাৰ তৃতীয় দশকৰ শেষৰ ফালে সেইসময়ৰ চৰকাৰে ৰাজনৈতিক সিদ্ধান্ত লৈ অধিক শস্য উৎপাদনৰ বাবে পূৱ পাকিস্তান (বৰ্তমান বাংলাদেশ)ৰ পৰা মুছলমান লোক আনি মঙ্গলদৈ আৰু দলগাঁও থানা এলেকাত খেতি কৰিব দিছিল। সেই সময়ৰ পৰা পূৱ পাকিস্তানৰ পৰা ধাৰাবাহিক ভাৱে মানুহৰ প্ৰব্ৰজন ঘটিছিল। তেওঁলোকে ব্ৰহ্মপুত্ৰৰ পাৰৰ চাপৰি এলেকাৰ উপৰিও মধ্য সমভূমি এলেকাৰ খালী ঠাই সমূহ দখল কৰিছিল।

স্থানীয় জনজাতীয় আৰু অজনজাতীয় লোকে দখল কৰা ভূমি ভাগো এওঁলোকে ক্ৰমে ক্ৰমে হস্তগত কৰিছিল। পুব শিয়ালমাৰী, পশ্চিম শিয়ালমাৰী, শ্যামাবাৰী, চপাই, ৰঙামাটি আৰু ছিপাঝাৰ মৌজাৰ বিস্তৃত এলেকাৰ উপৰিও এইসকল লোক নাঙলীৰ চৰ (১ নং পৰা ৫ নং) শ্যামপুৰ, বৌ মাৰী, গাধোৰা, চাউলখোৱা, অপৰীয়া, ঢলপুৰ, কিৰাকাটা, আল্‌গা চৰ আদিত বসবাস কৰি আছে।[৭]

জিলাখনৰ দক্ষিণ পশ্চিমৰ ননৈ আৰু বৰনৈৰ অৱবাহিকা অঞ্চলত বিভিন্ন বিল, খাল, দোভা আদি জলাশয় থকাৰ উপৰিও কুৰুৱা, মইলতা, গণেশ, বমন, খলিহৈ, গাখীৰ খোৱা, শিলৰ চোতাল, সতেৰীয়া আৰু বৰাপাহাৰ অৱস্থিত। ইয়াৰে গণেশ পাহাৰত গণেশ মন্দিৰ আৰু মইলতা পাহাৰত এটি কালী মন্দিৰ আছে। মহাভাৰতত বৰ্ণিত কৌৰৱ সকলে কুৰুৱা পাহাৰত পদাৰ্পণ কৰাৰ জনশ্ৰুতি আছে। কিংবদন্তিমতে ঢলপুৰ পাহাৰত ধৰ্মনাৰায়ণ নামৰ ৰজা এজনে ৰাজধানী পাতিছিল। এই অঞ্চলটো বাৰিষা পানীত ডুব গৈ থাকে।

মধ্য সমভূমি এলেকা ব্ৰহ্মপুত্ৰৰ জলধাৰাই ধৌতকৰা এলেকাৰ পৰা উত্তৰে 'তৰাই' অঞ্চললৈ বৰনদীৰ পৰা পাচনৈ পৰ্যন্ত দীঘে প্ৰায় ৮০ কিঃ মিঃ আৰু প্ৰস্থে প্ৰায় ৬০ কিঃ মিঃ। এলেকাটোৰ মাজেৰে কেইবাখনো নদী আৰু সৰু সৰু জান বৈ গৈছে। এই অঞ্চল উত্তৰ-পূব দিশে কিছু ওখ। উত্তৰৰ পৰা দক্ষিণলৈ ক্ৰমে এঢলীয়া। ধৰ্মৰ ভিত্তিত অঞ্চলটোৰ বাসিন্দা সকল হিন্দু, মুছলমান, খ্ৰীষ্টান, জৈন, বৌদ্ধ আৰু শিখ ধৰ্মৰ। খিলঞ্জীয়া জাতি জনজাতিৰ লগতে চাহবনুৱা, চাওতাল, নেপালী, গাৰো আদি লোক এই অঞ্চলৰ বসবাসী লোপ পাইছে।

উত্তৰৰ পাহাৰৰ পাদদেশ অঞ্চলত বিভিন্ন নলা, জান আৰু নদী হিমালয় পৰ্বতমালাৰ পৰা ওলাই এই অঞ্চলৰ মাজেৰে দক্ষিণলৈ প্ৰবাহিত হৈছে। খৰস্ৰোতা জলৰাশিয়ে পাহাৰৰ শিল, বালি আদি উটুৱাই আনি অঞ্চলটোৰ কিছু এলেকা গঠন কৰিছে। অৰণ্য ভূমি, চাহ বাগিছা আদিৰ লগতে খেতি-বাতি কৰিব পৰা ঠায়ো কিছু আছে। এই অঞ্চলৰ মাজেদি ভাৰতবৰ্ষৰ পশ্চিম অঞ্চলৰ পৰা চীন, ব্ৰহ্মদেশ আদিলৈ যাব পৰা পথ আছিল। বিভিন্ন দুৱাৰে তাৰেই সাক্ষ্য বহন কৰে। খৈৰাবাৰীৰ পৰা মাজবাট পৰ্যন্ত এই অঞ্চলত উন্নত স্থাপত্যৰ নিদৰ্শন কেইবাটাও মন্দিৰৰ ভগ্নাৱশেষে বহন কৰি আহিছে। জলজলী পুখুৰীত আবিস্কাৰ হোৱা মন্দিৰৰ ভগ্নাশেষে অতীতৰ উন্নত সংস্কৃতিৰ দিশটো মোকলাই দিছে। মাজবাটৰ ওচৰৰ 'মহামুনি'য়ে বৌদ্ধ ধৰ্মৰ প্ৰভাৱৰ কথাও সোঁৱৰায়।

দৰঙৰ ইতিহাস পুৰণি। প্ৰাচীন কালত এই অঞ্চলত অনা-আৰ্য দানৱ, অসুৰ, শালস্তম্ভ, পাল, জিতাৰি, ভুঞা, কোচ আৰু আহোম বংশৰ ৰজা সকলে ৰাজত্ব কৰিছিল। ককেচীয় আৰু মঙ্গোলীয় গোষ্ঠীৰ লোকসকল প্ৰধানকৈ চাৰিটা পথেৰে ইয়াত প্ৰৱেশ কৰিছিল।—



(১) তিব্বত নেপাল আৰু ভুটানহৈ
(২) গঙ্গা-ব্ৰহ্মপুত্ৰ জলপথৰে
(৩) বঙ্গোপ সাগৰহৈ বেঙ্গল আৰু বাৰ্মা পথ আৰু
(৪) অসম বাৰ্মা পথ পাটকাই পৰ্বত হৈ

ককেচীয় গোষ্ঠীৰ আৰ্যসকল। মঙ্গোলীয় সকল বৃহৎ তিৰ্ব্বত-বৰ্মীয় গোষ্ঠীৰলোক। মঙ্গোলীয় সকলৰ বড়ো, গাৰো, কছাৰী, ৰাভা, মেচ, হাজং আদি প্ৰধান জনজাতি। এইবোৰে দৰঙৰ আদিম বাসিন্দাসকলৰ বিষয়ে অধ্যায়ন কৰাত সহায় কৰি আহিছে।

পঞ্চম শতিকাৰ পৰা যোড়শ শতিকা পৰ্যন্ত ৰাজত্ব কৰা ৰজাসকলে স্থাপত্য বিদ্যাৰ লগতে ভাস্কৰ্য, চিত্ৰকলা, পুখুৰী খন্দোৱা, গড় নিৰ্মাণ কৰোৱা, পথ সজোৱা আদি যিবোৰ কাৰ্য সম্পাদন কৰিছিল তাৰ সাক্ষ্য অলেখ আছে।

জনজাতীয়লোক সকল ধৰ্মীয় দৃষ্টিৰে হিন্দু আৰু খ্ৰীষ্টান। যিসকল হিন্দুলোক খ্ৰীষ্টান ধৰ্মত দীক্ষিত হৈছে তেওঁলোক ধৰ্মান্তৰিত হোৱাৰ আগেয়ে পালন কৰা উৎসৱ-অনুষ্ঠান, গীত-পদৰ চৰ্চা পাহৰি খ্ৰীষ্টান ধৰ্মৰ আচাৰ পালন কৰি আহিছে। হিন্দুসকলৰ মাজত পৰম্পৰাগত লোক-সাহিত্যৰ চৰ্চা অব্যাহত আছে।

দৰঙৰ লোকসকল প্ৰধানকৈ হিন্দু আৰু ইছলামধৰ্মী। বঙ্গদেশ আৰু দিল্লীৰ মুছলমান শাসকে ত্ৰয়োদশ শতিকাৰ পৰা কেবাবাৰো অসম আক্ৰমণ কৰিছে।[৮] এই সময়ছোৱাৰ পৰা অসমত মুছলমানৰ বসতি হোৱাৰ অনুকুলে মত পোষণ কৰিব পৰা যায়। দৰঙৰ মুছলমান সকলৰ ইতিহাস এই সময়ৰে যদিও ধৰ্মান্তৰকৰণৰ প্ৰক্ৰিয়াৰ ফলতো বহুতোলোক ইছলাম ধৰ্মাৱলম্বী হৈ পৰিছে। পূব পাকিস্তানৰ পৰা অহা সকলৰ কথা ইতিমধ্যে উল্লেখ কৰা হৈছে। ধৰ্মান্তৰ কৰণৰ ফলত হোৱা মুছলমান সকলৰ মাজত পৰম্পৰাগত কিছু গীত-মাতৰ চৰ্চা অব্যাহত আছে। বিশেষকৈ পৰশু ওজাৰ বংশৰ পৰিয়ালৰ মাজত মনসাৰ কাহিনী, দুমুনী চকী অঞ্চলৰ মুছলমান তিৰোতাই গোৱা মনসা কাহিনীৰ উপৰিও জীৱনবৃত্তৰ লগত জড়িত অনুষ্ঠানত গীত পদ পৰিবেশন কৰে। ফকিৰালী গীত[৯], কমলা কুঁৱৰীৰ গীত[১০] আদিৰ চৰ্চাও মুছলমান সমাজত দেখা যায়।

খেতিকৰা, মাছধৰা, মাটিৰ বাচন-বৰ্তন সজা সোণৰ অলংকাৰ সজা, লোৰ দা-কটাৰী সজা, পূজাপাঠ কৰাকে আদি কৰি বিভিন্ন বৃত্তিত দৰঙৰ মানুহবোৰ জড়িত। এই সকলো লোকৰে সাংস্কৃতিক সংমিশ্ৰণ আৰু সমাহৰণ ঘটিছে। এই প্ৰসঙ্গত ড০ গোলোক চন্দ্ৰ গোস্বামীৰ এটি অভিমত মন কৰিবলগীয়া "অসমীয়া ভাষাটো প্ৰভাৱান্বিত হৈ বৰ্তমানে এনে এটা ৰূপত বিকশিত হৈছে— যিটো ৰূপৰ বিভিন্ন উপাদানবোৰৰ চিনাক্তকৰণ কঠিনেই নহয় একপ্ৰকাৰ অসম্ভৱেই হৈ পৰিছেগৈ।"[১২] আৰ্য, অনাৰ্যৰ সমাহৰণৰ ফলত অসমীয়া ভাষাটো গঠন হোৱাৰ দৰে অসমীয়া

জাতিটোও একে প্ৰক্ৰিয়াত গঢ়লৈ উঠিছে। দৰঙৰ প্ৰসঙ্গতো এই প্ৰসঙ্গ যোল্লঅনাই বৰ্তমান।

**দৰঙৰ লোক সাহিত্য ঃ** " বাচিক কলা বা লোক সাহিত্যৰ প্ৰসঙ্গত দৰঙৰ লোক সংস্কৃতি নিশ্চিত ভাৱে চহকী, বিশেষকৈ উৎসৱ- অনুষ্ঠান, পূজা পাতল আদিৰ অনুষঙ্গত গীত পদ গোৱাৰ পৰম্পৰা বৰ্তমানেও প্ৰচলিত। এই প্ৰসঙ্গত উল্লেখ কৰা উচিত যে দৰঙত গীত পৰিভাষাৰ পৰিবৰ্তে 'পদ' পদটিহে বিশেষভাৱে প্ৰয়োগ কৰা দেখা যায়।— গীত পদ লগাই দিয়া গাভৰু বা মহিলাক উজনিত নামতী, কামৰূপত গিদেলী আৰু দৰঙত পদেলী বোলে।"[১৩] উল্লেখযোগ্য যে দৰঙত পদ লগাই দিয়া মহিলা গৰাকীক ওঝানীও বোলা দেখা যায়।

দৰং জিলাত বসবাস কৰা লোকসকলে বিভিন্নগীতপদ পৰিবেশন কৰি আহিছে। সংস্কৃত, প্ৰাকৃত, অপভ্ৰংশ ভাষাৰ স্তৰ অতিক্ৰম কৰি আধুনিক ভাৰতীয় ভাষাই বিকাশ লাভ কৰাত গীত-পদ সমূহৰ মাজেটো ভাষা পৰিবৰ্তনৰ ধাৰা এটি লক্ষ্য কৰা যায়। ওজাপালিয়ে পৰিবেশন কৰা গীত মাত, চিয়াগীত, ভকতীয়া গীতপদ আদিৰ মাজত প্ৰাচীন পৰম্পৰা এটি লক্ষ্য কৰা যায়। চৰ্যা গীতৰ সময়ৰে পৰা প্ৰচলিত গীত পদৰ নমুনা হিচাপে এইবোৰ প্ৰতিষ্ঠা কৰিব পৰা যায়। প্ৰাক্ শংকৰী যুগৰ পৰা আৰম্ভ কৰি শংকৰী যুগলৈ হোৱা বৈষ্ণৱ আন্দোলনৰ ফলত অসমীয়া গীত পদ সমূহে এটি মাত্ৰা লাভ কৰাৰ দৰে দৰঙী গীত-পদৰ মাজতো ইয়াৰ প্ৰভাৱ লক্ষ্য কৰা যায়। দৰঙত কোচ ৰাজবংশৰ ৰজাসকলে ৰাজত্ব কৰা সময়ছোৱাত লোক-সাহিত্যৰ সমৃদ্ধিৰ কাল বুলি ভবাৰ থল আছে।' কিয়ানো সাহিত্য সৃষ্টিৰ বাবে সেই সময়ত এটা পৰিবেশ সৃষ্টি হোৱা বাবে গীত-পদ ৰচনা কৰি কেইবাজনো ৰজাই নিজৰ কাব্যিক প্ৰতিভা প্ৰকাশ কৰিছিল। দৰঙী কোচ ৰজাৰ ৰাজত্বৰ অৱসান, ইংৰাজৰ আগমন, স্বাধীনতা আন্দোলন আদিৰ সময়ছোৱাতো সমসাময়িক পৰিস্থিতিক কেন্দ্ৰ কৰি কিছু গীত পদৰ সৃষ্টি হৈছিল। শেহতীয়াভাবে অসমৰ বিদেশী বিতাৰণৰ বাবে হোৱা আন্দোলনক বিষয়বস্তু হিচাপে লৈও কিছু গীত-পদ ৰচিত হৈছে। ৰাজনৈতিক পৰিস্থিতি, প্ৰাকৃতিক দুৰ্যোগ আৰু ইয়াৰ পৰিণতি, সম-সাময়িক সমাজত ঘটা, বিসঙ্গতিপূৰ্ণ বুলি ভৱা ঘটনা সমূহকলৈও কিছু গীত -পদ ৰচিত হৈছে। এই খিনিতে মন কৰিবলগীয়া বিষয়টো হ'ল দৰঙৰ লোকে অৰ্থনৈতিক কাৰণত আন ঠাইলৈ প্ৰব্ৰজন কৰাৰ বিশেষ উল্লেখ পোৱা নাযায়। আনকি মানৰ আক্ৰমণৰদৰে প্ৰচণ্ড আক্ৰমণৰ বিভীষিকায়ো দৰঙীলোকক টলাব পৰা নাছিল বাবে ভগনীয়া হোৱাৰ উদাহৰণো বিৰল। জীৱন নিৰ্বাহৰ তাড়নাত ঘৰৰ পৰা পুৰুষ সকল আঁতৰত থাকিব লগীয়া হোৱা বাবে এৰি অহা প্ৰেমিকাৰ মনত জাগি উঠা বিচ্ছেদৰ দুখ পৰম্পৰে প্ৰকাশ কৰাৰ বাবে, বিশেষকৈ পশ্চিম অসমত যি শ্ৰেণীৰ গীত সৃষ্টি হৈছে তেনে গীত ৰচনা কৰাৰ পৰিবেশো দৰঙত দেখা নাযায়। বিহুগীতত দেখা পোৱা ডেকা-গাভৰুৰ যৌৱনৰ উন্মাদনাৰ প্ৰভাবো ইয়াত লক্ষ্য কৰা নাযায়।



ইয়াৰ বিপৰীতে উশৃঙ্খল যৌৱনক মুকলিভাবে সমালোচনা কৰাৰ ব্যৱস্থা আছিল নাঙেলী গীতৰ মাজত মুকলি পথাৰত গৰখীয়া সকলে নাঙেলী গোৱাৰ উপৰিও মাঘবিহুৰ উৰুকাৰ দিনা ভোজ-ভাত খাই যৌন বিশৃঙ্খলতা প্ৰতিৰোধ কৰিবৰ বাবে ওৰে ৰাতি নাঙেলীগোৱাৰ পৰম্পৰা দৰঙত দেখা যায়।

উৎসৱ অনুষ্ঠান আদিত সমাজৰ আই-বাইসকলে পৰিৱেশন কৰা গীতপদ সমূহ কোনে ৰচনা কৰিছিল সেই বিষয়ে জনা নাযায় যদিও গীত পদ ৰচনাৰ ক্ষেত্ৰত তলত উল্লেখ কৰা লোক সকলৰ ভূমিকা অধিক।

(১) ওজা / দাইনাপালি

(২) বৰখেলীয়া আদি ধৰ্ম সম্প্ৰদায়ৰ ভকত মহন্ত সকল

(৩) কবি প্ৰতিভা সম্পন্ন ব্যৱহাৰিক জ্ঞান পুষ্ট লোক

(৪) চাৰণ, ভিক্ষু, মগনীয়া, অন্ধলোক, বেপাৰী বা সাউদ আদি

(৫) ৰজা, পুৰোহিত শ্ৰেণী

(৬) বেজ-বেজালিৰ লগত জৰিত লোক

(৭) দুখ শোকত কাতৰ হৈ থকা লোক, ভক্ত সমাজকে আদি কৰি। লগতেপ্ৰৱজিত গীত পদৰ থলুৱা সংস্কৰণ আদি।

দৰঙৰ লোক সাহিত্যৰ এটি বিশেষত্ব হ'ল প্ৰায়বোৰ গীতেই ভক্তি প্ৰকাশক, দাৰ্শনিক আৰু গুৰ গম্ভীৰ ভাৱৰ (ধেমেলীয়া গীতৰ বাহিৰে)। সামাজিক জীৱনৰ প্ৰায়বোৰ দিশতে ইয়াৰ অধিবাসীসকলৰ মাজত ভক্তিভাবটো অন্তঃসলিলা ফল্গুৰ দৰে বৈ থাকে। 'কবিতা জীৱন বীক্ষা' কথাষাৰৰ দৰঙী লোক সাহিত্যৰ ক্ষেত্ৰত বাৰুকৈয়ে খাটে। মানুহৰ কৰণীয়, অকৰণীয়, খাদ্যা-খাদ্য, আচাৰ-ব্যৱহাৰ, স্বাস্থ্য সম্পৰ্কীয় জ্ঞান আদি সকলো বিষয়কে লোক-সাহিত্যই প্ৰতিফলিত কৰিব পাৰিছে। উদাহৰণ স্বৰূপে সংসাৰ ধৰ্ম পালনৰ বিষয়ে উল্লেখ থকা গীত এটি দাঙি ধৰিলোঁ।

দিহা -
অ' জীৱন তোৰ নাই থান থিতি
মনুষ্যৰ জীৱন লই কৰিছা ধেমালি
জীৱন তোৰ নাই থান থিতি।

পদ-
বিধিৰ লিখন হাত এৰণ নাযাই
এতেকে সুখ- দুখ ভুঞ্জে নৰে যাই
সংসাৰত ফুৰে জানা যিটো দুখ ভুঞ্জি
নাৰীৰ উদৰে থাকে নানা সুখে মজি
এহি দুখ ভুঞ্জি জীৱে ফুৰে ঠাই ঠাই
যাৱত নেৰাই জীৱ দুখক নেৰাই

উত্তম মধ্যম কতো অধম হোৱন্ত
তাহাৰ কাৰণ কহো শুনহ সমস্ত
প্ৰথম প্ৰহৰে যিটো ঋতুক ৰাখয়
অল্প আয়ু হুয়াৰহে জানিবা নিশ্চয়
দ্বিতীয় প্ৰহৰে ঋতু যিটো কৰন্ত খেলন
সামান্য হোৱন্ত সিটো জানিবা সজ্জন
তৃতীয় প্ৰহৰে ঋতু যিটো কৰে ক্ষয়
অতি সুখী সিটো নৰ মহাজন হয়
চতুৰ্থ প্ৰহৰে ঋতু পালে যিটো জন
বীৰ ধৰ্ম হয় সিটো জানিবা সিজন
অমাৱস্যা একাদশী তিথি পূৰ্ণিমা
কদাচিটো নাযাবাহা নাৰী জাতি সীমা
মাসমধ্যে দিন এক তাহাৰ আছে সন্ধি
সাবধানে জানি তাক মন কৰা বন্দী
আগে যাই পুৰুষত জীৱ লৱে ঠাই
ঈশ্বৰৰ কৃপায় এক ঠান সিটো পায়
দুইজন সংযোগে পাচে নাৰীগৰ্ভে যাই
একৰাত্ৰি ভৈলেজীৱ এক ৰশ্মি হয়
পাঞ্চ ৰাত্ৰি ভৈলে জীৱ ৰাতুল বৰণ
দশৰাত্ৰি বদৰিকা ফলৰ সমান
একপক্ষ ভৈলে জীৱ জলময় হয়
একমাস ভৈলে হয় মাংস পিণ্ডকায়
দুই মাস হৈলে ইন্দ্ৰিয় গণে লাগ লয়
তৃতীয় মাসত লোম চাল নখ হয়।
সকল সম্পূৰ্ণ থান আৰু কাৰ্য হয়
পুৰুষৰ সাতধাতু চতুৰ্থ মাসত
পঞ্চমাস হৈলে হয় ক্ষুধাতৃষ্ণা যত
ছয় মাস ভৈলে জালে বেৰন্ত শৰীৰ
দক্ষিণ কুষিত তাপ থাকে জননীৰ
সাতমাস ভৈলে বায়ু প্ৰসূতি পাৱয়
গৰ্ভত থাকিয়া তাক থিৰ নকৰয়
আঠমাস হৈলে জীৱ কৰে কৃতাঞ্জলি
কৃষ্ণক কাকুতি কৰে নানা তুতি বুলি



দশমাস ভৈলে জীৱ বায়ু লাগ লয়
প্ৰসূতিৰ বেগে দূত উভতায় থয়
যোনিদ্বাৰে বাজ কৰে যেন তেন কৰি
পাচে চেতন পাই ধৰণীত পৰি
পৃথিবীত পৰি জীৱে লভিলা চেতন
তেতিক্ষণে পৰন্ত কৃষ্ণৰ চৰণ
হৰি হৰি প্ৰাণ কৃষ্ণ কি কাৰ্য কৰিলো।
যি কথা বুলিলা মানে সৱে পাসৰিলো।
*( সংবাদ দাতা- শ্ৰীতিলক চন্দ্ৰ কলিতা, মাজগাঁও)*

তাত্বিক শ্ৰেণী বিভাজনৰ নীতি অনুসৰি লোক সাহিত্যৰ পাঠ পাঁচটা ভাগত ভাগ কৰা হৈছে।[১৪]

(১) লোক কবিতা বা লোকগীত-
(ক) বেলাড বা মালিতা বা কাহিনীগীত বা বৰদৈগীত
(খ) ধৰ্মীয় গীত
(গ) প্ৰণয় গীত
(ঘ) কৰ্ম গীত
(ঙ) উৎসৱ অনুষ্ঠানৰ সৈতে জড়িত গীত
(চ) সংস্কাৰ মূলক কৃত্যৰ সৈতে জড়িত গীত
(ছ) তত্বপূৰ্ণ দাৰ্শনিক ভাৱ প্ৰধান গীত
(জ) চিকাৰ আদিৰ লগত জড়িত গীত
(ঝ) কেচুৱা ল'ৰা ছোৱালীৰ লগত জড়িত গীত
(ঞ) নাট্যগুণ বিশিষ্ট গীত
(ট) বিদ্ৰূপাত্মক গীত
(২) গদ্যধৰ্মী লোক কথা - পুৰাণ কথা, জনশ্ৰুতি আৰু সাধু
(৩) প্ৰবচন লোকোক্তি
(৪) সাঁথৰ, দিষ্টান
(৫) লোক ভাষা

উল্লেখিত বিভাজন অনুযায়ী গীতবোৰ বিস্তৃত পৰিমাণে ***দৰঙী লোকগীত সংগ্ৰহত*** সন্নিবিষ্ট হৈছে। এই লেখকে সংগ্ৰহ কৰা অনেক গীত সংবাদ দাতাৰ নামেৰে গ্ৰন্থত প্ৰকাশ পাইছে। সেইবোৰ গীত পুনৰুল্লেখ নকৰি শ্ৰেণী বিভাজনৰ নিয়মত নোসোমোৱাকৈ কেইটিমান লোক সাহিত্যৰ পাঠ উল্লেখ কৰিবলৈ যত্ন কৰিলোঁ।

দৰং জিলাৰ ওডোলাত বহাগ মাহত হোৱা বাঁহ বিয়াত ঝাপেৰী গোঁসাইৰ গাঁও পৰিভ্ৰমণ প্ৰসঙ্গত গোৱা গীত পদৰ নমুনা —

১। আবুই নাখাই লাফু শাক
মইনো ৰান্ধোং কিনো শাক
বাৰীত আছেই ততীয়াৰ আগ
তাকে ৰান্ধি দিম মই
খাই খাবো নাখাই থাক্।
২। চিৰা মদৰ নোৰা সপা ঐ
ঘূৰাই বান্ধং চুলি খপা ঐ
কোনে মৰই জাহিনীত ঐ
চিকুন চৰাই দেখিলুং ঐ
খাই যাই কক্মাৰ টপ।
৩। চৰাই খেদ চৰাই খেদ দান্দাবাৰী নাই
চৰাই খেদা আপী কেইটাই মূৰত চুলি নাই
মূৰত চুলি নাই।
*( সংবাদতাদাতা-শ্ৰীশৰৎ ডেকা, ৰেংবাৰী)*

**ব্যাস সংগীতৰ ৰাগৰমালিতা ঃ**

শূন্য হন্তে আহে ৰাগ বিশূন্যে লৰেই থাও
হুংকাৰ ভৈলন্ত গুৰু হৃদি বাপ মাও
উৰ্দ্ধগামী হৈয়া ৰাগ আকাশে যায় উৰি
জিভাই ভৈলন্ত ৰাগ তালু হৈলা গুৰি
ৰাগসমে মালিতা শুনেই যিটো নৰ
অক্ষয় পূণ্যবাঢ়ে এই ৰবি তল
পাপ মানে বাঢ়ে পূণ্য মানে জয়
ধনেজনে শ্ৰীনাৰায়ণ বোলা জয় জয়।
*( সংবাদদাতা-শ্ৰীবনমালী ডেকা, আমজুলি)*

**খুলীয়া ভাউৰীয়াৰ বহুৱাৰ গীত ঃ-**

চাপ চুপ কৰ ৰে মোৰ গুৰু ভাইৰে
ঘৰৰ পিছত কিহেনো কাৰাত্ কুৰুত্ কৰেই ৰে
ঢেকীটোই কৰেই ভাই মূৰৰ বিহত মৰো ৰে
থোৰাটোই কৰেই ভাই হাত দাঁতৰ বিহত মৰো ৰে
পোখেলিটোই কৰেই ভাইহাত কান্ধ পাতি ধৰো ৰে
মগুৰাবাৰীয়ে কৰেই ভাইহাত গাৰ বিহত মৰো ৰে
কাটাৰাই কৰেই ভাইহাত কান্ধপাতি ধৰো ৰে



সতিনী বাৰীয়ে কৰেই ভাইহাত কাৰাক্ কুৰুত্ কৰোৰে
লুৰিটোই কৰেই ভাইহাত দুইগালে দুই চৰ মাৰো ৰে।
ডলাখানে কৰেই ভাইহাত ধাপাচ্ ধুপুচ কৰো ৰে
চালঙী খানে কৰেই ভাইহাত মূৰ ঘূৰেই পাৰো ৰে।।
*(সংবাদদাতা-শ্ৰীমুহিলা ডেকা, শ্ৰীবেফুলা ডেকা, মেধিপাৰা)*

**ঢেপাচুলীয়াৰ পদ**

দিহা - অ' সৰস্বতীক প্ৰণাম নমো নিত্যভদ্ৰকালী
অ' সৰস্বতী নমো নমো এ।
পদ - অ' প্ৰথমতে কৰো প্ৰণাম আই সৰস্বতী
অ' ৰাইজ সকলক প্ৰণাম কৰো হাত জোৰ কৰি
অ' নিজ গুৰুক প্ৰণাম কৰো দুই চৰণত ধৰি
অ' আকাশতে কৰো প্ৰণাম আকাশৰ কামিনী
অ' মৎস্য নামে কৰো প্ৰণাম জগতৰ
অ' পুৱৰ দিগি কৰো প্ৰণাম দুৰ্গা গোঁসানী
অ' উত্তৰ দিগি কৰো প্ৰণাম কালিকা গোঁসানী
অ' দক্ষিণ ফালে প্ৰণাম কৰো লক্ষ্মী সৰস্বতী
অ' পশ্চিম ফালে প্ৰণাম কৰো মেৰু যে মণ্ডল।।
*( সংবাদ দাতা ঃ শ্ৰীফেঁচা কোচ, গধিয়াপাৰা)*

দিহা ঃ অ' দোকান সজাই লৌ সজাই দোকান দাৰী
পদ ঃ অ' এ গুৰু মানীৰ ভক্তি ধূলা শিৰত তুলি লও
দোকান বজাৰৰ কথা মই দুই আষাৰমান কও
অ' খৰি লোৰো সোতা সুতি কুইহাৰ বান্ধো আতি
ঘৰৰ পাছত কলথোক আছেই তাকো আনো কাটি
অ' এ কলথোক কাটি আনি মই চাঙত পেলেই থলো
( হাপ্তা)সপ্তাহদিনৰ মূৰত মই কল পকুৰেই ললো
অ' কলপকুৰেই লই মই মনে ভাবি চালো
অ' বঙলা গড়ৰ হাটৰ লেগি বেচ্‌ভা লৈ গেলো
অ' এ কলবেচি পইচা মই পালো বাৰ আনা
অ' লাভৰ জিনিচ কিনি পেল্লো বুঢ়ী পাঠিচানা
ছাগেলী চানা বেচি মই তাতো পালো লাভ।
হাপামাৰাৰ ঘাটক যাই ললো বাঁহৰ চাক
অ' এ গুৱাহাটীক বাঁহৰ চাক বেচ্‌ভা লৈ গেলো

পাচশ পাঞ্চাশ টকা মই তাতো লাভ ক'ল্লো
অ' এ বহুত টকা লাভ কৰি মনে ভাবি চালো
গুৱাহাটীৰ বজাৰত দোকানখান বহালো
অ' এ কেটোই কিনেই আদা হাল্‌ধি কেটোই কিনেই নুন
কেটোই কিনেই পাণ-তামোল কেটোই কিনেই চুণ
কেটোই কিনেই ধুতি চোলা কেটোই কিনেই লোটা
কেটোই কিনেই কাঁহী-বাতি কেটোই কিনেই জোতা
দোকান দেওতে দোকান দেওতে দোকান ডাঙৰ হ'ল
দোকানীৰ মনৰ কষ্ট বিয়া হবা ৰ'ল
মোৰ দোকানত আছেই ভাই হাত জবা কুসুম তেল
তেলৰ বস্তাত ঝিয়া-সুবকিল বাপ্‌কে নিলা মেল
মোৰ দোকানত আছেই ভাইহাত টেকেলা মাৰ্কা চুৰত
দোকানীৰ তিৰি লুকাল দুৱাৰ খুটিৰ মূৰত।।
(শ্ৰীফেঁচা কোচ)

**দেহ বিচাৰৰ গীত ঃ**

অ মন বৰুৱা ৰাজা পৰমাত্মা জীৱ ফুকনতে কউ
চিত্তে হ'ল চৌধাৰী বুদ্ধি হ'ল লখাই দেহাতে বিচাৰি লউ
ধন সাচিবাক নকৰিবা আশ ধনক নিদিবা চিত
গুৰু ভকতক শুশ্ৰুষা কৰিবা সেয়ে পৰকালৰ বিত
দেহাৰ ভিতৰে নওজন কাকতি লিখন কৰিছে তাতে
লেখন লিখিছে খেলন খেলিছে ৰাজা বহি আছে তাতে
ছয়জন ফুকন বাৰজন ৰাখোৱাল পাইকৰ লেখা জোখা নাই
চাৰিপুৰা পাত্ৰৎ শোধন কৰিছে জীৱৰ লাগিছে দায়
নৱ গোটা দুৱাৰে নবগোটা দুৱাৰী সাস্ফ ৰ মাৰিছে টানি
ইহাৰ সাস্ফৰ যিজনে খুলিব সেয়ে পূৰ্ব যোগ ভোগ মানি
নৱগোটা দুৱাৰে নৱগোটা ৰুদ্ৰ ৰুদ্ৰৰ মধ্যে সদাশিৱ
ভকতি চক্ৰত শকতি ধৰিছে পলখ পৰাইছে জীৱ
নামে অময়া ভকতে অময়া আউৰ বিনা নাই
কৃষ্ণদেউৰ কৃপায় ৰচিলা শঙ্কৰে মুৰুখ মাধৱে গায়।
*(সংবাদ দাতা ঃ শ্ৰীতিলক চন্দ্ৰ কলিতা, মাজগাঁও)*

**বনৰীয়া হাতী পোহ মনাই গা ধুৱাওতে মুছলমান মাউতে গোৱা গীত ঃ**

আল্লা আল্লা বোলৰে ভাই



ঐ আল্লা ৰচুল
আল্লা বিনে কেউ নাই ভাই
ঐ আল্লা ৰচুল
কোন মহলেৰ হাতী ভাইৰে
ঐ আল্লা ৰচুল
বেংবাৰী মহলেৰ হাতীৰে ভাই
ঐ আল্লা ৰচুল
কোন ফান্দী ধৰলে ভাই
ঐ আল্লা ৰচুল
সন্ধি ব'ৰ ফান্দী ধৰলৰে ভাই
ঐ আল্লা ৰচুল।
*(সংবাদ দাতা ঃ শ্ৰীবিনয় কুমাৰ মেধি, টংলা)*

**সাধুকথা ঃ** দৰং জিলাত প্ৰাচীন কালৰে পৰা অনেক সাধুকথা মুখবাগৰি আহিছে। গৰমৰ দিনত চোতালত ঢাৰি পাৰি আতা, আবুহঁতে নাতি-নাতিনীহঁতক সাধুকথা কোৱাৰ দৃশ্য মনোৰম। বৰাগী ধৰণৰ অথবা মাননীয় সকলেও সাধুকথা কোৱাৰ পৰম্পৰা এটি আছে। সাধুকথাক সাজোকথা, উপকথা, সাধু গোহাইৰ কথা, কিচ্ছা, কাহিনী আদি অভিধাৰেও সূচিত কৰা হয়। ইয়াক কাল্পনিক বুলি বিবেচনা কৰা হয়। "আনন্দ প্ৰদানৰ বাবেই সাধুকথা কোৱা হয় বুলি বহুতে ভাবে; যদিও সাধুকথাই বিভিন্ন সামাজিক প্ৰকাৰ্য সাধন কৰি আহিছে। নীতি শিক্ষাদানত সেই বিলাকৰ ভূমিকা স্বীকাৰ কৰিবই লাগিব।" ডব্লিউ আৰ বেকচকম্‌ৰ উদ্ধৃতি দি ড০ নবীন চন্দ্ৰ শৰ্মাই কৈছে যে সাধুকথাবোৰ কাল্পনিক। যিকোনো সময়ত যিকোনো স্থানত মানৱ বা মানৱ ভিন্ন চৰিত্ৰক কেন্দ্ৰ কৰি ধৰ্মনিৰপেক্ষ গদ্যৰূপ হ'ল সাধুকথা। বিষয় বস্তুক কেন্দ্ৰ কৰি সাধুকথাক কেইবাটাও শ্ৰেণীত ভাগ কৰা হৈছে। সেইবোৰৰ অন্তৰ্গত কিছু সাধুকথা দৰঙত পোৱা যায়।[১৩]

**(ক) জন্তুকেন্দ্ৰিক সাধুকথা ঃ** এইবিধ সাধু কথাৰ মুখ্য চৰিত্ৰ জন্তু। জন্তুৰ দুঃসাহসিক বৰ্ণনা ইয়াত প্ৰকাশ পায়। সাধাৰণতে বান্দৰ, শিয়াল, বাঘ, ভালুক, হৰিণ, কাচ, শহাপহু, কাউৰী, বগলী, টুনী চৰাই , ফেঁচা, চিলনী আদিক কেন্দ্ৰ কৰি অনেক সাধুকথা পোৱা যায়।

**(খ) যাদুমন্ত্ৰ বা বিস্ময়াবহ বা অতিলৌকিক কাহিনী ঃ** অলৌকিক দুঃ সাহসিক কাৰ্যৰ প্ৰতি মানুহৰ আকৰ্ষণ আছে। যাদুমূলক কাহিনীত নায়কে দুখ-যান্ত্ৰনাৰ মাজেৰে জীৱন আৰম্ভ কৰি সুখৰ সন্ধানত যাত্ৰা কৰোতে মানৱ শক্তিয়ে ঢুকি নোপোৱা অলৌকিক অসৎ শক্তিয়ে তেওঁক লম্ভে। অতি মানবীয় শক্তিৰে সেই শক্তিক নাশ কৰি নায়কে নিজকে প্ৰতিষ্ঠা কৰে। ননৈৰ গৰাখহনীয়াৰ কাৰণ, শিয়ালা গোঁসাইৰ

সাধুকথা, বুঢ়ীনগৰ পুখুৰী, জয়পালপুখুৰীৰ কাহিনী, জলজলী পুখুৰীৰ কাহিনী,পুখুৰীত থকা জলকুঁৱৰীৰ কাহিনী, কমলা কুঁৱৰীৰ সাধু, পিঠাখোৱা ল'ৰাক ৰাক্ষসে ধৰা সাধু, আদি দৰঙত প্ৰচলিত সাধুৰ উদাহৰণ।

**(গ) নৈদানিক সাধুকথা ঃ** নৈদানিক সাধুকথাত জগত সৃষ্টি আৰু বিভিন্ন বস্তুৰ উৎপত্তি সম্পৰ্কে পোৱা যায়। সেইবোৰৰ ভিতৰত আমৰগছ, কলগছ, ঘিউ, তামোল পাণ, পিঠাগুৰি, চৰাই চিৰিকতি, জীৱজন্তু আদিৰ উৎপত্তি সম্পৰ্কে পোৱা যায়। আমগছৰ উৎপত্তি বিষয়ক কাহিনী এটি দৰঙৰ ব্যাস গোৱা ওজাপালি সকলে গায়।

**(ঘ) টেটকুঁটি ঃ** টেটকুটি মানে হ'ল হাস্য ব্যংগ সাধু। টেটকুঁটিবোৰ চুটি। নাটকীয় পৰিবেশো টেটকুটিত, স্থান পোৱা দেখা যায়। সমাজৰ অসংগতি, দুৰ্বলতা আৰু দোষ ত্ৰুটিবোৰ টেটকুঁটিত প্ৰকাশ পায়। দৰঙত গোঁসাই ব্ৰাহ্মণ, মৌজাদাৰ আৰু ডা- ডাঙৰীয়া আদিক লৈ কিছু টেটকুঁটি আছে।

**(ঙ) সত্য কাহিনী ঃ** কিছুমান সত্য কাহিনীক লৈও ক্ষুদ্ৰ ক্ষুদ্ৰ সাধুকথা সৃষ্টি হোৱা দেখা যায়। "বাগ্মৈদগ্ধ্যপূৰ্ণ উক্তি, মূৰ্খামি, ভ্ৰমণ, যুদ্ধ কৰ্ম, দুঃসাহসিক ঘটনা, মিছা কথা, বাস্তবানুগ হাস্যাত্মক কাহিনী" আদি এই শ্ৰেণীৰ। দৰঙৰ গাতুঁৱা ভকতৰ কাহিনী, হীৰামন ভোকলুৰ কাহিনী, পথৰুঘাটৰ ৰণত অংশ লোৱা ব্যক্তিসকলৰ কোনো কোনো জনক কেন্দ্ৰ কৰি এনেধৰণৰ সাধুকথা সৃষ্টি হোৱা দেখা যায়।

**(চ) মূৰ্খৰ সাধু ঃ** মূৰ্খ ব্যক্তিক চৰিত্ৰ হিচাপেলৈ এই শ্ৰেণীৰ সাধুকথাই গঢ় লয়। এনে সাধুৰ যোগেদি কোনো জাতি, গোষ্ঠী আদিক ঠাট্টা- বিদ্ৰুপ কৰা দেখা যায়। বামুণৰ বহুৱা, মূৰ্খ জোঁৱায়েকৰ সাধু এই শ্ৰেণীৰ।

**(ছ) টেন্টনৰ সাধু ঃ** এই শ্ৰেণীৰ সাধুকথাত নায়কজনে আনক ঠগ-প্ৰৱঞ্চনা কৰে। জেদী আৰু অনমনীয় চাৰিত্ৰিক বৈশিষ্ট্যত টেন্টনৰ জন্ম।' টেন্টন চৰিত্ৰ মানুহ বা জীৱ-জন্তুৰেও ৰূপায়ণ কৰিব পাৰে। টেন্টনে আনক ঠগাবলৈ গৈ কেতিয়াবা নিজেও ঠগ খোৱা দেখা যায়। বামুণৰ বহুৱা', বান্দৰ আৰু শিয়াল আদি এই শ্ৰেণীৰ সাধু কথা।

**(ঝ)ধৰ্মমূলক সাধুকথা ঃ** পাপ- পূণ্য স্বৰ্গ-নৰক আদিৰ বিষয়ে বৰ্ণিত ধৰ্মীয় কাহিনী বোৰক ধৰ্মীয় সাধুকথা বোলা হয়। বামুণ-বামুণীৰ কাহিনী, মহাদেৱ-পাৰ্বতীৰ কাহিনী আদি এই শ্ৰেণীৰ অন্তৰ্গত।

সাধুকথাবোৰৰ উদ্দেশ্য নীতি-শিক্ষাৰে সৎ পৰামৰ্শ আগবঢ়োৱা। সাধুকথাৰ মাজেৰে সমাজৰ ৰীতি-নীতি, লোকবিশ্বাস, সমাজ ব্যৱস্থা, নৈতিক আদৰ্শ আদি বিবৃত হৈ আহিছে।

**মন্ত্ৰ সাহিত্য ঃ** কামৰূপ তন্ত্ৰমন্ত্ৰৰ দেশ। দৰঙতো প্ৰাচীন কালৰে পৰা তন্ত্ৰ মন্ত্ৰৰ প্ৰচলন থকাৰ প্ৰমাণ পোৱা যায়। মন্ত্ৰ দুবিধ। এবিধ বেজ-বেজালিৰ লগত জৰিত আৰু আনবিধ পূজাৰ মন্ত্ৰ। সুকনানি ওজাপালিয়ে গোৱা গীত পদৰ মাজত



সৰ্পই দংশন কৰি মৃত্যু ঘটোৱা লখিন্দাৰক পুনৰ জীওৱা কাহিনী বৰ্ণিত আছে। দেওধনী দঁকত পেলাই দঁকৰ পৰা তোলাৰ বাবে যি পদ গোৱা হয় তাকো মন্ত্ৰৰ শাৰীত থব পৰা যায়। বেজ বেজালিৰ লগত জৰিত মন্ত্ৰ দুবিধ। এবিধ ভাল মন্ত্ৰ আৰু আনবিধ কুমন্ত্ৰ। ভাল মন্ত্ৰৰ জৰিয়তে জৰা-ফুকা কৰি ৰোগীৰ ৰোগ উপশম ঘটোৱা হয়। কুমন্ত্ৰৰ যোগেদি কাৰোবাক ৰোগ-ব্যাধি জাপি দিয়া হয়। মিলনত ব্যাঘাট জন্মায়। ভূত জপাই দিয়া, কাজিয়া লগোৱা, বিয়াৰ দৰা কইনাক লটি ঘটি কৰা আনকি প্ৰাণ মাৰি পেলোৱাও হয় বুলি বিশ্বাস।

কিছুমান মন্ত্ৰ স্পষ্টকৈ আৰু কিছুমান মন্ত্ৰ মুখৰ ভিতৰতে আওৰোৱা হয়। কিছুমান মন্ত্ৰ গদ্যধৰ্মী আৰু কিছুমান মন্ত্ৰ কাব্যিক বৈশিষ্ট্য পূৰ্ণ। দৰঙত বেজ-বেজালিৰ লগত জড়িত প্ৰায় দুশ বিভিন্ন মন্ত্ৰ পুথিৰ সন্ধেদ পোৱা গৈছে।

পূজাৰ মন্ত্ৰ সমূহ দেৱ-দেৱীক উপাসনাৰ বাবে পুৰোহিত অথবা ভক্তই নিবেদন কৰে। দেৱীৰ স্তুতি বা প্ৰাৰ্থনা বোৰৰ কিছুমান মন্ত্ৰ গুণ সম্বলিত।

**লোকভাষা ঃ-** লোকভাষা সাহিত্যৰ অন্যতম অঙ্গ। দৰঙৰ বিভিন্ন অঞ্চলত মানুহৰ কথা বতৰা শব্দ, সুৰ আদিৰ পাৰ্থক্য লক্ষ্য কৰা যায়। ধৰ্মীয় দিশত অসমীয়া মুছলমান সকলৰ ভাষাত শব্দ আৰু সুৰৰ বৈশিষ্ট্য আছে। তেনেদৰে দৰঙৰ নাথ সম্প্ৰদায় কোচ সম্প্ৰদায় আদিৰ ভাষাও বিশেষ বৈশিষ্ট্যপূৰ্ণ। অঞ্চল হিচাপেও ছিপাঝাৰ অঞ্চলত ব্যৱহাৰ হোৱা কিছু শব্দ দেওমৰনৈ অঞ্চলত ব্যৱহাৰ হোৱা শব্দতকৈ পৃথক। দৰঙৰ উত্তৰ পূব অঞ্চলৰ ভাষাও উল্লিখিত অঞ্চলতকৈ পৃথক। পূব মঙ্গলদৈ অঞ্চলৰ বেজপাৰা গাঁৱৰ কলিতা সম্প্ৰদায়ৰ লোকে জ ধ্বনিৰ পৰিৱৰ্তে ঝ ধ্বনিৰ প্ৰয়োগ কৰে। জাৰ> ঝাৰ, জেঠৈই >ঝেঠৈই, জ্বৰ > ঝৰ ইত্যাদি।

দৰঙত ব্যৱহৃত কিছুমান শব্দ ব্যৱহাৰ মান্যভাষাত ব্যৱহাৰ হোৱা দেখা নাযায় হলেও তাৰ অৰ্থ অন্য ধৰণৰ। যেনে- আলোচনা অৰ্থত গোলমাল; গা বেয়া লগা অৰ্থত ঘেলউ মেলউ; অতি ঠাণ্ডা বুজাবলৈ গেৰগেৰীয়া ইত্যাদি। দৰঙত ব্যৱহৃত শব্দবোৰৰ অভিধানখন শ্ৰীপ্ৰভাত চন্দ্ৰ শৰ্মা দেৱৰ সম্পাদনাত প্ৰকাশ পাইছে।

ঠাঁৰ সমূহেও লোক সাহিত্যৰ ভড়াল চহকী কৰিছে। উল্টা ঠাঁৰ, জ ঠাঁৰ, আকাৰৰ ই কাৰ ঠাঁৰ, বৰৰুচি ঠাঁৰ আদি উল্লেখ যোগ্য। মৰিয়া সম্প্ৰদায়ৰ মাজত প্ৰচলিত গুপ্ত ভাষাও লোকভাষাৰ অধ্যয়নৰ বাবে গুৰুত্ব পূৰ্ণ ভাষা।

**সাঁথৰ ঃ -** সাঁথৰৰ জৰিয়তে বুদ্ধিদীপ্ততাৰ পৰিচয় পোৱা যায়। দৰঙত অনেক সাঁথৰ আছে। ব্যাস গোৱা ওজাপালিৰ দাইনাপালিয়ে কোৱা সাঁথৰৰ নমুনা কেইটিমামান দাঙি ধৰা হ'ল।

(১) জগতৰ উপকাৰী পতিব্ৰতা সতী
স্বামী নাই তথাপিতো হৈ আছে গৰ্ভৱতী
কাৰো সঙ্গে নকৰেই কথা

গৰ্ভৰ ছুৱালে কৰেই চাৰি যুগৰ কথা (গ্ৰন্থ)

(২) পিঠিত কুঁজ মাথাত ত্ৰিশূল
চৈধখান ভৰি
পাচ ডাল নেঙুৰ ( নিচিলা মাছ )

(৩) গোৰত ঝপঝপীয়া
মাঝত চিল চিলীয়া
মুখেদি ডিমা পাৰেই
কটিদি ওলেই চানা
গোটাই গিটা ঝী
গিৰস্থে সেৱা কৰ্‌চি সেই বস্তুটো দি।( কলগছ)

(৪) একে মুখে খায় হাজাৰ মুখে হাগেই
বামুণে লাৰি দিলি গোঁহাইৰ কটিত লাগেই। ( পিঠাগুৰি)
*(সংবাদ ঃ শ্ৰীবনমালী ডেকা, আমজুলি)*

অঞ্চল বিশেষে লোক সাহিত্যৰ পাঠ -পাঠান্তৰ লক্ষ্য কৰা যায়।
উদাহৰণ স্বৰূপে -

মনপুৰৰ ধান
ঔতলাৰ পাণ
কাচোমেৰীয়া ঝাপি
নগেএৱা আপী।
কোনো অঞ্চলত এই কথা খিনি কোৱা হয় এনেদৰে-
বেজপাৰাত দেখা পালো বঁটা ঝিলকা পাণ

মঙলবেছাত হাৱেই ভাই বিৰা ভাঙা ধান। ইত্যাদি। জাতিগত বা ধৰ্মৰ ভিত্তিতো কেতিয়াবা কোনো পাঠৰ পাঠান্তৰ লক্ষ্য কৰা যায়।

দৰঙীলোক সাহিত্যৰ কোনো কোনো শ্ৰেণীৰ প্ৰচাৰ তথা প্ৰসাৰৰ ক্ষেত্ৰত দৃশ্য শ্ৰব্য অনুষ্ঠান বিশেষকৈ ওজাপালি, খুলীয়া ভাউৰীয়া আৰু ঢুলীয়া অনুষ্ঠান বিশেষে ভূমিকা গ্ৰহণ কৰি আহিছে।

আধুনিক শিক্ষা ব্যৱস্থা আৰু যান্ত্ৰিক দৃশ্যশ্ৰব্য আহিলাই লোক-সাহিত্য চৰ্চাৰ পথাৰখনৰ উৰ্বৰতা হ্ৰাস কৰা দেখা যায়। অনাখৰী জনসাধাৰণ লোক-সাহিত্যৰ ধাৰক-বাহক বৰ্ত্তমান জীৱিকা নিৰ্বাহৰ উপায় একেখন গাঁৱৰে লোকৰে ভিন ভিন হোৱা বাবে এই ক্ষেত্ৰখনত পৰম্পৰা আশ্ৰয়ী অংশীদাৰ কিছু সীমিত হৈ আহিব ধৰিছে।❑❑

**পাদটীকা ঃ**

(১) কালিকাপুৰাণ ঃ পঞ্চানন তৰ্কতীৰ্থ ( সম্পা ) ৭৮/৭



(২) যোগিনী তন্ত্ৰ ঃ চক্ৰেশ্বৰ ভট্টাচাৰ্য ( সম্পা ) ১/১/১৬-১৮
(৩)পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰাঃ ডক্টৰ বাণী কান্ত কাকতি
(৪) Darrang District Through the Age : Dr. Lokeswar Nath.
(৫) উক্তগ্ৰন্থ
(৬) উক্তগ্ৰন্থ
(৭) উক্তগ্ৰন্থ
(৮) কানাই বৰশীবোৱা শিলালিপি
(৯) অসমীয়া লোক সংস্কৃতিৰ আভাস ঃ ড° নবীনচন্দ্ৰ শৰ্মা
(১০) ভাৰতৰ উত্তৰ পূৰ্বাঞ্চলৰ লোক- সংস্কৃতি ঃ ড° নবীনচন্দ্ৰ শৰ্মা
(১১) অসম ভাষা বিজ্ঞান সমিতিৰ প্ৰথম বাৰ্ষিক অধিবেশনৰ সভাপতিৰ অভিভাষণ ঃ ড° গোলোক চন্দ্ৰ গোস্বামী
(১২) ভাৰতৰ উত্তৰ পূৰ্বাঞ্চলৰ লোক-সংস্কৃতি ঃ ড° নবীনচন্দ্ৰ শৰ্মা
(১৩) দৰঙৰ লোকগীতি- সংগ্ৰহ ঃ ড° কনক চন্দ্ৰ চহৰীয়া( সম্পা)
(১৪)লোক-সংস্কৃতি ঃ ড° নবীনচন্দ্ৰ শৰ্মা

# দৰঙৰ জনগাঁথনি

ড° গিৰীশ চন্দ্ৰ গোস্বামী

কালিকা পুৰাণ, যোগিনীতন্ত্ৰ আদিত উল্লেখ কৰা মতে প্ৰাচীন কামৰূপ ৰাজ্য পশ্চিমে কৰতোৱা নদীৰ পৰা পূবে দিকৰাই নদীলৈ পৰিব্যাপ্ত আছিল। সেই তথ্য অনুসৰি বৰ্তমান দৰং জিলাখন প্ৰাচীন কামৰূপ ৰাজ্যৰ ভিতৰুৱা আছিল। খৃষ্টীয় নৱম শতিকা মানলৈ দৰং ৰাজ্য প্ৰাচীন কামৰূপ ৰাজ্যৰ অংশবিশেষ আছিল।[1] প্ৰাগ্ ঐতিহাসিক কালৰে পৰা অসুৰবংশীয়, পালবংশীয়, ভূঞা, চুতীয়া, জিতাৰী আৰু শেষত কোচ ৰজাসকলে দৰং ৰাজ্যত ৰাজত্ব কৰিছিল।[2]

১৩০০ চনৰ পৰা ১৬০০ চন মানলৈ ভূঞাসকলে দৰং ৰাজ্যত ৰাজত্ব কৰিছিল। প্ৰজাহিতকৰ কাম হিচাপে তেওঁলোকে ৰাজ্যখনত বহুতো পুখুৰী খন্দাই খোৱা পানীৰ যোগান ধৰাৰ লগতে সম্ভৱতঃ জলসিঞ্চনৰ কামো সম্পাদন কৰাইছিল। আজিও দৰং জিলাত থকা বৰমপুৰ পুখুৰী, বলদেৰ পুখুৰী আদিয়ে তাৰেই সাক্ষ্য বহন কৰিছে। ভূঞা ৰজাসকলে ৰণথলী, ভূড়াবগড় আদিত গড় কোঠ আদি নিৰ্মাণ কৰি প্ৰজাক সুৰক্ষা প্ৰদান কৰিছিল।

ভৌগোলিক অৱস্থান অনুসৰি ২৬°১২´-২৬°৫৭´ উত্তৰ অক্ষাংশ আৰু ৯১°৪২´ -৯২°২২´ পূব দ্ৰাঘিমাৰ মাজত দৰং জিলা অৱস্থিত। ইয়াৰ মাটিকালি ৩৪৮১ বৰ্গ কিলোমিটাৰ আৰু ২০০১চনৰ লোকপিয়ল মতে ইয়াৰ জনসংখ্যা হৈছে ১৫০৩৯৪৩জন। জনসংখ্যাৰ গড় ঘনত্ব প্ৰতি বৰ্গ কিল'মিটাৰত ৪৩২ জন। এই সংখ্যা অসমৰ গড় জনসংখ্যাৰ পৰিমাণ ৩৪০ জনতকৈ বহু বেছি আছিল। তাহানিৰ ১৯০১ চনতে পাথৰিঘাট আৰু কলাইগাঁও তহচিলত ঘনত্ব আছিল প্ৰতিবৰ্গ কিল' মিটাৰত ৮১ জন। কিন্তু কলাইগাঁও তহচিলৰ উত্তৰৰ ভুটান পাহাৰৰ নামনি অঞ্চল, পূবফালৰ ধনশিৰি নৈৰ অৱবাহিকা আৰু দক্ষিণৰ ব্ৰহ্মপুত্ৰৰ অৱবাহিকা অঞ্চলত ঘনত্ব যথেষ্ট কম আছিল আৰু সেই বোৰ অঞ্চল ঘন অৰণ্য, গোপচাৰ আৰু জলাশয় অথবা পতিত মাটিৰে আগুৰা আছিল। পৰৱৰ্তীকালত সেই অনাবাদী নদী উপত্যকাবোৰ পূৰ্ববংগৰ মৈমনসিং জিলাৰ পৰা অহা পমুৱা মুছলমান আৰু নেপালী গো-পালক লোকেৰে ভৰি পৰে।

দৰং জিলাৰ প্ৰাচীন অধিবাসীসকল কিন্তু মূলতঃ মংগোলীয় আৰু ককেচীয় বংশোদ্ভৱলোক। মংগোলীয়সকল কেতিয়া এই অঞ্চললৈ আহিছিল তাক সঠিককৈ কোৱা টান যদিও কুৰুক্ষেত্ৰ যুদ্ধত ৰজা ভগদত্তই অসংখ্য হাতীঘোঁৰা লৈ কৌৰৱপক্ষক সহায় কৰা বৰ্ণনাৰ পৰা খাটাং ক'ব পাৰি যে মংগোলীয়সকলে কুৰুক্ষেত্ৰ মহাসমৰৰ বহু আগতে এই অঞ্চলত বসতি কৰিছিল। এই অঞ্চলত মংগোলীয় সকলতকৈয়ো



পুৰণি অধিবাসী আছিল অষ্ট্ৰো-এছিয়াটিক লোকসকল। কিন্তু নতুন প্ৰব্ৰজনকাৰী মংগোলীয়সকলৰ হেঁচাত তিষ্ঠিব নোৱাৰি তেওঁলোক দক্ষিণৰ মেঘালয় মালভূমিৰ ফালে আঁতৰি যায়। খৃষ্টপূৰ্ব এহেজাৰমান বছৰ কালত সম্ভৱতঃ এই অঞ্চললৈ ককেচীয়(আৰ্য)সকলৰ আগমন হয়। আৰ্যসকলে কিন্তু মংগোলীয়সকলৰ লগত যুঁজ-বাগৰ নকৰি মিলাপ্ৰীতিৰেহে থাকিবলৈ লয়। আৰ্য ঋষিমুনিসকলে পতা বুলি অনুমান কৰা আশ্ৰয় কিছুমানৰ ভগ্নাৱশেষ এতিয়াও দৰং জিলাৰ ধলপুৰ, কুৰুৱা, আঠৈৰিঘাট (পূৰ্বতে আট্ৰিখাট) আদি ঠাইত দেখিবলৈ পোৱা যায়।

দৰং জিলাত লোক গণনা আৰম্ভ হয় ১৮৭২ চনৰ পৰা। তলৰ তালিকাত তেতিয়াৰে পৰা হোৱা জনসংখ্যাৰ বৃদ্ধি দেখুওৱা হ'ল।

| চন | জনসংখ্যা | জনসংখ্যাৰ শতকৰা বৃদ্ধিৰ পৰিমাণ |
|---|---|---|
| ১৮৭২ | ১৭৪,০৬৬ | |
| ১৮৮১ | ১৬৬,০৫৫ | (-)৮,০১১ |
| ১৮৯১ | ১৮৮,০৫০ | (+)২১,৯৯৫ |
| ১৯০১ | ১৭৩,৩৮০ | (-)১৪,৪৭০ |
| ১৯১১ | ১৭০,১৫৯ | (-)৩,৪২১ |
| ১৯২১ | ১৯১,৪৭৩ | (+)২১,৩১৪ |
| ১৯৩১ | ২৩৯,৬৪৯ | (+)৪৮,১৭৬ |
| ১৯৪১ | ৩২৪,২৪৬ | (+)৮৪,৫৯৭ |
| ১৯৫১ | ৪০২,৫০১ | (+)৭৮,২৫৫ |
| ১৯৬১ | ৫৮২,৬২৪ | (+)১৮০,১২৩ |
| ১৯৭১ | ৮৩৪,৫৭৪ | (+)২৫১,৯৫০ |
| ১৯৯১ | ১,২৯৮,৮৬০ | (+)৪৬৪,২৮৬ |
| ২০০১ | ১৫০৩,৯৪৩ | (+)২০৫,০৮৩ |

সাধাৰণতে প্ৰতি দহ বছৰৰ মূৰে মূৰে হোৱা লোকগণনাত জনসংখ্যা বৃদ্ধি হোৱাৰ বিপৰীতে ওপৰৰ তালিকাখনৰ আৰম্ভণিৰ কেইটামান বছৰত জনসংখ্যা হ্ৰাস পোৱাহে পৰিলক্ষিত হয়। এনেকুৱা হ্ৰাসৰ মূল কাৰণবোৰ হ'ল— জিলাখনৰ উত্তৰাঞ্চলত সময়ে সময়ে মহামাৰীৰূপে দেখা দিয়া ক'লাজ্বৰ, বসন্ত আৰু কলেৰাৰ প্ৰাদুৰ্ভাব। কুৰি শতিকাৰ প্ৰায় আৰম্ভণিৰ পৰাই জিলাখনত জনসংখ্যা বৃদ্ধি হোৱাৰ মূল কাৰণ প্ৰাকৃতিক বৃদ্ধিৰ উপৰিও বহিৰাগত লোকৰ আগমন। জনসংখ্যা তিনিটা মূল কাৰণৰ ওপৰত ভিত্তি কৰি বৃদ্ধি হোৱা দেখা যায়। যেনে-

(ক) উত্তৰাঞ্চলৰ বহুতো সংৰক্ষিত এলেকা জনবসতিৰ বাবে মুকলি কৰি দিয়া,

(খ) পূৰ্বৰ নদীকাষৰীয়া পতিত মাটিবোৰত পমুৱালোকৰ বসতি স্থাপন আৰু

(গ) সৰুবৰ কেতবোৰ নগৰ-চহৰ গঢ়ি উঠাৰ ফলত বাণিজ্যিক কেন্দ্ৰৰ উত্তৰণ ঘটা।

ওপৰত উল্লেখ কৰামতে দৰং জিলাত নিয়মীয়া লোকগণনা আৰম্ভ হয় ১৮৭২চনৰ পৰা আৰু মুঠ লোকসংখ্যা পোৱা যায় ১৭৪,০৬৬ জন। কিন্তু ১৮৮১ চনত জনসংখ্যা ৪.৬০% হ্ৰাস হৈ ১৬৬,০৫৫ জন হয়গৈ। হিন্দু, মুছলমান, বড়ো,-কছাৰীকে ধৰি তেতিয়াৰ প্ৰায় আটাইখিনি অধিবাসীয়েই আছিল থলুৱা অসমীয়া। পিছৰ দশকত ঝাৰখণ্ড, উৰিষ্যা, অন্ধ্ৰ প্ৰদেশ আদিৰ পৰা বহুসংখ্যক চাহ শ্ৰমিকৰ আমদানি হোৱাৰ বাবে ১৮৯১চনত জনসংখ্যা ১৮৮,০৫০জনলৈ বৃদ্ধি হয়। উনবিংশ শতিকাৰ শেষৰটো দশকত মহামাৰীত বহুলোকৰ প্ৰাণহানি হোৱাত আৰু বহুতো জনজাতীয় লোক মহামাৰীৰ ভয়ত, লক্ষীমপুৰ আদি অঞ্চললৈ স্থানান্তৰিত হোৱাত ১৯০১চনৰ লোকসংখ্যা ৭.৮% কমি ১৭৩,৫৮০ জন হয়। ১৯০৬ চনত জিলাখনৰ উত্তৰাঞ্চলত পুনৰ বসন্ত আৰু কলেৰাই মহামাৰী ৰূপ লোৱাত ১৯১১চনৰ লোকপিয়লত জনসংখ্যা ১৭০,১৫৯ জনলৈ হ্ৰাস পায়। কিন্তু সামূহিকভাবে জনসংখ্যা হ্ৰাস পোৱাৰ বিপৰীতে এই সময়ছোৱাত মঙ্গলদৈ থানা এলেকাত ১৫.১৬%জনসংখ্যা বৃদ্ধি পায়। ইয়াৰ মূল কাৰণ হ'ল পূৰ্ববঙ্গৰ পৰা আহি ইয়াৰ ব্ৰহ্মপুত্ৰৰ চৰ-চাপৰিবোৰত থিতাপি লোৱা বহুসংখ্যক পমুৱা মুছলমান লোকৰ প্ৰব্ৰজন।

পৰৱৰ্তীকালত পূৰ্ববংগৰ মৈমনসিং জিলাৰ পৰা অহা পমুৱা মুছলমান কৃষক, নেপালৰ পৰা অহা নেপালী গো-পালক আৰু জিলা খনত নতুনকৈ খোলা চাহ-বাগিচা কিছুমানত দেশৰ ভিন ভিন ৰাজ্যৰ পৰা আহি কৰ্মসংস্থান পোৱা চাহ বনুৱাসকলৰ বাবে ১৯২১ চনৰ লোক পিয়ল মতে জনসংখ্যা বৃদ্ধি হৈ ১৯১,৪৭৩ জন হয়। মন কৰিবলগীয়া কথা যে জিলাখনত ১৯১২, ১৯১৬, ১৯১৮ আৰু ১৯১৯ চনত কলেৰা আৰু ইনফ্লুয়েঞ্জা ৰোগে মহামাৰী ৰূপ লোৱা সত্বেও জনসংখ্যা বৃদ্ধি হোৱাটো মূলতে প্ৰব্ৰজনৰ ফলশ্ৰুতি।

লোকপিয়লৰ সঞ্চালক মি.চি.এচ মুলানৰ মতে দৰং জিলাত লাহে লাহে আবাসিক পৰিবেশ কিছু উন্নতি সাধিত হোৱাত প্ৰাকৃতিক কাৰণতে জনসংখ্যা কিছু বাঢ়িবলৈ লয় যদিও প্ৰধানতঃ পমুৱাসকলৰ প্ৰব্ৰজনৰ ফলতে ১৯৩১চনৰ লোকপিয়লত মুঠ জনসংখ্যা ২৫.১৬ % বাঢ়ি ২৩৯,৬৪৯ জন হয়গৈ। ১৯২১-৩১ ৰ দশকত অকল দলগাঁও মৌজাতেই ১৫.১%জনসংখ্যা বৃদ্ধিপায়।

১৯৪১ চনৰ লোকপিয়লতো দৰং জিলাৰ জনসংখ্যা ৩৫.৩% বাঢ়ি মুঠ৩২৪,২৪৬ জন হয়। এইবাৰো বহিৰাগতৰ প্ৰব্ৰজনেই জনসংখ্যা বৃদ্ধিৰ মূল কাৰণ বুলি অভিহিত কৰা হয়।

স্বাধীনতা লাভৰ পিছৰ প্ৰথমটো লোকপিয়লত ১৯৫১ চনত দৰং জিলাৰ



জনসংখ্যা ৪০২,৫০১ জনলৈ বৃদ্ধি পোৱা ছবি খন কিছু ব্যতিক্ৰমধৰ্মী। এইবাৰ কলাইগাঁও থানা এলেকাত সৰ্বাধিক ৫১.৭ শতাংশ, ওদালগুৰি থানা এলেকাত ৩৫.৪ শতাংশ আৰু দলগাঁও থানা এলেকাত ৩৫.৩ শতাংশ জনসংখ্যা বৃদ্ধি পায়। দেশ বিভাজনৰ পিছত এই বৃদ্ধিৰ মূল কাৰণ মূলতঃ তেতিয়াৰ পুব পাকিস্তানৰ পৰা হোৱা হিন্দু শৰণাৰ্থীৰ প্ৰব্ৰজনৰ ফল বুলি ধৰা হয়। সেই একেটা কাৰণতে পিছৰ দশকত ওদালগুৰি থানা এলেকাত সৰ্বাধিক ৭৫.৮৪শতাংশ আৰু কলাইগাঁও থানা এলেকাত ৬২.৬১ শতাংশ বৃদ্ধিৰে জিলাখনৰ ১৯৬১ চনৰ জনসংখ্যা ৫৮২,৬২৪ জনলৈ বৃদ্ধি পায়। সময় পাৰ হোৱাৰ লগে লগে ওদালগুৰি নগৰ বিকাশৰ ফলত অগ্ৰগতি লাভ কৰাত কামৰূপ আৰু গোৱালপাৰা জিলাৰ পৰা বহুসংখ্যক ব্যৱসায়ীলোক এই জিলালৈ ধাৱমান হোৱাটোৱো ওদালগুৰি থানা এলেকাত জনসংখ্যা বৃদ্ধি প্ৰবল হোৱাৰ অন্যতম কাৰণ।

সত্তৰৰ দশকত দৰং জিলালৈ বিদেশী অনুপ্ৰবেশৰ মাত্ৰা পুনৰ বৃদ্ধি পায়। এইবাৰৰ প্ৰব্ৰজনত পমুৱা মুছলমানৰ উপৰি হিন্দু-বাঙালী শৰণাৰ্থী আৰু নেপালীলোকৰ প্ৰব্ৰজন মন কৰিবলগীয়া। সেয়েহে ১৯৭১চনৰ লোকপিয়লত জনসংখ্যা ৮৩৪,৫৭৪ জনলৈ বৃদ্ধি পায় আৰু ভিন ভিন থানা এলেকাত জনসংখ্যাৰ পৰিমাণ ভালেখিনি বাঢ়ে। উদাহৰণ স্বৰূপে ওদালগুৰি থানা এলেকাত ৬১.৬১ শতাংশ, পানেৰীত ৬১.০৮ শতাংশ, কলাইগাঁৱত ৪২.০২ শতাংশ আৰু মাজবাট থানা এলেকাত ৩৭.৭১ শতাংশ। ইয়াৰ পিছৰ দশকটোত অসম আন্দোলনৰ পৰিপেক্ষিতত ১৯৮১চনৰ লোকপিয়ল অসমত অনুষ্ঠিত কৰিব পৰা নহ'ল।

দেশত চিকিৎসাসেৱাৰ উন্নয়নৰ ফলস্বৰূপে অকাল মৃত্যুৰ হাৰ হ্ৰাস পোৱা হেতুকে জনসংখ্যাৰ বৃদ্ধিৰ নিয়মীয়া হাৰো বাঢ়ে আৰু ১৯৯১ চনত জিলাখনৰ মুঠ জনসংখ্যা হয়গৈ ১২,৯৮,৮৬০ জন। লোক পিয়লত এই প্ৰবল জনসংখ্যা বৃদ্ধিৰ কাৰণ কেবাটাও বুলি ঠাৱৰ কৰা হৈছে। যেনে-

(ক) বাংলাদেশৰ পৰা পমুৱা মুছলমানৰ প্ৰব্ৰজন

(খ) বাংলাদেশ সৃষ্টিৰ ফলত তাৰ পৰা বৃহৎ সংখ্যক হিন্দু বাঙালী শৰণাৰ্থীৰ প্ৰব্ৰজন, (গ) অবিৰতভাবে চলিথকা নেপালীলোকৰ প্ৰব্ৰজন

(ঘ) জিলাখনৰ নগৰীয়া অঞ্চলবোৰলৈ আন আন অঞ্চলৰ পৰা ব্যৱসায়ী আৰু বুদ্ধিজীৱীলোকৰ আগমন আৰু

(ঙ) নিয়মীয়া বৃদ্ধি।

সদ্যসমাপ্ত ২০০১ চনৰ লোক পিয়ল মতে দৰং জিলাৰ মুঠ জনসংখ্যা ১৫,০৩৪৩ জন জনসংখ্যা বৃদ্ধিৰ পুৰ্বে উল্লেখিত কাৰণবোৰৰ উপৰিও ১৯৮৩ চনত মঙলদৈ নগৰ জিলাৰ সদৰ হিচাপে আৰু ওদালগুৰি নগৰ মহকুমা সদৰ হিচাপে গঢ়ি উঠাত উক্ত দুয়োখন নগৰতে প্ৰশাসনীয় কাৰ্যালয়, ব্যৱসায়ীক প্ৰতিষ্ঠান, স্কুল, কলেজ

আদি বৃদ্ধি পোৱাত জনসংখ্যা অভাৱনীয় ৰূপে বাঢ়ি বৰ্তমানৰ প্ৰতিচ্ছৱিখন দাঙি ধৰিছে।

**অন্তঃ প্ৰব্ৰজন আৰু বহিঃপ্ৰব্ৰজন ঃ**

দৰং জিলাত জনসংখ্যাৰ বিস্ফোৰণ ঘটাত তিনি প্ৰকাৰ অন্তঃ প্ৰব্ৰজনে অৰিহণা যোগাইছে।

(ক) কুৰি শতিকাৰ আৰম্ভণিৰে পৰা জিলাখনলৈ অন্তঃ প্ৰব্ৰজন বাঢ়িছে মূলতঃ পূৰ্ববংগৰ মৈমনসিং জিলাৰ পৰা অহা পমুৱা মুছলমানসকলৰ দ্বাৰা। অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ চৰ-চাপৰিৰ উৰ্বৰ মাটিবোৰেই এই শ্ৰেণী লোকৰ মুখ্য আকৰ্ষণ আছিল। লোকপিয়লৰ সমীক্ষাৰ পৰা দেখা যায় যে অবিভক্ত দৰং জিলা ১৯৭১ চনত ৭০০০, ১৯২১ চনত ২০,০০০ আৰু ১৯৩১ চনত ৪১,০০০ জন পমুৱা মুছলমানলোকৰ নাম লোকপিয়লৰ পৰিসংখ্যাত অন্তৰ্ভুক্ত হৈছিল।[৫] এই বৃহৎ সংখ্যক পমুৱালোকৰ ভিন্ন ভাষা, ভিন্ন আচাৰ-ব্যৱহাৰ আৰু ভিন্ন সংস্কৃতিয়ে দৰঙীয়া সমাজখনৰ আৰ্থ-সামাজিক, সাংস্কৃতিক আৰু ৰাজনৈতিক পৰিমণ্ডলত এক মিশ্ৰিত পৰিবেশৰ সৃষ্টি কৰিছে। বহু ঠাইত এইসকল লোকে সংৰক্ষিত জাতীয় ব্লক আৰু বেল্টবোৰৰ কাঠামোৰ পৰিবৰ্তন আনিছে। পিছৰ লোক গণনাবোৰতো দেখা যায় যে এই শ্ৰেণীৰ লোকৰ বাধাহীনভাৱে প্ৰব্ৰজন ঘটিয়েই আছে আৰু দৰঙৰ জনগাঁথনিৰ এখন চিন্তনীয় প্ৰতিচ্ছৱি দাঙি ধৰিছে। সাম্প্ৰতিক কালত পশ্চিম দলগাঁও আৰু পশ্চিম শিয়ালমাৰী মৌজাৰ ৯৭ শতাংশ লোক পমুৱা মুছলমান। পূব শিয়ালমাৰী আৰু শ্যামাবাৰী মৌজাতো এওঁলোক সংখ্যা গৰিষ্ঠ।

(খ) উনবিংশ শতিকাৰ দ্বিতীয়াৰ্দ্ধৰ পৰাই দৰং জিলাত বহুকেইখন চাহ বাগিছা স্থাপন হোৱাত সেইবোৰলৈ ঝাৰখণ্ড, উৰিষ্যা, অন্ধ্ৰ প্ৰদেশ আদিৰ পৰা বহু সংখ্যক চাহ বনুৱা আনি জিলা খনত স্থাপন কৰা হয়। লগতে কাৰখানা-কাৰ্যালয়বোৰৰ পৰিচালনাৰ বাবে কেৰাণী-মহৰী আদি পদবীবোৰত বহুসংখ্যক বাঙালী ভদ্ৰলোক আহি জিলাখনত থিতাপি লোৱাত ইয়াৰ জনগাঁথনিৰ আৰু বহুতো পৰিৱৰ্তন হয়।

(গ) ভাৰত আৰু নেপালৰ মাজৰ লোক প্ৰব্ৰজনৰ নীতিনিয়মবোৰ শিথিল হোৱাহেতুকে তাহানিৰে পৰা বহুসংখ্যক নেপালীলোকৰ এই জিলাখনলৈ অন্তঃপ্ৰব্ৰজন ঘটি আছে। ফলত দৰং জিলাৰ হৰিশিঙা, অম্বাগাঁও, ওদালগুৰি, বৰাচিলাঝাৰ আৰু ওৰাং মৌজাৰ উচ্চ ভূমিৰ ঘাঁহনি আৰু সমতলীয় কৃষিভূমিবোৰত বৃহৎ সংখ্যক নেপালীলোকৰ বসতিয়ে জিলাখনৰ জনগাঁথনি অধিক বৈচিত্ৰ্যময় কৰি তুলিছে।

অন্তঃপ্ৰব্ৰজনৰ ব্যাপকতাৰ তুলনাত এই জিলাৰ পৰা হোৱা বহিঃপ্ৰব্ৰজন তেনেই তাৎপৰ্যহীন। কুৰিশতিকাৰ আৰম্ভণিৰে পৰাই বিশেষকৈ ১৯০৬, ১৯১২, ১৯১৬, ১৯১৮ আৰু ১৯১৯ চনত উত্তৰাঞ্চলৰ বিভিন্ন ঠাইত কলেৰা, বসন্ত, কলাজ্বৰ, ইনফ্লুয়েঞ্জা আদিয়ে মহামাৰী ৰূপ লোৱাত দৰং জিলাৰ কিছুসংখ্যক লোক উত্তৰ



লক্ষীমপুৰ আদি অঞ্চললৈ স্থানান্তৰিত হৈছিল। তেওঁলোকৰ অধিক সংখ্যকেই আছিল জনজাতীয় লোক। স্বাধীনোত্তৰ কালত মঙ্গলদৈ অঞ্চলৰ পৰা চাকৰিজীৱী আৰু শিক্ষিত লোক কিছুমানে জীৱিকাৰ লগত জড়িত হৈ আনকি অৱসৰ গ্ৰহণৰ পিছতো গুৱাহাটী মহানগৰীত স্থানীয়ভাৱে বসবাস কৰিবলৈ লৈছে। কিছুসংখ্যক বুদ্ধিজীৱীয়ে আনকি দেশৰ বাহিৰতো তেওঁলোকৰ চাকৰি জীৱন অতিবাহিত কৰি আছে। এনেলোকৰ সংখ্যাও নগণ্য নহয়। এই প্ৰকাৰৰ বহিঃপ্ৰব্ৰজন বৰ্তমানো চলি আছে। মনকৰিবলগীয়া কথা যে এনে ধৰণৰ অভিজ্ঞতাপুষ্ট নবীন-প্ৰবীণলোকৰ বহিঃ প্ৰব্ৰজনে জিলাখনৰ মানৱ সম্পদৰ ওপৰত সুস্পষ্টভাৱে নেতিবাচক প্ৰভাৱ পেলাইছে।

**গ্ৰাম্য আৰু নগৰীয়া বসতি ঃ** দৰং জিলাৰ শতকৰা ৯৫ভাগ লোকেই গ্ৰামিক। সৰ্বমুঠ১২৭৪ খন গাঁও তেওঁলোকৰ আবাসস্থল। জিলাখনত নগৰৰ সংখ্যা মাত্ৰ চাৰিখন— মঙলদৈ, খাৰুপেটীয়া. টংলা আৰু ওদালগুৰি। নগৰীয়া জনসংখ্যা মাত্ৰ ৫ শতাংশ। জনসংখ্যাৰ ভিত্তিত কৰা স্থান নিৰ্ণয়ৰ তালিকাত মঙলদৈ পঞ্চম শ্ৰেণীৰ নগৰ, খাৰুপেটীয়া আৰু টংলা ষষ্ঠ শ্ৰেণীৰ নগৰ আৰু ওদালগুৰি সপ্তম শ্ৰেণীভুক্ত নগৰ। এই নগৰ কেইখনৰ ভিতৰত প্ৰশাসনিক ব্যৱস্থাৰ বাহিৰেও সময়ত এই নগৰ বেহা বেপাৰ আৰু সামাজিক সাংস্কৃতিক ক্ৰিয়াকৰ্মৰ কেন্দ্ৰস্থল হিচাপেও গঢ়ি উঠিছে। খাৰুপেটীয়া কিন্তু আদিৰে পৰাই বাণিজ্যভিত্তিক নগৰ। ইয়াৰ পশ্চাদভূমিত প্ৰচুৰ পৰিমাণে শাক-পাচলি আৰু মৰাপাটৰ খেতি হয় আৰু এই উৎপাদিত সামগ্ৰীসমূহে ইয়াক বাণিজ্যিক কেন্দ্ৰস্থল হিচাপে গঢ়ি তুলিছে। টংলা নগৰৰ প্ৰগতি অৰ্থ শস্য-চাহ ভিত্তিক। ইয়াৰ আশে পাশে ভালেমান চাহ-বাগিচা আছে। তদুপৰি ই এটা উল্লেখযোগ্য ৰেলষ্টেচন।

ওদালগুৰি নগৰ তাহানিৰে পৰা এটা উল্লেখযোগ্য ৰেলষ্টেচন ৰূপে গঢ়ি উঠিছে। কাৰণ ইয়াৰ পশ্চাদভূমিত সমৃদ্ধ বনজ সম্পদ থকাৰ উপৰিও কেইখনমান চাহ বাগিছা আছে। যোৱা দুটা দশকত ই প্ৰথমে এটা মহকুমা সদৰ হিচাপে আৰু বৰ্তমান বড়োলেণ্ডৰ স্বায়ত্ব শাসিত জিলা হিচাপে প্ৰাধান্য পাইছে।

ছি পাঝাৰ, দলগাঁও, কলাইগাঁও, পানেৰী আৰু মাজবাট সেৱাকেন্দ্ৰ হিচাপে গঢ়ি উঠা জিলাখনৰ আন এক উল্লেখনীয় স্থান।

**ধৰ্ম আৰু সম্প্ৰদায় ঃ**

ধৰ্মীয় দৃষ্টিকোণৰ পৰা দৰং জিলাৰ ৬০ শতাংশ লোক হিন্দু ধৰ্মাৱলম্বী। প্ৰায় ৩৩ শতাংশ লোক ইছলাম ধৰ্মীয়, ৬.৫ শতাংশ লোক খৃষ্টধৰ্মী আৰু মাত্ৰ ০.৫ শতাংশ লোক অন্যান্য ধৰ্মাৱলম্বী। হিন্দু ধৰ্মাৱলম্বী লোকসকল আকৌ শাক্ত, বৈষ্ণৱ আৰু শৈৱ— এই তিনিওটা পন্থাত বিভাজন কৰা হয়। সেইমতে তেওঁলোকৰ ধৰ্মীয় মতাদৰ্শও কিছুমান বেলেগ বেলেগ।

শাক্তসকলৰ মাতৃ দেৱী বা কালী বা দুৰ্গাৰ উপাসক। বৈষ্ণৱসকল বিষ্ণুৰ

উপাসক। দৰং জিলাৰ প্ৰায় ২.৫ লাখ জনজাতীয়লোকৰ অধিক সংখ্যকেই হিন্দু ধৰ্মাৱলম্বী যদিও বৰ্তমান কালত তেওঁলোকৰ এটা বৃহৎ অংশই নিজৰ স্বকীয় ধৰ্মীয় মতাদৰ্শ অৱলম্বন কৰিবলৈ গৈ হিন্দু ধৰ্মৰ পৰা কিছু ফালৰি কাটি শ্ৰিৱায়ৰ(শিৱ) উপাসক হৈছে। ১৯৯৫-৯৬ চনত সংগৃহীত তথ্য অনুসৰি দৰং জিলাৰ প্ৰায় ৪৪,০০০ জন জনজাতীয় লোকে খৃষ্ট ধৰ্ম গ্ৰহণ কৰিছে। বৰ্তমান সময়ত এই পৰিসংখ্যা হয়তো ৫০,০০০ জনৰ ওচৰ পাইছেগৈ।

ধৰ্মীয় দৰ্শনৰ উপৰিও হিন্দু ধৰ্মাৱলম্বী লোকসকল আন আন বহুতো সম্প্ৰদায়ত বিভক্ত। সামাজিক দৃষ্টিকোণৰ পৰা তেওঁলোকৰ বৰ্গীকৰণ এনেকুৱা— ব্ৰাহ্মণ, কায়স্থ, কলিতা, কোচ, কেওট, নাথ বা যোগী ইত্যাদি। আধুনিক হিন্দু সমাজত অৱশ্যে ধৰ্মীয় গোড়ামীৰ বান্ধোন পূৰ্বৰদৰে কটকটীয়া নহয়।

ইছ্লাম ধৰ্মীয় লোকসকলৰ মাজতো চৈয়দ, শ্বেখ আৰু মৰীয়া শ্ৰেণী বিদ্যমান। অৱশ্যে হিন্দুধৰ্মী লোকতকৈ ইছ্লামধৰ্মী লোকৰ বৰ্ণ বৈষম্য কম। তথাপিতো বৈবাহিক সম্পৰ্ক স্থাপনৰ ক্ষেত্ৰত ছৈয়দ আৰু মৰীয়াসকলে তেওঁলোকৰ মাজতেই বিয়া বাৰু সীমাবদ্ধ থাকিলে ভাল পায়।

দৰং জিলাৰ খৃষ্টধৰ্মীয় লোকৰ সৰহ সংখ্যকেই জনজাতীয় লোক, প্ৰায় ৫০,০০০ জন। মুঠ জনজাতীয় লোক প্ৰায় ২৭শতাংশই খৃষ্ট ধৰ্মৰ পৃষ্ঠপোষক। চাহজনগোষ্ঠীৰ খৃষ্টধৰ্মীলোকৰ সংখ্যা এওঁলোকতকৈ কম; সংখ্যাত প্ৰায় ১৬,০০০জন। অতি সামান্য সংখ্যক অন্যান্য সম্প্ৰদায়ৰলোকো খৃষ্টধৰ্মৰ অন্তৰ্গত।

খৃষ্টধৰ্মী লোকসকলৰ মাজতো ৰোমান কেথলিক, চাৰ্চ অৱ নৰ্থ ইণ্ডিয়া(Church of North India-C.N.I) আৰু বেপ্টিষ্ট মিচন এই তিনিটা বৰ্গৰ খৃষ্টান পন্থাৰ লোক দৰং জিলাত আছে।[৬]

**ভাষা আৰু উপভাষা ঃ**

দৰং জিলাৰ মূল কথিত ভাষা অসমীয়া যদিও বড়ো, বাংলা, হিন্দী, নেপালী, মুণ্ডাৰী, উৰিয়া আদি আন বহুতো- উপভাষাৰ প্ৰচলন আছে। ১৯০১চনত ইয়াৰ থলুৱা অধিবাসীসকলৰ মাজত কেৱল অসমীয়া আৰু বড়ো এই দুটা মাত্ৰ ভাষা আছিল। কিন্তু সময়ৰ অগ্ৰগতিৰ লগে লগে দেশ-বিদেশৰ বিভিন্ন ভাষা-ভাষীলোক আহি ইয়াত থিতাপি লোৱাত ভিন ভিন ভাষা-উপভাষাৰ প্ৰচলন আৰম্ভ হয়।

১৮৫৪ চনত দৰং জিলাত প্ৰথম চাহখেতি আৰম্ভ কৰাৰ দিনৰে পৰা ঝাৰখণ্ড, উৰিষ্যা, উত্তৰ প্ৰদেশ, অন্ধ্ৰ প্ৰদেশ আদি ৰাজ্যৰ পৰা বহু সংখ্যক চাহ জনগোষ্ঠীৰ লোক আহি জিলাখনত থিতাপি লয়। লগে লগে উৰিয়া, হিন্দু, চাওতালি, মুণ্ডাৰী আদি নানা ভাষাৰ প্ৰচলন আৰম্ভ হয়। বেপাৰ বাণিজ্যৰ সম্প্ৰসাৰণ ঘটাৰ লগে লগে হিন্দী বলয়ৰ বহুলোকৰ এই জিলালৈ প্ৰব্ৰজন ঘটে। তাহানিতে সুদূৰ ৰাজস্থানৰ পৰা



ব্যৱসায় সংক্ৰান্তত অহা কিছুসংখ্যক লোকে অসমৰ সাহিত্য-সংস্কৃতিৰ উন্নয়নৰ ক্ষেত্ৰতো প্ৰচুৰ অৰিহণা যোগাইছে।

১৯১২-১৩ চনত ৰঙিয়া-ৰাঙাপাৰা ৰেললাইনৰ সম্প্ৰসাৰণ ঘটাত পুনৰ বংগ, বিহাৰ আৰু উত্তৰ প্ৰদেশৰ পৰা বহু সংখ্যক বাংলা আৰু হিন্দী ভাষা-ভাষী লোকৰ এই জিলালৈ প্ৰব্ৰজন ঘটে। আনহাতে কুৰি শতিকাৰ প্ৰায় আৰম্ভণিৰে পৰা পূৰ্ববংগৰ পৰা অসমলৈ পমুৱা মুছলমানসকলৰ আগমনৰ লগে লগে পূৰ্ববংগীয় (ছিলেট, মৈমনসিং, আদিৰ) বাংলাভাষীৰ অনুপ্ৰবেশ ঘটে। লগে লগে নেপালী গো-পালক সকলৰ প্ৰব্ৰজনৰ ফলত নেপালী ভাষাৰো প্ৰচলন হয়। সেয়েহে বৰ্তমান দৰং জিলা বিভিন্ন ভাষা-ভাষীলোকৰ মিলনভূমি বুলি ক'লেও বঢ়াই কোৱা নহয়। জিলাখনৰ বিভিন্ন ঠাইত বহা সাপ্তাহিক, অৰ্ধ-সাপ্তাহিক বজাৰবোৰ বিভিন্ন ভাষা-ভাষীলোকৰ অনোন্যক্ৰিয়াৰ কৰ্মশালা বুলি ক'ব পাৰি।

**সমাজ জীৱন ঃ**

(ক) পৰিয়াল পদ্ধতি ঃ হিন্দু সমাজত পৰিয়ালৰ মুৰব্বীজনেই সম্পত্তিৰ অধিকাৰী। পিতৃৰ মৃত্যুৰ পিছতহে পুত্ৰ-কন্যাসকলে সা-সম্পত্তিৰ ওপৰত নিজ নিজ অধিকাৰ সাব্যস্ত কৰিব পাৰে। পূৰ্বতে যৌথ পৰিয়াল প্ৰথা প্ৰচলিত আছিল যদিও বৰ্তমান সমাজত আৰ্থ-সামাজিক কাৰণতেই যৌথ পৰিয়ালৰ সলনি সৰু সৰু পৃথক পৰিয়ালহে দৰং জিলাত দৃষ্টিগোচৰ হয়।

অতীজৰে পৰা দৰং জিলাত বাল্যবিবাহৰ প্ৰচলন কম। প্ৰায় ৫০ শতাংশ মতা মানুহৰ বিয়াৰ বয়স ২৫-৩৯ বছৰৰ বিপৰীতে প্ৰায় ৬৫ শতাংশ বিবাহিতা মহিলাৰ এই বয়স ১৫-৩৪ বছৰ। শিক্ষা-দীক্ষাত আগবঢ়াৰ লগে লগে এই বিবাহৰ বয়সৰ সীমা ক্ৰমান্বয়ে আগবাঢ়ি গৈ আছে। হিন্দুসমাজত বহু বিবাহৰ প্ৰচলন আগতে কিছু আছিল যদিও ১৯৫৫ চনৰ হিন্দু মেৰেজ এক্ট (Hindu Marriage Act) প্ৰণয়ন কৰাৰে পৰা এই প্ৰথা প্ৰায় নাইকিয়া হৈছে। অৱশ্যে মুছলমানসকলৰ মাজত বহু বিবাহৰ প্ৰচলন আছে। বড়ো-কছাৰীসকলৰ মাজতো বহু বিবাহৰ প্ৰচলন নাই।

হিন্দুসকলৰ বিবাহকাৰ্য শ্ৰাদ্ধাদি কৰ্ম সম্পাদনৰ জৰিয়তে সমাধা কৰা হয়। ৰাতি হোমযজ্ঞৰ অন্তত কন্যাসম্প্ৰদান কৰা এটা প্ৰচলিত ৰীতি। একশৰণ নামধৰ্মত ব্ৰতীসকলে নাম কীৰ্ত্তনৰ জৰিয়তে বিবাহকাৰ্য সম্পন্ন কৰে। বড়ো জনজাতীয় লোকসকলে অতীজতে সহপলায়ন(elopment) প্ৰথাৰে বিবাহকাৰ্য সম্পন্ন কৰিছিল যদিও বৰ্তমান কালত অভিভাৱকৰ বুজাবুজিৰ(negotiation) জৰিয়তে কৰাটোহে নিয়মত পৰিণত হৈছে।

ইছ্লামধৰ্মী লোকসকলে সাধাৰণতে ঘৰতে নিকাহৰ দ্বাৰা বিবাহ কাৰ্য্য সম্পন্ন কৰে। কিছুমানে কাজীৰ আদালতত পঞ্জীয়ণ আৰু নিকাহৰ জৰিয়তে কৰা দেখা যায়।

খৃষ্টধৰ্মী লোকসকলে গীৰ্জাত ধৰ্মযাজকৰ সহায়ত বিবাহ কাৰ্য সম্পন্ন কৰে।

হিন্দুসকলে ভাদ, কাতি, পুহ আৰু চ'ত মাহত বিয়া নাপাতে। আনহাতে মুছলমান লোকসকলে ৰমজান মাহত আৰু মহৰম মাহৰ আগভাগত বিবাহ কাৰ্য সম্পন্ন নকৰে।

ব্ৰাহ্মণাদি উচ্চ বৰ্ণৰ হিন্দুসকলে বিধবা বিবাহ সমৰ্থন নকৰে যদিও হিন্দুসমাজৰ আন আন সম্প্ৰদায় আৰু ইছলাম বা আন ধৰ্মত বিধবা বিবাহত বাধা নাই।

ওপৰৰ বৰ্ণনা সমূহৰ পৰা এটা কথা স্পষ্ট প্ৰতীয়মান হয় যে ভিন ভিন জাতি উপজাতিৰে পৰিপূৰ্ণ আৰু ভিন ভিন কৃষ্টি-সংস্কৃতিৰ মেটমৰা বোজাৰে সমৃদ্ধ দৰং জিলাখন প্ৰকৃততে বিশাল ভাৰতবৰ্ষৰ এক ক্ষুদ্ৰ (Miniature) সংস্কৰণ। অতি প্ৰাচীন কালৰে পৰা বিভিন্ন জাতি-উপজাতি মিলি কোনো প্ৰকাৰৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ চেকা নলগাকৈ বিংশ শতিকাৰ শেষ ভাগলৈ উন্নতিৰ জখলাৰে অগ্ৰসৰ হোৱা দৰং জিলাত অতি সাম্প্ৰতিক কালত কিছুসংখ্যক দুষ্ট ৰাজনীতিকৰ প্ৰৰোচনাত সৰু-সুৰা দুই এটা ঘটনা সংঘটিত হোৱাৰ বাহিৰে গোটেই দৰং জিলাখনকে শান্তি-সম্প্ৰীতিৰ মিলনতীৰ্থ বুলি অভিহিত কৰিব পাৰি।❑❑

সহায়ক গ্ৰন্থপঞ্জী ঃ-

1. P.C. Chaudhury : The History of Civilisation of the people of Assam to the Twelft Century A.D. Guwahati, 1959, p-44

2. K.L. Baruah: The Early Hostory of Assam, Asom SahityaSabha, Jorhat., 1973, PP,278-280.

3. E.A. Gait: A History of Assam, Guwahati, 1951,P.49.

4. Census of India : 1911. Vol.11, Assam, Shillong, Statistical Hand Book Assam, Guwahati, 1993,2003 (Provisional)

5. Gazetter of India, Assam,State, Darrang District, 1968.

6. G.C. Goswami : Tribal and Non-Tribal population of Darrang District, Assam: A Social Geographic Study. Gauhati University, 1997, P. 67

7. `S.M. Dubey: North East India- A Socioligical Study. Concept Publishing Co. Delhi, 1973, P.116 ❑❑



# দৰঙৰ লোক-সাহিত্য ঃ এটি অধ্যয়ন

ড° কনক চন্দ্ৰ চহৰীয়া

আৰ্য আৰু আৰ্য ভিন্ন ভাষাগোষ্ঠীৰ লোকেৰে সমৃদ্ধ দৰঙৰ বৰ্তমানৰ সমাজখন ধৰ্মৰ ফালৰ পৰা হিন্দু, ইছলাম, খ্ৰীষ্টান, জৈন, বৌদ্ধ, শিখ, বাথৌ আৰু পৰম্পৰাগত ভালেমান অন্যান্য ধৰ্মাৱলম্বীলোকেৰে পৰিপূৰ্ণ। সুকীয়া সুকীয়া ধৰ্মবিশ্বাস তথা ভিন্ন জনগোষ্ঠী আৰু বৰ্ণ বৈচিত্ৰ্যৰে আবৰা হ'লেও দৰঙৰ জন সাধাৰণৰ কিছুমান উমৈহতীয়া সাংস্কৃতিক বৈশিষ্ট্য আছে। তাৰ ভিতৰত প্ৰথম আৰু প্ৰধান বৈশিষ্ট্যটোৱেই হ'ল ভাষা। দৰঙত প্ৰচলিত স্থানীয় অসমীয়া ভাষাটোৱেই আটাইবিলাক লোকে ভাবৰ আদান প্ৰদান কৰে। অকল আদান প্ৰদান কৰায়েই নহয়, এই ভাষাত গীত-পদ, সাধু-সাঁথৰ আদি ৰচনা কৰি দৰঙৰ সংস্কৃতিক মৌখিক ৰূপত প্ৰকাশো কৰি আহিছে। দৰঙত প্ৰচলিত বিবিধ লোকউৎসৱ, বিয়া, বিহু, দেউল পূজা- পাচেতি, মথেনি আদিত আৰ্য আৰু আৰ্য ভিন্ন আটাইবিলাক লোকে অংশ গ্ৰহণ কৰা, ওজাপালি, ঢেপাচুলীয়া, খুলীয়া-ভাউৰীয়া, নাম-কীৰ্তন, দেওধনীনৃত্য আদি প্ৰায় সকলো জনগোষ্ঠীৰ মাজত প্ৰচলন থকা কাৰ্যই দৰঙৰ সংস্কৃতিক সংমিশ্ৰণ আৰু সমন্বয়ৰ সংস্কৃতি হিচাপে চিহ্নিত কৰিছে।

আৰ্য ভিন্ন বড়ো, ৰাভা, গাৰো, হাজং আদি জনগোষ্ঠীসমূহৰ মাজত নিজস্ব মাতৃভাষাত ৰচিত বিবিধ গীত -পদ থাকিলেও দৰঙত প্ৰচলিত মৌখিক গীত-পদ, সাধু-সাঁথৰৰ প্ৰধান ৰূপটো হ'ল থলুৱা কথিত অসমীয়া ভাষাৰ। নামনি অসমৰ গোৱালপাৰা, কামৰূপ আদিৰ গোৱালপৰীয়া, কামৰূপী ভাষাৰ আৰ্হিত দৰঙৰ এই থলুৱা কথিত অসমীয়া ভাষাটোকো দৰঙী বা দৰঙীয়া আখ্যা দিব পাৰি। স্মৰ্তব্য যে দৰঙৰ থলুৱা অসমীয়া 'দৰঙী' ভাষাত ৰচিত মৌখিক বা লোক সাহিত্যৰাজিৰ মাজেৰেই সামগ্ৰিকভাৱে দৰঙৰ সংস্কৃতিত মাৰ্গীয় বা শাস্ত্ৰীয় সংস্কৃতি, লোক-সংস্কৃতি আৰু জনজাতীয় সংস্কৃতি— এই তিনিও ধাৰাৰে সংমিশ্ৰণ ঘটিছে যদিও প্ৰাধান্য লাভ কৰিছে লোক-সংস্কৃতিয়ে। দৰঙী লোক সাহিত্য এই লোক সংস্কৃতিৰেই অংগ। আচলতে লোক সংস্কৃতি মৌখিক-ৰূপত লোক সাহিত্যই প্ৰকাশ ঘটায়। দৰঙী লোক সাহিত্যৰ মাজেৰেও সেয়ে প্ৰধানতঃ দৰঙী লোক সংস্কৃতিৰেই প্ৰতিফলন ঘটিছে যদিও মাৰ্গীয় আৰু জনজাতীয় বৈশিষ্ট্যও ই একেবাৰে পৰিহাৰ কৰা নাই। দৰঙী সংস্কৃতিৰ এই সংমিশ্ৰিত চিত্ৰখনৰ চমু আভাস দাঙি ধৰিবলৈকে তলত দৰঙী লোক সাহিত্যৰ এটি ৰূপৰেখা অংকন কৰাৰ প্ৰয়াস কৰা হ'ল। লোক সাহিত্যৰ স্বৰূপ আৰু বৈচিত্ৰ্য অনুযায়ী দৰঙী লোক সাহিত্যকো প্ৰধানতঃ তিনিভাগত বিভক্ত কৰি আলোচনা কৰাৰ স্থল আছে। সেই তিনিটা হ'ল— লোকগীত, লোককথা, লোকোক্তি।

**লোক গীত ঃ** অন্যান্য ঠাইৰ দৰেই মুখ পৰম্পৰা প্ৰচলিত দৰঙী লোকগীত

সমূহৰ ৰচক- ৰচয়িত্ৰী সকলো সমাজৰ সহজ সৰল মুখ্যতঃ অনাখৰী- স্বাভাৱ কবিত্ব গুণ সম্পন্ন লোক। ইয়াত গীত শব্দটোতকৈ অৱশ্যে 'পদ' অভিধাটোৰ প্ৰচলন অধিক। অঞ্চল বিশেষে বা পদৰ ভিন্নতা অনুযায়ী কিছু কিছু ক্ষেত্ৰত 'গীত' আৰু 'নাম' শব্দ দুটাৰো প্ৰয়োগ নথকা নহয়। দৰঙত গীত-পদ গাওঁতা সকলক সাধাৰণতে 'ওঝা'( ওজা) আৰু পদেলী বুলিয়ে কোৱা হয়। নাৰীসুলভ ৰচনাৰ প্ৰাধান্যৰ লগতে গীত-পদবোৰত ওজাপালি সংগীতৰ সুৰ বা ৰাগ বিশেষভাৱে মন কৰিব লগীয়া। দাৰ্শনিক বা পাৰমাৰ্থিক ভাবেও দৰঙী গীত-পদত বৈশিষ্ট্যপূৰ্ণ স্থান অধিকাৰ কৰি আছে। বহুৰঙী ধৰ্মবিশ্বাসৰ সংমিশ্ৰণেৰে বান্ধ খাই থকা দৰঙী সমাজৰ মিলন আৰু সম্প্ৰীতিৰ ছবিখনৰ উপৰিও কমবেছি পৰিমাণে বিশ্বজনীনতাৰ সুৰ বা আবেদনো গীত-পদ সমূহত বিদ্যমান। তদুপৰি লোকশিক্ষা আৰু লোক মনোৰঞ্জন ইয়াৰ স্বভাৱজাত অৰ্থ। বাৰেবৰণীয়া গীত-পদ সমূহক আলোচনাৰ সুবিধাৰ্থে তাত্ত্বিক দিশৰ পৰা ভালেমান উপশ্ৰেণীত ভগাব পাৰি; যেনে- ধৰ্মীয় উৎসৱ অনুষ্ঠানৰ গীত, ধৰ্মনিৰপেক্ষ উৎসৱ অনুষ্ঠানৰ গীত, আখ্যানমূলক গীত, প্ৰেম বিৰহৰ গীত, কৰ্মমূলক গীত, দাৰ্শনিক গীত, ধেমেলীয়া গীত, নিচুকনি আৰু খেলধেমালিৰ গীত ইত্যাদি।

**ধৰ্মীয় উৎসৱ-অনুষ্ঠানৰ গীত ঃ** দৰঙত অনুষ্ঠিত দেৱ- দেৱী বিষয়ক বিবিধ পূজা, যেনে- শীতলা পূজা, দুৰ্গাপূজা, লক্ষ্মীপূজা, কালীপূজা, জগদ্ধাত্ৰী পূজা, মনসা বা মাৰৈ পূজা, বাসুদেৱ-বিষ্ণুপূজা, অপেস্বৰীৰ সেৱা আদিৰ লগতে ৰামকৃষ্ণ জগন্নাথ, শিৱ পাৰ্বতী আদি দেৱদেৱীৰ গুণানুকীৰ্ত্তন কৰি যিবোৰ গীত গোৱা হয় এই আটাইবোৰেই ধৰ্মীয় গীতৰ অন্তৰ্গত। ইয়াৰ বেছি সংখ্যক গীতেই মহিলাসকলে স্তুতি আকাৰে গায়। ভক্তিত গদ্ গদ্ হৈ আই বাই সকলে গোৱা শীতলাদেৱীৰ গীত বা 'আইনাম' এফাঁকি এনেধৰণৰ—

ঠাইখিনি মুচিলা নৈবদ বৰলা
(নযুৰি) নমুৰি লগালা ধূপ ( হৰি এ)।
নও বৈলাকে চাৰেই বেৰি বেৰি
শীতেলী আইৰে ৰূপ ( হৰি এ)।।
খখুৰিতে আদ গাজি
কৰন্তিতে পান ( হৰি এ)
হাতযোৰ কৰি আইক
মাগো জীউ দান( হৰিএ)।।

শীতলাদেৱীৰ উদ্দেশ্যে গোৱা গীতক দৰঙত 'আইনাম'বা 'আইখানৰ নাম' বোলে। দৰঙৰ মুছলমানসকলৰ মাজতো প্ৰচলিত এই আইনামক তেওঁলোকে 'আইগীত' আখ্যা দিছে। মনসা বা মাৰৈ পূজা, বাসুদেৱ পূজা, জাগৰ পূজা আদিৰ প্ৰসংগত সুকনানি আৰু ব্যাসগোৱা ওজাপালিয়ে গীত-পদ গায়। পুথিৰ পদৰ বাহিৰে



ওজাপালিয়ে গোৱা দেৱ দেৱী বিষয়ক বন্দনা, গোন্ধৰ গীত, পুবেলীগীত বা ঝুনা, কবিৰা বা পাটশ্বাহী গীত, জাগৰ বা মুদ্ৰা গীত আৰু মাল্চী গীত লোকগীতৰ অনুষঙ্গতো আলোচনা কৰিব পাৰি। দৰঙৰ পাচেতি, মথেনী, দেউল আদি উৎসৱৰ প্ৰসঙ্গত গোৱা গীতবোৰো ধৰ্মীয় পৰিসীমাৰ ভিতৰত পৰে। দৰঙৰ বৈষ্ণৱ ধৰ্মাৱলম্বী গুপ্ত-সম্প্ৰদায় পুথিমেছীয়া বা পুথিনেচীয়া, বৰখেলীয়া বা বৰশলীয়া আৰু কাছোমেৰীয়া পন্থৰলোকসকলে তেওঁলোকৰ সেৱা কৰণিত গোৱা ' চিয়া গীত' বোৰৰ লগতে ইছলাম ধৰ্মীয় মুছলমান লোকসকলে প্ৰতি বৃহস্পতি আৰু শুক্ৰবাৰে গোৱা গীতবোৰো ধৰ্মীয়। 'বিয়াগীত' আৰু 'বৈঠকখানাৰ গীত' উভয়তে পাৰমাৰ্থিক তত্ত্বৰ আভাসো বিদ্যমান। মুছলমান মহিলাসকলে গোৱা 'ফাকিৰ আলি' গীতত ব্যাসগোৱা ওজাপালিৰ ৰাগ বা সুৰো পৰিলক্ষিত হয়। উল্লেখনীয় যে ঈদ, মহৰম আদি ধৰ্মীয় অনুষ্ঠানত দৰঙৰ চৰ অঞ্চলত মুছলমানসকলে ভালেমান মালিতা ধৰ্মী গীত গোৱা শুনা যায়। অনাঅসমীয়া ভাষাত ৰচিত হ'লেওবড়োসকলৰ বাথৌপূজাৰ গীত বা 'আৰচ' চাহবনুৱা সকলৰ কৰমপূজা, টুচুপূজা আৰু চড়ক পূজাৰ গীত আদিকো এই ধৰ্মীয় অনুষঙ্গতে বিচাৰ কৰিব পাৰি।

**ধৰ্মনিৰপেক্ষ উৎসৱৰ গীত ঃ** ধৰ্মনিৰপেক্ষ গীত-পদ বুলিলেই বিয়া, বিহু, জাতকৰ্ম, কৃষি উৎসৱ, মহৌহো, বাম্বোলপিটা আদিৰ লগত জড়িত গীত সমূহক সূচায়। বিয়া সামাজিক উৎসৱ। এই বিয়াত গোৱা গীতক দৰঙত প্ৰধানতঃ বিয়াপদ বুলিয়ে কোৱা হয়। তোলনীবিয়া আৰু দাম্পত্যজীৱনৰ বিয়া এই দুই ধৰণৰ বিয়া অনুষ্ঠানেই দৰঙত আছে। অৱশ্যে অতীতত আগবিয়া, পাছ বিয়া আদিও দৰঙত অনুষ্ঠিত হৈছিল। তোলনী বা শান্তি হোৱাক দৰঙত 'পুষ্পিতা' বা 'ডাঙাৰ হোৱা' বুলি কোৱা হয়। তোলনী হ'লে যি বিয়া পতা হয় সেয়াই তোলনী বিয়া। দৰঙৰ ঠাইবিশেষে ই শান্তিবিয়া, ধুৱেনী বিয়া, ঝিয়া ধুৱৰা আদি নামেৰেও পৰিচিত। এই বিয়াত গোৱা গীতপদ বিলাক প্ৰধানতঃ নাৰীকেন্দ্ৰিক। গীতবোৰৰ মাজেৰে শান্তি হোৱা ছোৱালীজনীৰ ভৱিষ্যত জীৱনৰ মংগল কামনা কৰাৰ লগতে নৈতিক শিক্ষাও দিয়া হয়। তেনে দুফাঁকি গীত এনেধৰণৰ—

ফুলনিত ফুলিছে ৰক্তজবা।
আজিৰ পৰা বাইদেউ শান্ত হ'বা।।
পুৰুষৰ ওচৰ নাযাবা চাপি।
পুৰুষক নক'বা অন্তৰ খুলি।।
আৰৌ—
সেউজীয়া দুবৰি, ঘূৰণীয়া পৃথিবী।
ডাঙৰ হ'লা বাইদেউ সাৱধানে চলিবি।।

দাম্পত্য জীৱনৰ বিয়াত সাধাৰণতে দুই শ্ৰেণীৰ বিয়াপদ গোৱা হয়। এক

শ্রেণীৰ পদত— কইনাৰ মঙ্গল তথা হৰগৌৰীৰ বসতি কামনা কৰাৰ লগতে উভয়ৰে ৰূপগুণৰ বৰ্ণনা থাকে। এই পদসমূহ যথেষ্ট গাম্ভীৰ্যপূৰ্ণ। আনবিধপদ নিন্দা সূচক তথা ধেমেলীয়া। সাধাৰণতে দৰা কইনাৰ উভয় লোকৰ মাজত পৰম্পৰে পৰস্পৰক উদ্দেশ্য কৰি এই পদবোৰ গোৱা হয়। উজনী অসমত এইবোৰ গীতক যোৰানাম বা খীচাগীত বুলি কোৱা হয়। দৰঙত এই শ্ৰেণীৰ গীত নিন্দাপদ নামেৰে পৰিচিত। হিন্দু ধৰ্মাৱলম্বী লোকসকলৰ দৰেই ইছ্লামধৰ্মী মুছলমান সকলৰ মাজতো এইগীত- পদ সমূহ গোৱা পৰিলক্ষিত হয়। মুছলমানসকলে বিয়াত এক শ্ৰেণী ঢেকগীতো পৰিবেশন কৰে। ইয়াক 'চেৰাঢেক' বুলিও কোৱা হয়। মুছলমানসকলৰ মাজত অৱশ্যে তোলনীবিয়া পতা বা তোলনীবিয়াৰ পদ গোৱা পৰম্পৰা নাই। দৰঙৰ বড়ো, ৰাভা, হাজং আদিৰ লগতে চাহ বনুৱা লোকসকলৰ মাজতো বিয়াগীত গোৱাৰ পৰম্পৰা আছে। বড়োসকলৰ মাজত বাৰলাম্ফা - বৈৰাথী আৰু ৰাভাসকলৰ মাজত বাৰোৱা-বাৰোৱানী নামৰ পুৰুষ স্ত্ৰীৰ দুটা বিশেষ চৰিত্ৰই বিয়াত অতিথিসকলক আপ্যায়ন কৰাৰ লগতে গীত পদো গায়।

বিয়াৰ দৰেই হিন্দুধৰ্মাৱলম্বী লোকসকলৰ ভিতৰত বিশেষকৈ গোঁসাইব্ৰাহ্মণ, দৈবজ্ঞ, নাথ আদি সম্প্ৰদায়ৰ মাজত চূড়াকৰণ, লগুণদিয়নী আদি জাতকৰ্মৰ অনুষ্ঠানত গীত-পদ গোৱা পৰিলক্ষিত হয়। এইবোৰ গীতৰ বেছিভাগ বিয়াৰ লগত প্ৰায় একে। গোঁসাই-ব্ৰাহ্মণসকলৰ মাজত অনুষ্ঠিত পোহন বিয়াতো এনেধৰণৰ দুই-চাৰি গীত গোৱা দেখা যায়। ইয়াৰে কিছুমান গীত হাস্য-ব্যঙ্গধৰ্মী তথা ধেমেলীয়া।

**আখ্যানমূলক গীতঃ** দৰঙীলোক সাহিত্যৰ এটা প্ৰধান দিশ আগুৰি আছে আখ্যান মূলক গীত বা কাহিনী গীতে। আখ্যানমূলক গীতক মালিতাও বোল হয়। ইংৰাজীত ই 'বেলাড'(Ballad) নামে পৰিচিত। দৰঙৰ আখ্যানমূলক গীত সমূহক যথাক্ৰমে 'পুৰাণ কথা বিষক'(Mythical), নৈদানিক(Etiological), বুৰঞ্জীমূলক(Historical), জনশ্ৰুতিমূলক(Legendary), যাদুমূলক(Majical) বাস্তৱিক(Realistic) আৰু ব্যঙ্গাত্মক(Satirical) আদি ভালেমান ভাগত ভগাব পাৰি। ওজাপালিয়ে গোৱা দেৱ-দেৱীৰ উৎপত্তি বিষয়ক গীত-পদবোৰৰ লগতে বৰ খেলীয়াভকত বৈষ্ণৱসকলে গোৱা জগত সৃষ্টি বিষয়ক চিয়াঁগীত সমূহ আৰু মহিলাসকলে গোৱা আইনামৰ দৰে অন্যান্য দেৱদেৱীৰ জন্ম বিষয়ক গীত-পদবোৰক পুৰাণগত মালিতা হিচাপে দেখুৱাব পাৰি। একেদৰে ওজাপালিয়ে গোৱা ৰাগৰ জন্ম, ৰভাৰ জন্ম, তালপটাৰ জন্ম, আমখৰিৰ জন্ম বিষয়ক গীতবোৰ নৈদানিক শ্ৰেণীৰ মালিতা। উল্লেখনীয় যে বহুক্ষেত্ৰত পুৰাণগত মালিতা আৰু নৈদানিক মালিতাৰ মাজত পাৰ্থক্য সূক্ষ্মৰূপত ধৰা পৰে। দৰঙৰ ইতিহাস প্ৰসিদ্ধ কৃষক বিদ্ৰোহ বা পথৰুঘাটৰ ৰণৰ ওপৰত ৰচিত 'দলিপুৰাণ' নামৰ মালিতাটো এটা বিখ্যাত বুৰঞ্জীমূলক মালিতা। লোকসংস্কৃতিৰ বিশিষ্ট গৱেষক পণ্ডিত ড০ নবীনচন্দ্ৰ



শৰ্মাদেৱৰ মতে 'দলিপুৰাণ' লোককাব্যৰ পৰিসীমাতো পৰে।

দৰঙৰ প্ৰচলিত মাধ্যম আন্দোলনৰ গীত, মোজামিল হকৰ গীত, স্বাধীনতা আন্দোলনৰ গীত, গান্ধীৰ গীত, কাহিবাৰী ৰেলবাগৰা গীত আদিও উল্লেখযোগ্য বুৰঞ্জীমূলক মালিতা। কেন্দুকলাইৰ গীত, পাৰিজাতিৰ গীত, শিয়ালা গোঁসাইৰ গীত আৰু বেউলা লখিন্দৰৰ গীত জনশ্ৰুতিমূলক মালিতাৰ অন্তৰ্গত। যাদুমূলক মালিতাৰ ভিতৰত দৰঙৰ অন্যতম মালিতাটো হ'ল দীঘিৰপুখুৰীৰ গীত বা কমলাকুঁৱৰীৰ গীত। প্ৰখ্যাত লোকসংস্কৃতিবিদ ড০ প্ৰফুল্লদত্ত গোস্বামীয়ে এই মালিতাটোক Prose Ballad আখ্যা দিছে। কমলাকুঁৱৰীৰ কথাক লৈ গীত আৰু সাধু দুয়োটা ৰূপেই সুকীয়াকৈ পোৱা গৈছে। কথোপকথন ধৰ্মী গীতাংশলৈ লক্ষ্য কৰি ইয়াক 'কন্টে ফেবল'(Cante fable) ধৰ্মী আখ্যা দিয়া দেখা যায় যদিও কথোপকথন ধৰ্মী গীতখিনি সাধুটোৰ চৰিত্ৰৰ মুখত দিয়া পদ্য সংলাপেহে, গীতৰ পাঠ নহয়। এই ক্ষেত্ৰত গৱেষক পণ্ডিত ড০ বীৰেন্দ্ৰ নাথ দত্তই আগবঢ়োৱা মন্তব্য প্ৰণিধানযোগ্য। উল্লেখনীয় যে, অসম তথা ভাৰতবৰ্ষৰ আন ভালেমান ঠাইতো 'কমলাকুঁৱৰীৰ গীত'ৰ লগত সাদৃশ্য থকা মালিতা পৰিলক্ষিত হয়। অসমৰ গোৱালপাৰাত প্ৰচলিত তেনে এটা মালিতা হ'ল মৈফলৰ জোৰগীত। কমলাকুঁৱৰীৰ গীতৰ দৰেই দৰঙত প্ৰচলিত অন্য এটি যাদুমূলক মালিতা তেজীমলাৰ গীত। এই গীতটোৰ সমান্তৰালকৈ এটি গদ্যত প্ৰচলিত পাঠো (Text) আছে।

দৰঙৰ বাস্তৱিক মালিতাৰ ভিতৰত বামুণপোৱা গীত বা বামুণ পুৰাণ, দলামূৰীৰ গীত, ফৰমুদ পমিলীৰ গীত আদিক উল্লেখ কৰিব পাৰি। বামুণ পুৰাণৰ পাঠটো(Text)ৰ দলিপুৰাণৰ দৰেই যথেষ্ট দীঘলীয়া আৰু দলামূৰীৰ গীতটো 'কন্টে ফেবল' জাতীয়। বিশিষ্ট গীতিকাৰ অধ্যাপক তফজ্জুল আলিয়ে উদ্ধাৰ কৰা ফৰমুদ-পমিলীৰ গীতটো পৰিপূৰ্ণ নহয় যদিও লোক সাহিত্যত বিশেষ গুৰুত্বপূৰ্ণ। গীতটোৰ মাজেৰে দৰঙী সমাজ আৰু সংস্কৃতিৰ বৈশিষ্ট্যপূৰ্ণ ছবি এখনো স্পষ্ট হৈ পৰে। মালিতাটোৰ অংশ বিশেষ এনেধৰণৰ—

পমীলা ফৰ্মুদুৰ লগোতে
পমীলা ঘৰ এৰি গেলি
পমীলা ফৰ্মুদুৰ লগোতে
পমীলা গাঁও এৰি গেলি
পমীলা গধেনিৰ হাবিতে
পমীলা ফৰ্মুদুৰ লগোতে
পমীলা বনৰাজাৰ পেটোকে গেলি।

দৰঙৰ আই-বাইসকলে গোৱা ভালেমান সাউদৰ মালিতাও আছে। ৰোমান্টিক ধৰ্মী এই গীতবোৰকো বাস্তৱিক মালিতাৰ ভিতৰতে ধৰিব পাৰি। একদৰে ওকণিমাৰা

গীত, পচলা পুৰাণ, বানপানীৰ গীত, চি-আৰ-পিৰ গীত, ভূমিকম্পৰ গীত, মৎস বিবাহৰ গীত, চাহ পুৰাণ আদি দৰঙৰ ব্যঙ্গাত্মক মালিতাৰ অন্তৰ্গত। শেহতীয়াকৈ দৰঙৰ চৰ অঞ্চলৰ পমুৱা মুছলমান সকলৰ মাজত পোৱা কাৰবালাৰ কাহিনীৰ ওপৰত ৰচিত চকিনাৰ গীত এটা উল্লেখযোগ্য ঐতিহাসিক মালিতা। তেনেদৰে আমীৰ হাম্‌জা, সোণাভানুৰ গীত আদি ৰোমান্টিকধৰ্মী বাস্তৱিক মালিতাৰ অন্তৰ্গত। দৰঙৰ প্ৰচলিত আখ্যানমূলক গীত বা মালিতাবোৰ প্ৰায়েই ওজাপালি, খুলীয়া ভাউৰীয়া; ঢুলীয়া, নাগাৰানাম, থিয়নাম, খুঞ্জুৰীনাম আদি পৰিবেশ্যকলা সমূহে পৰিবেশন কৰে।

আখ্যানমূলক মালিতাৰ দৰেই আন এবিধ গীত হ'ল বাৰমাহী গীত। সংখ্যাত কম হলেও বাৰমাহী গীতো দৰঙত নোহোৱা নহয়। এই বাৰমাহী গীতকো কাহিনী গীতৰ শাৰীতে আলোচনা কৰিব পাৰি। দৰঙৰ ব্যাস ওজা পালিয়েও এই জাতীয় গীত পৰিবেশন কৰা পৰিলক্ষিত হয়। চৰ অঞ্চলত গীত বাৰমাসী নামেৰে প্ৰচলিত। দৰঙত সধবা নাৰীয়ে এই বাৰমাহী গীত গাব নাপায় বুলি লোকবিশ্বাস আছে। সেয়ে এই শ্ৰেণী গীতৰ প্ৰচলন অন্যান্য ঠাইতকৈ দৰঙত কম। তথাপি দৰঙৰ প্ৰখ্যাত ব্যাস সঙ্গীতাচাৰ্য পকাদলিৰ মেটাপাৰা নিবাসী দুৰ্গেশ্বৰ নাথ ওজাদেৱে গোৱা এটি বাৰমাহী গীতৰ অংশ বিশেষ তলত দিয়া হ'ল—

দিহা ঃ আৰে কৈ সানী দেখিবো
প্ৰাণ প্ৰিয়ৰে পাৱনা ল।
অ' মোৰে শুণৰ নিধিৰ বিৰহে দহিছে
গাৱ নাল আৰে।।

পদ ঃ প্ৰথম আঘোণ মাসে দ্বিতীয়াৰ জোন।
কোলে তুলি লৈলে যেন যুৱতীৰ স্তন।।
তেনয় আমাৰ নৱ যৌৱন তেজিয়া।
এত দিনে প্ৰাণ চন্দ্ৰ নাসে কি লাগিয়া।।
পুহৰ মাসত সখী পুষ্প গান্থি আঁৰি।
কতেক থাকিবো মই বাপ মাৱৰ বাৰী।।
এতেকে কাঞ্চন শীত বীত নানান ফুল।
আৰু নেকি প্ৰাণস্বামী নাসিবো গকুল।।
মাঘৰ মাহত জাৰে মুইহৰ শিং লৰে।
মই অভাগিনী নাৰী বঞ্চো একেশ্বৰে। (ব্যাস সংগীতৰ ৰূপৰেখা)

**কৰ্মমূলক গীত ঃ** দৰঙৰ কৰ্মমূলক গীত বুলিলে সাধাৰণতে হালবোৱা, ভুঁইৰোৱা, ধানকটা, মাছমৰা, গৰুচৰোৱা, ম'হচৰোৱা, গৰুম'হৰ গাড়ী চলোৱা, নাওচলোৱা. কপাহ ধূনা, সুঁতাকটা, ঢেকী দিয়া হাতীক বন শিকোৱা আদি কৰ্মসমূহৰ প্ৰঙ্গত গোৱা গীত-পদ সমূহেই পৰে। শ্ৰমৰ অৱসাদ দুৰ কৰিবলৈ গোৱা এই গীতবোৰ প্ৰায়ে হাস্য ব্যংগ



ধৰ্মী। পথাৰত হালবাওতে, ধান কাটোতে নতুবা গৰু মহৰ গাড়ী চলাওতে কিছুমান ঢেক প্ৰধান গীতো গোৱা হয়। এইবোক ঢেকগীত বা চেৱাঢেক বোলা হয়। ইতিপূৰ্বে উল্লেখ কৰাৰ দৰে মুছলমানসকলে বিয়াতো গোৱা এই ঢেকগীতবোৰত ব্যাহৰ ওজাপালিৰ সুৰৰ প্ৰভাৱ মন কৰিবলগীয়া। তেনে এফাঁকি ঢেকগীত এনেধৰণৰ-

অ' খৈৰা গাছোৰ মৈৰা চৰাই
পৰি আধাৰ খাই অ' ৰ - হে
অ'লেছেৰীয়া খোপা বান্ধি
দৰা আগে যায় অ' ৰ - হে
হে হে হেই ৰ - হ - হে।

কৈ থোৰা ভাল মুছলমানসকলে তেওঁলোকৰ বিয়া-বাৰুত দুদল হৈ এই ঢেকগীত গোৱাক কিতাপ পঢ়াও বোলে।

দৰঙৰ কৰ্ম প্ৰধান গীতৰ এক বৃহৎ অংশ গৰখীয়াগীত। এই গৰখীয়াগীত দুবিধ। এবিধ লঘু হাস্যধৰ্মী তথা ধেমেলীয়া আৰু আনবিধ প্ৰেম বিৰহ বিষয়ক যৌনগন্ধী। যৌনগন্ধী গীত-পদ সমূহকে 'নাঙেলী' বা 'লালিলাং' আখ্যা দিয়া হৈছে। নাঙেলীক প্ৰেম বিৰহ বিষয়ক গীত হিচাপেও আলোচনা কৰিব পাৰি। নাঙেলী মূলতঃ পূৰ্বৰাগৰ আসক্তিৰে সম্পৃক্ত যৌনগন্ধী গীত। গৰখীয়া ডেকাৰ মনৰ চিতনি-ভাবনি তথা যৌৱনৰ উৎকট বেদনা এইগীতবোৰৰ মাজেৰে নাঙঠ বা মুকলিকৈ প্ৰকাশ পায়। গীতবোৰত কিছুমান অশ্লীল শব্দৰ প্ৰয়োগ আছে যদিও এই অশ্লীলতা জীৱনৰ বাবে অসত্য নহয়। অফুৰন্ত কল্পনা আৰু আবেগ অনুভূতিৰে সিক্ত বনঘোষাৰ দৰেই এই নাঙেলী গীতটো কল্পনাৰ আধিক্য স্পষ্ট। ৰাভাসকলৰ 'বাং' বা লাখৰ গীতৰ লগত মিল থকা নাঙেলী গোৱালপাৰাৰ মৈষাল গীতৰ লগতো মিলে। দৰং ৰত্ন অতুল চন্দ্ৰ বৰুৱাই কোৱাৰ দৰে অৱশ্যে নাঙেলীত অশ্লীলতাৰ পৰিমাণ মৈষাল গীততকৈ সৰহ আৰু ই প্ৰধানতঃ পুৰুষত্ব ব্যঞ্জক। তেনে এফাঁকি নাঙেলী এনেধৰণৰ—

হাবিতে গোজাৰেই ই হোকোৰা বাঘে
পানীতে ঐ গোজাৰেই শাল,
অ' ডেকাৰীয়াৰ বুক দেখি চেঙেৰাই গোজাৰেই
নাঙলত ঐ গোজাৰেই ফাল।

**প্ৰেম বিৰহ বিষয়ক গীতঃ** দৰঙৰ ব্যাসগোৱা ওজাপালিয়ে পৰিবেশন কৰা পুৱেলি বা ঝুনাগীতবোৰ এই প্ৰেমবিৰহ বিষয়ক। এই গীতবোৰৰ মাজেৰে মূলতঃ ৰাধাকৃষ্ণৰ প্ৰেম বিৰহৰ চিত্ৰ প্ৰকাশিত হৈছে। দৰঙৰ দলগাঁও অঞ্চলৰ কোচ ৰাজবংশীসকলৰ মাজতো ভালেমান প্ৰেম বিৰহ বিষয়ক গীত পোৱা গৈছে। ৰাজবংশী ভাষাৰ প্ৰভাৱ থকা তেনে এফাঁকি গীত এনেধৰণৰ-

নলেৰ আগুন তলেতলে

খাগাৰাৰ আগুন জ্বলে
মোৰ নাৰীৰ মনেৰ আগুন
বাহিৰে ভিতাৰে পোৰে।
কিমতে জুৰাও মোৰ হিয়া বান্ধব ৰে।।

দৰঙৰ টোটোলা ৰাভাসকলৰ মাজত প্ৰচলিত আহু-শালী গীতবোৰো মূলতঃ প্ৰেম বিৰহ বিষয়ক। তেনে এফাঁকি গীত এনেধৰণৰ—

এ ত'ৰ ঘৰ সিপাৰে ঐ
মোৰ ঘৰ ইপাৰে
বহুৰ হেই মাজে মাজে কেকেৰী কাহি।
আহং বুলি নাহিলি
যাং বুলি তই নাহিলি
হুৰ হাই কাটা তামোলপান মোৰ হৈ গেল বাহি।

ৰাভাসকলৰদৰেই দৰঙৰ হাজং সকলেও 'লেৰাটনা গীত' নামৰ এক শ্ৰেণীৰ প্ৰেমৰ গীত গায়। দৰঙৰ বড়ো, গাৰো, চাহবনুৱা, চৰ-চাপৰিৰ মৈমনচিঙিয়া আদি লোকসকলৰ মাজতো এনে ভালেমান প্ৰেম বিৰহৰ গীত পৰিলক্ষিত হয়। বিশেষকৈ জনজাতীয় লোকসকলৰ মাজত এই জাতীয় গীতৰ পৰিমাণ সৰহ।

**দাৰ্শনিক ভাৱাপন্ন গীত ঃ** দাৰ্শনিক বা পাৰমাৰ্থিক গীত বুলিলে দৰঙত সাধাৰণতে খুঞ্জুৰী বা ভকতীয়া নামত গোৱা দেহবিচাৰৰ গীত আৰু বৰাগীসকলে লাও টোকাৰী বজাই গোৱা টোকাৰী গীতবোৰকে ধৰা হয়। অৱশ্যে ইতিপূৰ্বে উল্লেখ কৰা চিয়াঁগীত আৰু মুছলমানৰ বৈঠকী গীতবোৰো দাৰ্শনিক ভাবাপন্ন গীতৰ শাৰীত পৰে। ঠিক তেনেদৰে ব্যাসৰ ওজাপালিয়ে গোৱা কবিৰা বা পাটশ্বাহী গীতবোৰো দাৰ্শনিক পৰিসীমাৰ অন্তৰ্গত। তদুপৰি মুছলমান সকলৰ নবীগীত সমূহো এই শ্ৰেণীৰ। আলোচনাৰ সুবিধাৰ কাৰণে এই গীতবোৰক প্ৰধানতঃ দুই শ্ৰেণীত ভগাব পাৰি। পাৰমাৰ্থিক গীত আৰু দেহবিচাৰৰ গীত। পাৰমাৰ্থিক গীতত আত্মা-পৰমাত্মা সম্পৰ্কীয় আধ্যাত্মিক কথা সৰহ। আনহাতে দেহ বিচাৰৰ গীতত দেহতত্বৰ বিচাৰ মুখ্য। মুছলমান সকলে গোৱা তেনে এটি পাৰমাৰ্থিক গীত এনেধৰণৰ—

দিহা ঃ প্ৰথম আল্লাৰ নাম লৈছা নাম দুৰুদ নবীজী।
বিচমিল্লা বুলিয়ে মুখে যোবন খুলিলা।।
পদঃ পশ্চিমে বন্দনা কৰো মক্কা মদিনা।
মক্কাতে নজীৰ ভৈলা কোৱাণে হাদ্দিল।।
উত্তাৰে বন্দনা কৰো হিমালয় পৰ্বত।
হিমালয় চুতিয়া গেলে দুনিয়াই খাৰাব।।

আনহাতে আকৌ দেহতত্ব বিষয়ক এফাঁকি চিয়াগীত এনেধৰণৰ—



দেহৰে ভিতৰে আছে নিজ গুৰু ঐ
চিনি জানি কৰা সেৱা মোৰ বান্ধৱ।
সেই জনাত সুধিয়া ধৰম নিচিনিলে ঐ
সেৱাতে লাগিব ৰেৱা মোৰ বান্ধৱ হৰি।

**ধেমেলীয়া গীতঃ** দৰঙৰ পৰিবেশ্যকলা সমূহৰ বিশেষ চৰিত্ৰৰ লগত সাধাৰণতে এই গীতবোৰ জড়িত। খুলীয়া ভাউৰীয়াৰ 'বহুৱা' বৰঢুলীয়াৰ 'বহুৱা' (পুতলা নচুৱাজন) ঢেপাঢুলীয়া আদিয়ে সচৰাচৰ এই জাতীয় গীতবোৰ গাই দৰ্শকক বিমল আনন্দ দিয়ে। মনসা পূজাৰ প্ৰসঙ্গত দেওধনীৰ লগত পালি এগৰাকীয়েও ভালেমান হাস্যমধুৰ ধেমেলীয়া গীত পৰিবেশন কৰে। ইয়াক 'মেচা-মেচেনীৰ গীত' বোলে। খুলীয়া ভাউৰীয়াৰ বহুৱাই গোৱা বুঢ়া হালোৱাৰ গীত, ঢেকী কাটাৰাৰ গীত, বুঢ়ী হেৰোৱা গীত আদি এনেধৰণৰ ধেমেলীয়া গীত। গোৱালপাৰাৰ চট্‌কা গীতৰ লগত এই গীতবোৰৰ সাদৃশ্য ধৰা পৰে। উল্লিখিত চৰিত্ৰ সমূহৰ উপৰিও বুঢ়া-বুঢ়ী বা সমাজৰ অন্যান্য লোকেও এই ধেমেলীয়া গীত-পদ নোগোৱা নহয়। বিয়া সবাহতো মাজে মাজে এই জাতীয় গীত গাই আই-বাইসকলে আনন্দ লভে। পুণিয়া গৰৈমাৰাৰ খুলীয়া ভাউৰীয়া দলৰ পৰিচালক তথা বহুৱা শিল্পী শ্ৰীবগীৰাম চহৰীয়াৰ পৰা সংগ্ৰহ কৰা তেনে এটি ধেমেলীয়া গীত এনেধৰণৰ—

দিহা ঃ
জঙ্ঘাসুৰ গৈলা মৰি
ৰাণী হৈলা একলচৰি
মোক চাই ভজা, সুন্দৰী আহাৰ ঐ
ৰাধে ক'ত বৰ্ণাম তোমাৰ লীলা।

পদ ঃ
আগে বন্ধু পাছে বন্ধু মাঝে বোনৰ বেৰা আহাৰ ঐ
অ' আয়না চাই ফোটা মাৰে ৰাণীৰ কপল পোৰা।
খোপাতে মৰৱাৰ ফুল কাশে পিনৰ শাৰী আহা ঐ
অ' আয়না চাই চাই শিয়াতা ফালে ৰাজ আলি হান কৰি।
ক'ত আইছি মাহেই পেহী ক'ত আছি বাই আহা ৰৈ
আগাদেৱা হলি ৰাইজ নধৰিবা দায়।
ক'ত আইছি কাকা দাদা ক'ত আইছি বৌ আহা ৰৈ
ভাল বেয়াৰ কথা ৰাইজ কমনে নকও কৌ।
নাৰিকলৰ ভেদ ভাঙিলা কেঞ্চি পোকাই পাই আহা ৰৈ
বঠা বিলৰ ভেদ ভাঙিলা কাছো হানাই পায়।
চাইকেলৰ ভেদ ভাঙিলা মাছ বেছাই পাই আহা ৰৈ

ইয়ামাহাৰ ভেদ ভাঙিলা আলফা হৰাই পায়।

শুকনিদগতি শুনিবোক সভাসদ,ভেদ ভাঙাৰ পদ ইটো ভৈলা সমাপত।

**নিচুকনি আৰু খেল-ধেমালিৰ গীত ঃ** শিশুৰ লগত জড়িত নিচুকনি আৰু খেলধেমালিৰ গীতো দৰঙী লোক-সাহিত্যত কম নহয়। নিচুকনি গীত দৰঙত চলি ভুৰকৰা বা চলি ঝিৎকৰা গীত বোলে। এইবোৰ মূলতঃ সুৰ প্ৰধান। টোপনি নিয়াবলৈ গোৱা নিচুকনি গীতবোৰক টোপনি নিওৱা(Lulabies) গীত বোলা হয়। এইবোৰ গীতৰ সুৰটোহে মুখ্য কথা। তেনে এফাঁকি গীত এনে ধৰণৰ—

আমাৰ চল্‌টো ঘুমেটি যাবো এ
বাপাক গেইছি কল আন্‌বা
আমাৰ চলি খাবো এ।

এই গীতবিলাক কেঁচুৱাৰ মাক বা ধাইজনীয়েহে গায়। খেল- ধেমালিৰ গীতবিলাক ল'ৰা- ছোৱালী বিলাকে নিজে নিজে গায়। সাধাৰণতে অলৌগুটি তলৌগুটি খেল, ইচেনি বিচেনি খেল, খিউঘূপী খেল, দোবলমূৰী( হাঁউখেল) আদিত এই গীতবোৰ গায়। খেল-ধেমালিৰ গীতবোৰ বহুক্ষেত্ৰত উক্তি প্ৰত্যুক্তি মূলক অৰ্থাৎ নাট্যধৰ্মী। প্ৰখ্যাত লোক সংস্কৃতিবিদ ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাই সেয়ে সঠিকভাৱেই এই খেলসমূহৰ ওপৰত মন্তব্য দি ইতিপূৰ্বে কৈ গৈছে— 'খেল এখন নাটক। খেলুৱৈবোৰ ইয়াৰ ভাৱৰীয়া. ছন্দময় গতি ইয়াৰ নৃত্য।" দৰঙী লোকগীতক বৰ্ণময় ৰূপ দিয়া এই খেল-ধেমালি গীতৰ দুফাঁকিমান এনেধৰণৰ—

(ক) হাইৰে হলীয়া/ বৰধানৰ তলীয়া।
বৰধানৰ মাঝে/দুগ দুগ বাজে।।

(খ) হৌৰে হফলা/পানী মাৰিম দফলা।
পানী গেল চিট্‌কি/ তোক মাৰিম পিট্‌কি।।

(গ) চিউ মাৰি ধৰিলো কুকুৰা চৰেই।
নেজডালত ধল্লি কাৰাং কুৰং কৰেই।। (চিউখেলৰ গীত)

**লোককথা ঃ** দৰঙী লোকসাহিত্যৰ গীতপদৰ পিছতে অন্যতম বৃহৎ অংশটো হ'ল লোককথা বা গধ্য ধৰ্মী ৰচনা। দৰঙৰ লোককথা প্ৰধানতঃ তিনি শ্ৰেণীত বিভক্ত কৰি আলোচনা কৰিব পাৰি। সেয়ে হ'ল পুৰাণ কথা বা পুৰাবৃত্ত (Myth), জনশ্ৰুতি বা কিম্বদন্তি (Legend) আৰু সাধুকথা (Tales)।

**পুৰাণৰ কথা ঃ** দেৱ-দেৱীৰ উৎপত্তি, জগত সৃষ্টিৰ বৰ্ণনা আদি কথাযুক্ত ধৰ্মীয় আখ্যানবোৰকে পুৰাণৰ কথা বা পুৰাবৃত্ত আখ্যা দিয়া হয়। দৰঙত এই জাতীয় আখ্যানবোৰ গোঁহাইৰ কথা বা গোঁসাইৰ কথা নামে পৰিচিত। দেৱ-দেৱীৰ চৰিত্ৰ সম্পৃক্ত গোঁহাই কথা দৰঙত যথেষ্ট পৰিমাণে পোৱা গৈছে যদিও তাৰ ভিতৰত শিৱ গোঁসাইৰ কথা সৰ্বাধিক। তদুপৰি লিংগপূজা, যোনি পূজা, মনসাপূজা, সত্যনাৰায়ণ



পূজা, জাগৰ পূজা, লক্ষ্মীপূজা, চড়কপূজা, বাসুদেৱ বিষ্ণুপূজা, শিৱৰাত্ৰি সেৱা আদিৰ উৎপত্তি বিষয়ক আখ্যানবোৰৰ প্ৰচলন দৰঙত লক্ষ্য কৰা যায়। দৰঙৰ জনজাতীয় বড়ো, গাৰো, ৰাভা আৰু হাজং সকলৰ মাজতো মানুহৰ জন্ম, পৃথিবীৰ সৃষ্টি, শস্যৰ সৃষ্টি আদি বিষয়ক ভালেমান পুৰাণৰ কথা প্ৰচলন আছে। কৈ থোৱা ভাল, পুৰাণ কথা বা Myth ত সৃষ্টিৰ কথাও জড়িত। তদুপৰি ই ধৰ্মীয় বিশ্বাসযুক্ত। মুছলমানসকলৰ নবীকথাসমূহো সেয়ে পুৰাণ কথাৰ পৰিসীমাত পৰে।

**জনশ্ৰুতি ঃ** পুৰাণৰ তুলনাত জনশ্ৰুতিৰ পৰিমাণ দৰঙত কম। জনশ্ৰুতিবোৰত অতীতৰ ঘটনাৰ বিৱৰণ থাকে যদিও সেয়া পুৰাণ কথাৰ দৰে অতীতৰ নহয়। আখ্যানবোৰ দেৱদেৱীৰ পৰিবৰ্তে মানুহ নতুবা অতি মানবীয় চৰিত্ৰ প্ৰধান। দৰঙত প্ৰচলিত তেনে জনপ্ৰিয় জনশ্ৰুতি সমূহৰ ভিতৰত শিয়ালা গোঁসাইৰ কথা, কেন্দুকলাইৰ কথা, পাৰিজাতীয় কথা, সৰ্বানন্দ ব্যাসকলাইৰ কথা, গাঁতুৱা ভকতৰ কথা আদি উল্লেখযোগ্য। এইবোৰ মূলতঃ ব্যক্তি বিষয়ক জনশ্ৰুতি। তেনেদৰে স্থান বিষয়ক আৰু ঘটনা বিষয়ক জনশ্ৰুতিও ভালেমান আছে। তাৰ ভিতৰত হাজৰিকাপাৰাৰ কথা, দেওমৰনৈৰ আখ্যান, খটৰাৰ কথা আদিত স্থান বিষয়ক জনশ্ৰুতি জড়িত। তেনেদৰে মানৰ আক্ৰমণ, বৃটিছৰ অত্যাচাৰ, ভাৰতৰ স্বাধীনতা যুদ্ধ, অসমৰ ছাত্ৰ আন্দোলন, ভূমিকম্প, বানপানী আদিক লৈয়ো ঘটনা বিষয়ক জনশ্ৰুতি ৰচিত হৈছে। এইবোৰৰ কিছুমান সময়ৰ সোঁতত লোপ পালে আৰু কিছুমান বৰ্তমানেও মুখ পৰম্পৰা অনুসৰি জীয়াই আছে।

**সাধুকথা ঃ** অতি কল্পনা সম্পৃক্ত আখ্যান সাধুৰ মূল উপজীব্য। দৰঙৰ এইজাতীয় লোককথাও যথেষ্ট পৰিমাণে উদ্ধাৰ হৈছে। দৰঙত প্ৰচলিত সাধুবোৰৰ ভিতৰত জীৱজন্তু বিষয়ক সাধুকথাৰ পৰিমাণে সৰহ। অৱশ্যে নৈদানিক ক্ৰমপুঞ্জিত যাদুমূলক, ধৰ্মীয় আৰু টেন্টনৰ সাধুও দৰঙত নোহোৱা নহয়। দৰঙত ইতিমধ্যে উদ্ধাৰ হোৱা প্ৰায়ভাগ ভূত-প্ৰেতৰ সাধুৰ লগতে কমলাকুঁৱৰীৰ সাধু, তেজীমলাৰ সাধু, আদিক যাদুমূলক বুলি ধৰা হৈছে। সাধুৰদৰেই সৰু সৰু (চুটি) আখ্যান প্ৰচলনো দৰঙত আছে। ডঃ প্ৰফুল্ল দত্ত গোস্বামীয়ে উল্লেখ কৰাৰ দৰে ইবোৰক 'টেটকুটি' আখ্যা দিব পাৰি। এইবোৰক প্ৰধানতঃ হাস্য-ব্যংগ বা ধেমেলীয়া। সাধাৰণতে পুৰোহিত, ব্ৰাহ্মণ, অজলা লগুৱা, বৰলালোক, দুষ্ট চোৰ, টেঙৰ বেপাৰী আদিক লৈ এই টেটকুটি জাতীয় চুটি চুটি কাহিনীবোৰ ৰচিত হোৱা দেখা যায়।

**লোকনাটঃ** লোক সাহিত্যৰ অন্য এক অনুপম অঙ্গ লোকনাট। লিখিত সাহিত্যত যেনেকৈ নাটক থাকে তেনেকৈ মৌখিক বা লোক সাহিত্যতো মুখে মুখে প্ৰচলিত নাট থাকে। দৰঙী লোক সাহিত্যত মৌখিক ৰূপত থকা এই নাটৰ চানেকি বৰ বিশেষ পৰিলক্ষিত নহয় যদিও অতীতৰ পৰা প্ৰচলিত পুতলা নাচ, খুলীয়া ভাউৰীয়া আদিক লোকনাটৰ শাৰীতে ধৰিব পাৰি। এই নাটবোৰৰ কাহিনীবোৰ এসময়ত পদ

ছন্দত মৌখিক ৰূপতে ভাৱৰীয়াসকলৰ মাজত প্ৰচলন আছিল। পিছলৈ অৱশ্যে কাহিনীবোৰ লিখিত ৰূপত গদ্যত লিখি উলিওৱা হ'ল। দৰঙী সংগীতৰ লাইখুটা ওজাপালি অনুষ্ঠানো বহুক্ষেত্ৰত লোকনাট্যৰ সমলেৰে সম্পৃক্ত। গীতৰ মাজে মাজে বিৰতি পেলাই ওজা আৰু দাইনা পালিয়ে যি অভিনয় কৰে তাৰ সংলাপবোৰ নিঃসন্দেহে মৌখিক ৰচনা। দৰঙী লোকসংস্কৃতিত লোকনাট হিচাপে এতিয়াও দুবিধ নাট্য কলাই পৰিস্কাৰ সাক্ষ্য বহন কৰি আছে। সেয়া হ'ল খটৰা সত্ৰৰ পাচেতি উৎসৱ উপলক্ষে অনুষ্ঠিত লোকনাট্যাভিনয় আৰু দেৱানন্দ সত্ৰৰ পাচেতি উৎসৱ উপলক্ষে অনুষ্ঠিত সাগৰ মন্থন কৃত্যৰ লোকনাট্যাভিনয়। খটৰা সত্ৰৰ ফাকুৱা উৎসৱতো এনে লোকনাট্যৰ সমল আছে। ফাকুৱা উপলক্ষে লৰৰ মূৰ্ত্তিটো পৰিভ্ৰমণ কৰাই দ্বিতীয় দিনা সত্ৰত প্ৰৱেশকৰে দুদল সমৰ্থকৰ মাজত নাটকীয় সংঘৰ্ষ হয়। তাৰে এদল হয় কৃষ্ণৰ ভক্ত আৰু আনদল হয় লক্ষ্মীৰ ভক্ত। খটৰাত লৰ মূৰ্ত্তিটোকে কৃষ্ণ জ্ঞান কৰি ধৰ্মপ্ৰাণ ৰাইজে এই নাট্য কলাৰ পৰিবেশন কৰে। পৰম্পৰাগতভাৱে চলি অহা এই নাট্য ধৰ্মী অনুষ্ঠানটোৰ অংশবিশেষ এনেধৰণৰ—

কৃষ্ণৰ পাণ্ডা ঃ অ' হে লক্ষ্মীৰ পাণ্ডা।

লক্ষ্মীৰ পাণ্ডা ঃ অ' কি হৈছে?

কৃষ্ণৰ পাণ্ডা ঃ আমাৰ গোঁসাই যে খন সাত দিন হৈছে দেউল যাত্ৰা কৰিবলৈ গৈছিল। তেওঁ ঘৰ সোমায়েই আইছি গতিকে আপুনি দুৱাৰ খন চাবি দেক।

লক্ষ্মীৰ পাণ্ডা ঃ তেওঁ আজি সাতদিন হ'ল মোৰ ঘৰবাৰী আশা এৰি গৈইছি, টকা-কড়ি যি আছিল তেওঁ লুটি পুতি লৈ গৈইছি। সেইয়ে মোৰ ইয়াত আই ভা লেগি তেওঁৰ কোনো প্ৰয়োজন নাই।

কৃষ্ণৰ পাণ্ডা ঃ অ' হে লক্ষ্মী পাণ্ডা। সুভদ্ৰা আইয়ে কৈছি মই গোঁসাই লগত ফুৰোতে ৰ'দে-বতাহে বৰ কষ্ট পাইছো। গতিকে মোক দ্বাৰখন চাবি দেক।

লক্ষ্মীৰ পাণ্ডা ঃ তেওঁ( সুভদ্ৰা) আইভা পাৰেই।

এনেধৰণৰ কথোপথনৰ মাজেৰে নাটকীয়তা আগবাঢ়ি যায় আৰু শেষত লক্ষ্মীপাণ্ডা সৈমান হৈ কৃষ্ণৰ পাণ্ডা স্বৰূপ ভক্তসকলক সত্ৰত প্ৰৱেশ কৰিব দিয়ে। এনে লোকনাট্যৰ সমল বহু পৰিমাণে ঢেপাঢুলীয়া, বৰঢুলীয়া আদি অনুষ্ঠানৰ মাজতো পৰিলক্ষিত হয়।

**লোকোক্তি ঃ** লোকোক্তি বুলিলে সাধাৰণতে প্ৰবাদ, প্ৰবচন, ফঁকৰা যোজনা, পটন্তৰ, সাঁথৰ আদিক বুজোৱা হয়। এইবোৰ হ'ল ব্যৱহাৰিক অভিজ্ঞতাৰ সংক্ষিপ্ততম অভিব্যক্তি । ইয়াৰ মাজেৰে জনসাধাৰণৰ প্ৰায়বোৰ দিশেই উন্মোচিত হয়। বিশেষকৈ কৃষি, খাদ্যাখাদ্য, জাতকুল, শুভাশুভ আদি অনেক দিশ ইয়াৰ মাজত ধৰা পৰে। কৃষি বিষয়ক নীতিৰ নিৰ্দেশনা থকা তেনে এটি প্ৰবচন এনে ধৰণৰ—

মাঘত মাকেৰি, ফাগুণত পাকেৰি



চৈতত পটা, তেহে বাপেকৰ বেটা।।

প্ৰবচনৰ দৰে প্ৰবাদ আকৌ বহুক্ষেত্ৰত ঐতিহাসিক বা পুৰাকথা সম্বলিত। তেনে দুফাঁকিমান প্ৰবাদ এনেধৰণৰ—

'আছেই কথা নপৰেই মনত।

সীতাই কান্দে অশোক বনত।।'

ৰামে মাল্লিও মৰা, ৰাৱণে মাল্লিও মৰা।

ক'বলৈ গ'লে প্ৰবাদ বাক্যৰ আঁৰত একোটা কাহিনী লুকাই থাকে। দৰঙত প্ৰচলিত প্ৰবচন আৰু প্ৰবাদৰদৰেই ফকৰাৰ স্থান গুৰুত্বপূৰ্ণ। ফকৰা মূলতঃ ৰূপকাত্মক। ইয়াৰ বাহিৰৰ এটা অৰ্থ আৰু ভিতৰৰ অন্য এটা গূঢ়াৰ্থ। সাধাৰণতে দৰঙৰ বৰখেলীয়া সন্ত মহন্তসকলে এই ফকৰাৰ ব্যৱহাৰ বেছিকৈ কৰে। তেনে এফাঁকি ফকৰা এনেধৰণৰ-—

শাল শিঙি শুৱাৰ।

ই তিনি ভক্তিৰ দুৱাৰ।।

দৰঙৰ ব্যাহৰ ওজাপালিয়ে গোৱা কবিতা বা গীতবোৰো বহুক্ষেত্ৰত ফকৰাৰ দৰে দ্ব্যৰ্থক। যোঁজনা বা পটন্তৰ হ'ল প্ৰায়ে উপমাধৰ্মী বচন। অৰ্থাৎ ইয়াৰ জৰিয়তে তুলনা দাঙি ধৰা হয়। যেনে-'যখ ইচ্ছাই যখিনী কৃষ্ণ ইচ্ছাই ৰুক্মিণী', 'কোদালৰ নাল শালোতে মাহৰ বতৰ যাবো,' 'নিজৰ দেশত ঠাকুৰ, পৰৰ দেশত কুকুৰ,' 'গাঁৱে মাৱে সোমান' ইত্যাদি।

দৰঙী লোক-সাহিত্যত সাঁথৰ বা দিষ্টান লোকোক্তিৰ অন্য এক শ্ৰেণী। ই প্ৰায়ে প্ৰশ্ন-উত্তৰ সূচক অৰ্থাৎ সংলাপ ধৰ্মী। সাঁথৰৰ মাজেৰে জীৱনৰ বুদ্ধিমত্তাৰ পৰিচয় পোৱা যায়। দিষ্টান বা সাঁথৰ সদায় ঐহিক অৰ্থযুক্ত কিন্তু ফকৰা পৰকালৰ বাবে ৰচিত পাৰমাৰ্থিক অভিজ্ঞাপন। সাঁথৰ বা দিষ্টানৰ দৰেই দ্ব্যৰ্থবোধক দৰঙৰ অন্য এপদ বচন হ'ল ঠাঁৰ। দৰঙৰ ব্যাসপাৰা, বড়িগাঁও আদি অঞ্চলত দৈৱজ্ঞসকলে এই শ্ৰেণী মৌখিক বচন প্ৰাত্যহিক জীৱনৰ বিভিন্ন দিশত ব্যৱহাৰ কৰা দেখা যায়। আজিকালি অৱশ্যে ইয়াৰ প্ৰয়োগ নাই বুলিবই পাৰি। এই ঠাঁৰবোৰৰ উপৰোৱা এটা অৰ্থ আৰু ভিতৰুৱা এটা অৰ্থ। কেতিয়াবা আকৌ ই প্ৰতীকধৰ্মীও।

**মন্ত্ৰ আৰু শাও শপত ঃ** লোকোক্তিৰ পৰিসীমাতে সামৰিব পৰা মন্ত্ৰ আৰু শাওশপত সমূহো দৰঙী লোকসাহিত্যৰ অন্তৰংগ সম্পদ। অন্যান্য ঠাইৰ দৰেই দৰঙতো বেমাৰ আজাৰ, জৰাফুকা কৰা, দেওভূত খেদা, দেৱ-দেৱীক স্তুতি কৰা আৰু আনৰ অপকাৰ কৰা আদি বিষয়ক ভালেমান মন্ত্ৰ আছে। এই মন্ত্ৰ কিছুমান অৱশ্যে লিখিত আকাৰতো প্ৰচলিত। অৱশ্যে মৌখিক মন্ত্ৰৰ পৰিমাণেই সৰহ। সেয়ে মন্ত্ৰক লিখিত আৰু লোক উভয় সাহিত্যতে ধৰিব পাৰি। দৰঙত প্ৰচলিত মন্ত্ৰসমূহৰ ভিতৰত নেউলি, মূলকৰতি, কলিকৰতি, জলকৰতি, ব্ৰহ্মাকৰতি, গুকৰতি, শিৱ কৰতি, গৰ্ভকৰতি,

চক্ৰকবতি, ফাগুনি, সৰ্বধাক, জন্ম সৰ্বধাক, পাশুপত্ৰ আদি খোৰ আজাৰ, জৰা- ফুকা মন্ত্ৰৰ পৰিসীমাত পৰে। তেনেদৰে ববকলাপ, অগ্নিবান, পক্ষীৰাজ, ত্ৰিশূল, দেউহাৰা, চামন, বিলাহী বেজেনী আদি দেও-ভূত খেদা মন্ত্ৰৰ ভিতৰত প্ৰধান। গৰ্ভৱতী নাৰীৰ গাবন্ধা, কাজিয়া লগোৱা, বেঙেৰা কৰা, বশীকৰণ, মোহিনী মাৰা আদি কুমন্ত্ৰৰ ভিতৰুৱা। দাঁতৰ পোক উলিওৱা, মাচৰ কাইট গুছোৱা, চোৰবান্ধা, কেৰ্কেটুৱা খেদা, বানপানী বন্ধা, শস্যৰ পোক পৰুৱা খেদা, গৰুৰ ঘেনাজাৰা আদি ভালে মান বিবিধ বিষয়ক মন্ত্ৰও দৰঙত পৰিলক্ষিত হয়।

আই বা বসন্ত ৰোগ হ'লে শীতলাদেৱীক সন্তুষ্ট কৰিবলৈ মতা স্তুতিমন্ত্ৰ, মনসাপূজা, শিৱ, জাগৰ পূজা আদি প্ৰসঙ্গত মতা স্তুতি মন্ত্ৰবোৰেই প্ৰাৰ্থনা সূচক। ইয়াৰে কিছুমান মন্ত্ৰ সংস্কৃত ভাষাতো ৰচিত। বিয়াত পুৰোহিতে মতা মন্ত্ৰবোৰ সংস্কৃত। সংস্কৃত মন্ত্ৰবোৰ সাধাৰণতে পুৰোহিত বা পূজাৰীয়ে গায়। কিন্তু অসমীয়াত ৰচিত মন্ত্ৰবোৰ প্ৰায়ে ওঝা, বইদ, কবিৰাজ, আদিয়ে আবৃত্তি কৰে। অসমীয়া আৰু সংস্কৃতৰ দৰেই ফাৰ্চী বা আৰবী ভাষাত ৰচিত ভালেমান মন্ত্ৰও দৰঙত প্ৰচলন আছে। এইবোৰ ইছলাম ধৰ্মী মৌলবী বা মোল্লাসকলে প্ৰয়োগ কৰে। দৰঙৰ জনজাতীয় লোকসকলৰ মাজতো অনেক প্ৰকাৰৰ মন্ত্ৰৰ প্ৰচলন দেখা যায়।

দৰঙী লোকসাহিত্যত মন্ত্ৰৰ যেনেকৈ এখন আচুতীয়া আসন আছে তেনেকৈ লোকজীৱনত ব্যৱহৃত আশিস বচন আৰু শাও শপত আদিও বহুক্ষেত্ৰ ছান্দিক বৈশিষ্ট্যৰে লোকসাহিত্যৰ পৰিসীমাত পৰে। এইবোৰেও বহুক্ষেত্ৰত মন্ত্ৰৰ দৰেই কাম কৰে বুলি জনসাধাৰণে বিশ্বাস কৰে। দৰঙী সমাজ জীৱনৰ লোকধৰ্ম তথা লোকাচাৰৰ প্ৰতিফলক এই আশিস বচন আৰু শাওপাতবোৰো নিঃসন্দেহে দৰঙী লোক সংস্কৃতিৰ অন্তৰংগ সম্পদ।

গতিকে আলোচনা চমুৱাই ক'ব পাৰি লোকগীত, লোককথা, লোকনাট্য আৰু লোকোক্তিৰ লগতে মন্ত্ৰ তথা আশিস বচন শাও-শপতেৰে দৰঙী লোকসাহিত্য সমৃদ্ধ। ইয়াৰ প্ৰতিটো অঙ্গই বৰ্ণময় ৰূপত দৰঙী সংস্কৃতিক প্ৰতিফলিত কৰাই নহয়, ইয়াক বাংময় কৰিও তুলিছে। এই লোক সাহিত্য ৰাজি সেয়ে দৰঙী সমাজৰ অনুপম বৈভৱ। ইয়াৰ সংগ্ৰহ, সংৰক্ষণ আৰু বিশ্লেষণ সেয়ে অতীৱ প্ৰয়োজন। যিয়ে দৰঙী সমাজতত্ব অধ্যয়নক আৰু এখোপ আগুৱাই নিব আৰু জী ৱনৰ বৰ্ণময় ৰূপ উদঘাটিত হ'ব।□□



# দৰঙী লোক সাহিত্য আৰু ভাষা

মুকুল কুমাৰ চহৰীয়া

লোক-সাহিত্য হ'ল অতীজৰে পৰা পৰম্পৰাগতভাৱে চলি অহা লোকসাধাৰণৰ উপলব্ধ জ্ঞান আৰু বাস্তৱিক অভিজ্ঞতাৰ কলাত্মক বহিঃ প্ৰকাশ। অতীতৰ পৰা মুখ বাগৰি অহা নিৰক্ষৰ লোকৰ স্বতঃস্ফুট অভিব্যক্তিবোৰেই লোক-সাহিত্য সমূহত ঠাই লৈছে। মুখবাগৰি অহা বাবেই সাহিত্য সমূহৰ স্থান, সমাজ আৰু কালভেদে ৰূপৰ প্ৰভেদ দেখা যায়। অৱশ্যে প্ৰভেদ থাকিলেও লোক-সাহিত্য সমূহৰ মূলভাৱৰ ক্ষেত্ৰত পাৰ্থক্য নাই। আদিম মানৱে প্ৰকৃতিৰ মাজত জীৱন নিৰ্বাহ কৰোতে প্ৰকৃতিৰ বুকুত ঘটা বিভিন্ন ঘটনা-পৰিঘটনা সমূহ দেখি কেতিয়াবা বিস্ময়াভিভূত হৈছিল, কেতিয়াবা হৰ্ষ আৰু আনন্দৰ জোৱাৰ তুলিছিল। পিছত এই উপলব্ধ অনুভূতিক আনৰ আগত ব্যক্ত কৰোতে বা বৰ্ণনা কৰোতে কেতিয়াবা কল্পনা, কেতিয়াবা আবেগৰ বশৱৰ্তী হৈ পৰিছিল ফলত সি সাহিত্যৰ গুণ ৰাজিৰে ৰঞ্জিত হৈ পৰিছিল, এনেদৰেই লোক- সাহিত্য সমূহ সৃষ্টি হৈছিল।

এই লোক-সাহিত্যসমূহৰ নিৰ্দিষ্ট কোনো স্ৰষ্টা নাই। ই যুগ নিৰপেক্ষ। ভিন ভিন যুগত ভিন ভিন লোকৰদ্বাৰা সৃষ্ট এনে লোক-সাহিত্যসমূহ পৰম্পৰাগতভাৱে মুখ বাগৰি লোক সমাজত বৰ্তি থাকে। লোক সাহিত্যসমূহৰ শ্ৰেণী বিভাজন কৰা বিষয়টো অতি জটিল কাম। তথাপি ডঃ সত্যেন্দ্ৰ নাথ শৰ্মা ডাঙৰীয়াই ইয়াক 'লোকগীত', 'ফকৰা যোজনা আৰু প্ৰবচন' আৰু 'সাধুকথা' এই তিনিটা শ্ৰেণীত ভাগ কৰি দেখুৱাইছে। আনহাতে প্ৰাচ্য আৰু পাশ্চাত্যৰ বিভিন্ন সমালোচকে লোক-সাহিত্যসমূহক আৰু কিছুমান অন্যান্য ভাগত ভাগ কৰি দেখুৱাইছে। লোক-সাহিত্য সমূহৰ যি ভাগেই নহওঁক ইহঁতৰ মাজত ধৰ্মীয় ধ্যান-ধাৰণা, সৃষ্টিশীলতা, সাৰ্বজনীনতা আৰু গীতিময়তা গুণৰাজি বিৰাজমান। লোককথাই হওঁক অথবা লোকগীতেই হওঁক লোক-সাহিত্যসমূহ অলিখিত, ই পৰম্পৰাগতভাৱে মুখ বাগৰা; তথাপি ই এক প্ৰকাৰ সৃষ্টিশীল সাহিত্য। সেয়ে লোক সাহিত্য সমূহক পৰৱৰ্তী কালৰ লিখিত সাহিত্যৰ আধাৰ বা পিতৃ পুৰুষ বুলি ক'ব পাৰি। এই লোক-সাহিত্যসমূহৰ মাজত লোক-জীৱনৰ ঘৰুৱা আৰু সামাজিক দিশটোৰ চিত্ৰ বিচাৰি পোৱা যায়।

বিজ্ঞানৰ নানা আৱিষ্কাৰ, শিক্ষাৰ বিস্তাৰ, বৰ্তমান প্ৰচাৰ মাধ্যমৰ প্ৰসাৰতা, পাশ্চাত্য সংস্কৃতিৰ মোহ আদিয়ে থলুৱা ভাষা আৰু সংস্কৃতিৰ ক্ষেত্ৰখনক বিলুপ্তিৰ দিশলৈ পৰ্যবসিত কৰি পেলাইছে। ই কোনো এটি জাতিৰ পূৰ্বাপৰ চলি অহা সভ্যতা, সংস্কৃতি আৰু ঐতিহ্যৰ বাবে ভাবুকি স্বৰূপ হৈ পৰিছে। তেনেস্থলত থলুৱা সংস্কৃতি আৰু ঐতিহ্যক ৰক্ষণাবেক্ষণ দিয়াটো নৱ প্ৰজন্মৰ এটি আবেগিক দায়িত্ব হোৱা বাঞ্ছনীয়।

এই ক্ষেত্ৰত পৰম্পৰাগতভাৱে চলি অহা লোক-সাহিত্যসমূহৰ সংৰক্ষণ ব্যৱস্থাই এই দিশত বৰঙণি যোগাব পাৰে। কি ভাষা, কি সংস্কৃতি, সমাজ ব্যৱস্থা, আচাৰ-নীতি, লোক-বিশ্বাস, ৰীতি-নীতি, পৰম্পৰা আদি সকলো দিশৰে ধাৰক আৰু বাহক স্বৰূপ এই লোক-সাহিত্যসমূহ সংৰক্ষণ আৰু অধ্যয়নৰ প্ৰয়োজনীয়তা অতিকৈ প্ৰয়োজন। এইবোৰৰ মাজতে কোনো এটি জাতিৰ অতীত বুৰঞ্জীও দাপোনৰ দৰে প্ৰতিফলিত হৈ থাকে।

লোক-সাহিত্য সমূহত প্ৰয়োগ হোৱা ভাষাৰ দিশটোও মন কৰিব লগীয়া বিষয়। কিয়নো লোক-সাহিত্যসমূহ সচৰাচৰ থলুৱা তথা লোক ভাষাতে ৰচিত। সেয়ে এই সাহিত্যৰ সমূহৰ জৰিয়তে কোনো এটি অঞ্চলৰ ভাষাৰ গাঁথনিক দিশটোৰ সম্বন্ধে যথেষ্ট তথ্য লাভ কৰিব পৰা যায়। যাৰদ্বাৰা মূল ভাষাটোৰ বিকাশ সম্বন্ধে যথেষ্ট তথ্য লাভ কৰিব পৰা যায়। যাৰদ্বাৰা মূলভাষাটোৰ বিকাশ সম্বন্ধে বিজ্ঞান সন্মতভাৱে অধ্যয়ন কৰাত সুবিধা হয়। বিষয়বস্তু একে যদিও উপস্থাপন আৰু ভাষাগত দিশৰ পৰা চালে ব্যক্তি, সমাজ আৰু কালভেদে লোক-সাহিত্য সমূহত প্ৰভেদ দেখা যায়।

সময়ৰ গতিশীলতাই লোক-সাহিত্যসমূহতো পৰিবৰ্তন আনিছে। কথিত ভাষাত সৃষ্ট লোক-সাহিত্য সমূহত আধুনিকতাৰ চাপ নপৰা নহয়। ই সময়ৰ আহ্বান যদিও লোক-সাহিত্যসমূহৰ এটি পৰম্পৰাগত ধাৰাবাহিকতা বৰ্তমানো অব্যাহত আছে।

অসমৰ লোক-সাহিত্যৰ ভড়াঁলত দৰঙৰ লোক-সাহিত্যৰ বৰঙণি প্ৰচুৰ। ঐতিহাসিক দৰঙৰ (মূলতঃ বৰ্তমান দৰং আৰু ওদালগুৰি জিলা) সাহিত্য, সংস্কৃতিৰ দিশত অতীতৰ পৰাই চহকী। পুৰণি অসমৰ কেইবাগৰাকী কবি, সাহিত্যিকে এইখন দৰঙৰ পৰাই অসমীয়া সাহিত্য জগতলৈ বৰঙণি আগবঢ়াই থৈ যায়। বৰ্তমানো এই ক্ষেত্ৰত দৰঙৰ কবি-সাহিত্যিকসকল পিছপৰা বিধৰ নহয়। দৰঙৰ লোক-সাহিত্যৰক্ষেত্ৰখনো বিভিন্ন গীত-মাত, সাধুকথা, ফকৰা-যোজনা, সাঁথৰ, পটন্তৰ, জঁতুৱা ঠাঁচ আদিৰে মেটমৰা হৈ আছে। লিখিত সাহিত্য সৃষ্টিৰ আগৰে পৰাই পৰম্পৰাগতভাৱে দৰঙৰ চহা জীৱনত সৃষ্ট যথেষ্টখিনি এনে সাহিত্য বৰ্তমানো মানুহৰ মুখে মুখে প্ৰচলিত হৈ আছে। দৰঙখনত বিভিন্ন জাতি-উপজাতি আৰু সম্প্ৰদায়ৰ লোকে বসবাস কৰে। দৰঙত বাসকৰা বিভিন্ন জন-জাতীয় লোকৰ মাজত নিজা নিজা ভাষাত সৃষ্ট সুকীয়া সুকীয়া লোক সাহিত্য পোৱা যায় যদিও এই সকল লোকেও সচৰাচৰ মৌখিক গীত-মাত, সাধুকথাক ফকৰা-যোজনা আদিত দৰঙী কথিত ভাষাকেই ব্যৱহাৰ কৰা দেখা যায়। অৱশ্যে সম্প্ৰদায় আৰু জাতিগতভাৱে দৰঙী লোক-সাহিত্যসমূহত ব্যৱহৃত ভাষাটোৰ উচ্চাৰণৰ তাৰতম্য পৰিলক্ষিত হয়।

এই আলোচনাত দৰঙী লোক-সাহিত্যত প্ৰয়োগ হোৱা ভাষাটোৰ সম্বন্ধে বিচাৰ কৰিবলৈ যত্ন কৰা হ'ব। দৰং জিলাখনত প্ৰচলিত কথিত ভাষাটোলৈ লক্ষ্য কৰিলে এইটো স্পষ্ট হৈ পৰে যে এই ভাষাটো উজনি আৰু নামনি অসমৰ ভাষাতকৈ সুকীয়া



বৈশিষ্ট্যৰে পৰিপূৰ্ণ। এই ভাষাটোৰ এটা নিজা ৰূপ থকাৰ উপৰিও দৰঙৰ পশ্চিম অঞ্চলৰ ভাষাত নামনি অসমৰ ভাষাৰ প্ৰভাৱ আৰু পূব দিশৰ ভাষাত উজনি অসমৰ ভাষাৰ প্ৰভাৱ পৰিলক্ষিত হয়। লোক-সাহিত্যসমূহ যিহেতু কথিত তথা চহালোকৰ মুখে মুখে চলা ভাষাত ৰচিত; সেয়ে এই লোক-সাহিত্যসমূহৰ মাজত কোনো এটি অঞ্চলৰ কথিত ৰূপটোৰ চানেকি বিচাৰি পোৱা যায়। দৰঙী লোক-সাহিত্যসমূহৰ মাজতো দৰঙী ভাষাটোৰ বৈশিষ্ট্য সমূহ জলজল- পটপটকৈ ধৰা পৰে। আনহাতে দৰঙী কবি সুকবি নাৰায়ণ দেৱৰ 'পদ্ম পুৰাণ', ৰামসৰস্বতীৰ ' সিন্ধুযাত্ৰা' 'বনপৰ্ব', গোপীনাথ পাঠকৰ 'সভাপৰ্ব', কবিৰাজ সূৰ্যবিপ্ৰৰ 'শিয়ালা বৈষ্ণৱ চৰিত', সূৰ্য্যখড়ি দৈৱজ্ঞৰ 'দৰং ৰাজবংশাৱলী' নৰোত্তমৰ 'দলিপুৰাণ' ইত্যাদি গ্ৰন্থতো দৰঙী কথিত ভাষাৰ বহুতো শব্দ আৰু ব্যাকৰণগত বৈশিষ্ট্য পৰিলক্ষিত হয়। উদাহৰণ স্বৰূপে অবাইচা( হালত নলগোৱা), আপেন্তা( অপৈণত) একেলা(অকলশৰীয়া), কুমুৰা ( কোমোৰা), খুণ্ড (খান্দ), গোৰ (গুৰি), ঝাপ (জাপ), তবু (তথাপি), দেই (দিয়ে), আতে (ইয়াতে), উপৰ (ওপৰ), দিকি ( পিনে), লাগ (লগ), হুই (হৈ), নেই (নিয়ে), অথানি (থাউনিনোহোৱা), কুহাঁৰ (কুঁহিয়াৰ), ঝুলি ( জোলোঙা), ভেটুৱা (মাটিৰ পাত্ৰ), মাঝ (মাজ), নাগাৰা (নাগেৰা), নিলা (নিলে) , নেদো (নিদিও), যুঝো (যুজো), লৰু (এচাৰি), শুখান (শুকান), সোণা ( সোণ), ওঝা (ওজা), নেদা (নিদিয়া) ইত্যাদি শব্দ সমূহৰ প্ৰয়োগ সম্পৰ্কে উনুকিয়াব পাৰি।

দৰঙী কথিত ভাষাৰ বিভিন্ন লোক-সাহিত্যসমূহৰ মাজত ভাষাটোৰ ধ্বনিগত, ৰূপগত আৰু শব্দগত বৈশিষ্ট্যসমূহ কিদৰে ৰক্ষিত হৈ আছে তলত তাক বিচাৰ কৰিবলৈ যত্ন কৰা হ'ল।

১. দৰঙী কথিত ভাষাৰ অন্যতম বৈশিষ্ট্য হ'ল 'ঝ' ধ্বনিৰ সঘন প্ৰয়োগ। এই 'ঝ' ধ্বনিৰ প্ৰয়োগেৰে সৃষ্ট দৰঙী লোক সাহিত্যৰ নিদৰ্শনো যথেষ্ট আছে

**উদাহৰণঃ**

সঞ্চয় ওঝাৰ মঞ্চয় পালি
কটিত বান্দেই দেৱাৰ ছালি
ঝাপটো মাৰেই এখান খায়
তাৰ সোমান পালি নাই।( *ধেমেলীয়া গীত*)

... ... ... ... ...

কিবা চৰেই আতাহ পাৰেই ঝাৰেণিত পৰি।
ৰামৰ কাষত সীতাই কান্দেই সোকোৰ সোকোৰ কৰি। ( *বিয়ানাম*)
( ওঝা<ওজা; ঝাপ < জাপ; ঝাৰেণি <জাৰণি)

২. দৰঙী কথিত ভাষাৰ ক্ষেত্ৰত দেখা পোৱা আন এটি বৈশিষ্ট্য হ'ল যে অল্পপ্ৰাণ ধ্বনিৰ ঠাইত প্ৰায়ে মহাপ্ৰাণ ধ্বনিসমূহৰ ব্যৱহাৰ হয়। লোক সাহিত্যত সেই

লক্ষণটো বিদ্যমান। যেনে- হাতী > হাথী, চকু > চখু, খকুৰা >খখুৰা

**উদাহৰণঃ**

কন্দলৰ মকুৰা বামুণটো খখুৰা
হৰি এ, পিঠা খাউ পিঠা খাউ কৰে- হে ৰাম*( নিন্দাপদ)*

... ... ... ... ...

হুদু মুদু টেকেলি
ৰৌ মাছৰ বাকেলি
হাথীয়ে ঝুঝেই মুইহে ঝুঝেই
কাৰ কথা কোনে বুজেই
ঢোপৰ তলৰ মলুৰা
মোকো বোলেই খখুৰা।*( হুদুবুদু খেলাগীত)*
(খখুৰা < খকুৰা, হাথী < হাতী, ঝুঝেই < যুজে)

৩. দৰঙী লোক-সাহিত্যসমূহত দেখা পোৱা আন এটি দৰঙী ভাষাৰ বৈশিষ্ট্য হ'ল এক অক্ষৰীয়া শব্দৰ বাদে বাকী শব্দৰ শেষৰ 'ঐ' ধ্বনি প্ৰায়ে 'এই' হিচাপে প্ৰয়োগ হোৱা লক্ষণটি। যেনে- গৰৈ > গৰেই, কাৰৈ >কৰেই , তাৰৈ >তাৰে, জাখৈ > জাখেই , আখৈ > আখেই, কৰদৈ > কন্দেই, খালৈ > খালেই।

**উদাহৰণ ঃ**

চোতালৰ আগৰে কন্দেইৰ পাত
যাইকি লগেৰী মাতিবি কাক
মাৰেৰ সলেনি শাহেৰেক পাবি
যাইকি লগেৰী পাহেৰি যাবি। *(কইনা বিদায় দিয়া পদ)*

... ... ... ... ...

ধান দিলে আখেই ফুটে চৰুৰে বুকুত।
ওলেই নাহে আই দেউৰে মনৰে দুখত।।*( কইনা ধুবুৰা বিয়া পদ)*

... ... ... ... ...

বাপুটিৰ মাকে তাতে জাখেইখান লৈ
গৰেই পোনা চাই আছে পানীৰ কাষে বৈ।।
আমেতীৰ মাকো সেহি বেলা আসি ভৈলা।
হাসোলাস্যে উপাহাস্যে নানা কথা ভৈলা।। *(গুটি পুৰাণ)*

৪.দৰঙী কথিত ভাষাত মান্য ভাষাৰ আদি অক্ষৰত প্ৰয়োগ হোৱা 'অ' ধ্বনি প্ৰায়ে 'ঐ' ধ্বনি হিচাপে ব্যৱহাৰ হয়। দৰঙীলোক সাহিত্যতো এই লক্ষণ দেখা যায়। যেনে- ব'হাগ> বৈহাগ, চ'ত > চৈত, ব'ঠা > বৈঠা, ম'ৰা > মৈৰা ইত্যাদি।

**উদাহৰণ ঃ**

ওলেই আহেই শীতেলী আই
জুৰেই আহেই গা- হৰি এ।।
হাবিতে দেখিলো মৈৰা চৰেইযোৰ



পাখি ঝলমল কৰে— হৰি এ।।*( শীতলা আই নাম)*

... ... ... ... ...

ৰূপাৰে নাওখান সোণাৰে বৈঠাপেতি এ
বৈঠায় নিবলে যায়।
ভবানীযাই গেই কৈলাশৰ থানালৈ
মহাদেউৰ ঘৰে শুৱায়।। *( তুতি পদ)*

৫.দৰঙী কথিত ভাষাত ত্ৰি অক্ষৰ যুক্ত শব্দৰ শেষত 'ই'/'ঈ' থাকিলে মাজৰ অক্ষৰত থকা 'অ' বা 'আ' ধ্বনি 'এ' ধ্বনিলৈ পৰিবৰ্তন হোৱা নিয়ম দৰঙী লোক-সাহিত্যৰ ভাষাতো সততে পৰিলক্ষিত হয়। যেনে-

বেতৰে শিহেনী
কি কচ্ছা বিয়েনী
অ'ই মৰমৰ জঁৱাৰেক
আগবৰেই নিয়াহি।.....*(তোলনী বিয়াৰ নাম)*

... ... ... ... ...

পেটেৰীৰে পৰা জনেনী উলালা
ঐ ৰাম কটেৰীৰ আগেৰে খুলিহে
পেটেৰীৰে পৰা জনেনী উলেই
ঐ ৰাম লৌ আচলকে টানিহে। *(তোলনী বিয়াৰ নাম)*
(শিহেনী< শিহনী; বৰেই <বঢ়াই; পেটেৰী <পেটাৰী; জনেনী< জননী; কটেৰী< কটাৰী।)

৬. দৰঙৰ কথিত ভাষাৰ ক্ষেত্ৰত শব্দত ব্যৱহৃত মধ্যস্বৰ ধ্বনি সমূহ প্ৰায়ে লোপ হোৱা দেখা যায়। দৰঙী লোক-সাহিত্যৰ ভাষাত ই অতি সুস্পষ্ট।

যেনে- খিৰিকি > খিৰ্কি, শালিকা > শাল্কা, চেৰেকী > চেৰ্কী
খামোচা > খাম্চা, গামোচা > গাম্চা ইত্যাদি।

**উদাহৰণ ঃ**

উঘাঘুৰে চেৰ্কী ঘুৰে এ ঘুৰেই চকৰী।
দুপৰবেলা নামি আহে এ আই অপেইশ্বৰী।।*( অপেশ্বৰী সভাৰ নাম)*

... ... ... ... ...

অ শচী কমলা তিনি তালাৰ বঙলা
দৰ্জা খিৰ্কি মাৰি থৈছো
আইদেউক কোনে জগালা।*( বিয়ানাম)*

৭. মান্য ভাষাৰ শব্দৰ আদি স্থানত থকা 'অ' ধ্বনি দৰঙীভাষাত প্ৰায়ে 'ও' হয়। যেনে- সময় > সোময়; সমান > সোমান; কঁকাল > কোঁকাল; খবৰ > খোবৰ; বনৰীয়া > বোনেৰীয়া; মচা > মোচা। এই লক্ষণ দৰঙী লোক-সাহিত্যৰ মাজতো দেখা যায় ।

**উদাহৰণ ঃ**

একোপাক মাৰেই কুঁৱেৰী একো কোঁকাল হ'ল।
একো পাক মাৰেই কুঁৱেৰী বুকুৰ সোমান হ'ল।*(দীঘিৰ পুখুৰী খুন্দা গীত)*

... ... ... ... ...

নদীদি উঠি যায়     ভেৰাৰে পোৱালী
খাই বিন্না পাত।
তোৰে চুলি কোচা     মোৰে ভৰি মোচা
হৈ যাবি গোলামৰ জাত।। *( নাঙেলী গীত)*

৮. মান্য ভাষাত দ্বি-অক্ষৰীয়া শব্দত দুটা 'আ' ধ্বনি ওচৰা-ওচৰিকৈ বহাৰ নিয়ম নাই যদিও দৰঙী কথিত ভাষাত এই নিয়ম ৰক্ষিত হৈছে। যেনে- তলা > তালা; ভঙা > ভাঙা; ৰজা >ৰাজা; টনা > টানা ইত্যাদি। এই লক্ষণটিৰ প্ৰয়োগ দৰঙী লোক-সাহিত্যৰ ভাষাতো বিদ্যমান।

**উদাহৰণ ঃ**
হাৰিয়াৰ পেটত পৰিল পানী।
যমে মান্হুই টানা-টানি।।*( মহৌ খুন্দাগীত)*

... ... ... ... ...

আই ঠাকুৰাণী আই
ভাঙা নৌকাখেনি
আই ঠাকুৰাণী আই চিঙা বৈঠাপেতী
বৈঠে আনিলে বাই। *(তুতি পদ)*

৯. দৰঙী কথিত ভাষাত মান্য ভাষাত ব্যৱহাৰ হোৱা ধ্বনিসমূহৰ শব্দত স্থান পৰিবৰ্তন হোৱাটো এটি অন্যতম সাধাৰণ নিয়ম। যাক 'বৰ্ণ বিপৰ্যয়' বুলি কোৱা হয়। এনে বৰ্ণ বিপৰ্যয়ৰ উদাহৰণ দৰঙী লোকসাহিত্যৰ মাজতো বিৰাজমান। যেনে- মানুহ > মান্হু; মুনিহ > মুন্হি; দৰিকণা> দৰ্কিণা।

**উদাহৰণ ঃ**
হাৰিয়াৰ পেটত পৰিল পানী।
যমে মান্হুই টানা- টানি।।*(মহৌ খুন্দা গীত)*

... ... ... ... ...

মাথাৰে ওপৰে আসন পাতি দিলো
শীতেলী আই জিৰাব বুলি এ
আইৰে ঢাপৰে দৰ্কিণা ওৰেহী
ৰাইজে পাৰি পাৰি খাই।।*( শীতলা দেৱীৰ নাম)*

১০. দৰঙী কথিত ভাষাত মান্য ভাষাৰ নিম্নস্বৰ ধ্বনিৰ ঠাইত উচ্চ স্বৰধ্বনিৰ প্ৰয়োগ হোৱাটো উল্লেখযোগ্য দিশ। দৰঙী লোক-সাহিত্যৰ ভাষাই এই দিশ বহন কৰা পৰিলক্ষিত হয়।



**উদাহৰণ ঃ**
ঠাই খিনি মুচিলা
নেবুদ বৰালা
আইনো আইভু বুলিহে।*( আইৰ নাম)*
(মুচিলা < মচিলা= উ <অ)

... ... ... ... ...

দোকানৰে সিন্দুৰ
দোকানৰে সিন্দুৰ
কইনাৰ মাকটো চাঙৰ তলৰ ইন্দুৰ
(সিন্দুৰ < সেন্দূৰ ; ইন্দুৰ < এন্দুৰ= ই < এ)

.. ... ... ... ...

এডালৰ বগুৰি দুডালৰ বগুৰি
তিনিডালৰ বগুৰি টেঙা (হয় হয়)
গুৱাহাটীৰ ইস্কুলত পঢ়িবা গৈছিলো
হাততে লাগিলে জেঙা। *(বাম্বোলপিটা গীত)*
( বগুৰি< বগৰি =উ < অ)

.. ... ... ... ...

কাৰ্ কাটিলো মই চালৰে কুমুৰা।
সেই কাৰণে স্বামীক মাৰি ঘৰ কল্লো সুধা।।
কাৰ কাটিলো মই ভল্কাৰে আলু।
সি কাৰণে স্বামীৰ মুখ নেদেখিলো আৰু।। *(বামুণ পুৰাণৰ গীত)*
( কুমুৰা <কোমোৰা = উ < ও)

আকৌ কেতিয়াবা উচ্চ স্বৰধ্বনিসমূহ দৰঙী ভাষাত নিম্নস্বৰ ধ্বনিলৈ পৰিবৰ্তন হোৱা লক্ষণ লোক-সাহিত্য সমূহতো পোৱা যায়।

যেনে- উৰহী < ওৰেহী; গুৰি< গোৰ

**উদাহৰণ ঃ**
আইৰে ঢাপৰে দৰ্কিণা ওৰেহী
ৰাইজে পাৰি পাৰি খাই। *( শীতলা দেৱী নাম)*
(ওৰেহী < উৰহী =ও < উ)

১১. মান্যভাষাৰ এক অক্ষৰীয়া শব্দবোৰ দৰঙী ভাষাত দ্বি-অক্ষৰ যুক্ত হোৱা লক্ষণটি দৰঙী লোক সাহিত্যতো বিচাৰি পোৱ যায়। যেনে- সোণা < সোণ, ৰূপা < ৰূপ ইত্যাদি।

**উদাহৰণ ঃ**
সোণাৰে কটেৰী আইতোৰ ৰূপাৰে নাল নামে শীতেলী।
দুহাতে ধৰি আনো মাৰো পাঞ্চ ঘাৱ এ নামে শীতেলী।।*( শীতলা দেৱীৰ নাম)*

১২. এটা বস্তুক নিৰ্দিষ্টকৈ বুজাবলৈ দৰঙী কথিত ভাষাত ব্যৱহাৰ হোৱা -খান, -খেনি,-খানি আদি ৰূপৰ প্ৰয়োগ দৰঙীলোক-সাহিত্যতো দেখা যায়। যেনে- ঝুলিখান( ঝোলোঙাখন), পুত্ৰখানি (পুত্ৰজন) মুদ্ৰাখান ( মুদ্ৰাটো), নৌকাখেনি ( নৌকাখন) নাওখান (নাওখন), সংসাৰখান (সংসাৰখন) ইত্যাদি শব্দবোৰ লোক-সাহিত্যত বিৰাজমান।

**উদাহৰণ ঃ**

ভাঙৰ ঝুলিখান দিয়াহে পাৰ্বতী
তাৰে কিছু কিছু খাও
তাৰ পিছে মই বৃষভত চৰি
ভিক্ষা মাগ্‌বা যাও।( *শিৱ-পাৰ্বতীৰ নাম)*

.. ... ... ... ...

কলী আঙেৰী বৰ ধানৰ ডাঙেৰী
তইহে ধুৰাবা পালি ৰাম জানেকী (ৰাম ৰাম)
ধুৰেবি ধুৰেবি ভাল্‌কে ধুৰেবি
মুখখান ঝোকোৰা কিয়া ৰাম জানেকী (ৰামৰাম) *(কইনা ধুৰৱা বিয়া নাম)*

.. ... ... ... ...

আই ঠাকুৰাণী আই
ভাঙা **নৌকাখেনি**
আই ঠাকুৰাণী আই
চিঙা বৈঠাপেতী
বৈঠে আনিলে বাই। *( তুতিপদ)*

আকৌ-'খান' প্ৰত্যয়ে দৰঙী ভাষাত বহুবচনাত্মক প্ৰত্যয় হিচাপেও ব্যৱহাৰ হোৱা দেখা যায়। যেনে- ছলিখান < ল'ৰা-ছোৱালীবোৰ, তিৰীখান < তিৰোতাবোৰ, ঝীয়াখান <ছোৱালীবোৰ। এই লক্ষণ দৰঙী লোক-সাহিত্যতো দেখা যায়।

আগৰ দিনাৰ **ঝীয়াখান** আছিল কাটি-কাজি।
ইতাৰ দিনাৰ **ঝীয়াখানে** ধৰ্‌বা নৰেই পাজি।। *(খুলীয়া ভাউৰীয়াৰ বহুৱাৰ গীত)*

১৩. দৰঙী কথিত ভাষাত ব্যৱহৃত- -গিলা, -গিটা, -মখা আদি বহুবচাত্মক প্ৰত্যয়ৰ প্ৰয়োগ লোক-সাহিত্যত বিচাৰি পোৱা যায়।

**উদাহৰণ ঃ**

ৰভাৰ খুটা হেঙ্কা
কইনাঘৰৰ **ঝীয়াগিটাৰ**
চখুগিলা টেঙ্কা। *(নিন্দাগীত)*
( ঝীয়াগিটাৰ< ছোৱালী কেইজনীৰ, চখুগিলা< চকুবোৰ)

১৪. দৰঙী কথিত ভাষাত প্ৰয়োগ হোৱা চতুৰ্থী বিভক্তিৰ চিহ্ন -লেগি, -



লেকি, -লাগি আৰু -লে ৰূপৰ প্ৰয়োগ দৰঙী লোক-সাহিত্যসমূহতো বিচাৰি পোৱ যায়।

**উদাহৰণ ঃ**

এ মথুৰাকে যাবালেগি এ
এ মাৱে দিলা বাধা
ৰাধে বলোভদ্ৰ কৃষ্ণ দেউ হৰি
সেই বাধা নুশুনিলা কলঙ্কিনী ৰাধা এ। *(গোপিনী সেৱাৰ নাম)*

.. ... ... ... ...

বুঢ়া গোঁসাই দুৰল্লে নাযাবা।
সোণাৰ ডম্বৰু দিম ঘৰতে বজাবা।। *( শিৱৰ নাম)*

.. ... ... ... ...

**বহিবালে** দিলা বেউলাই
চন্দন কাঠৰ পীৰা।
খাবালে দিলা বেউলাই
বৰ ধানৰ চিৰা।।*( শিৱৰ নাম)*

.. ... ... ... ...

ৰাম কৃষ্ণ পানী তুল্‌বা লেগি
ৰাম কৃষ্ণ ওলেইছি দৈৱকী
হৰি মোৰ ঐ কাষতে কলচী লৈ।*( বিয়াপদ)*

.. ... ... ... ...

মহা যত্নে বিশ্বকৰ্মে নাগাৰাৰ খোলক গঢ়াইলা।
নাগাৰা ছিয়াবাক লাগি কৰ্ম কাৰক দিলা।।*( নাগাৰাৰ জন্ম কথা)*

(যাবালেগি< যাবলৈ; দুৰল্লে< দুৰলৈ; বহিবালে< বহিবলৈ; খাবালে < খাবলৈ; তুল্‌বা লেগি< তুলিবলৈ; ছিয়াবাক লাগি< ছিয়াবলৈ)।

১৫. দৰঙী কথিত ভাষাত পঞ্চমী বিভক্তি চিহ্ন হিচাবে ৬ষ্ঠী বিভক্তি -'ৰ' পিছত-'পৰা' অনুসৰ্গৰ ব্যৱহাৰৰ সলনি- পে, -পেৰে, -পাই আদি ৰূপৰ ব্যৱহাৰ দৰঙীলোক-সাহিত্যতো লক্ষ্য কৰিলে দেখা যায়। যেনে-

**আজিৰ পে** দেশ চাৰি যাওঁগেই ৰে- ভাই হাঁত
**আজিৰ পে** দেশ চাৰি যাওঁগেই ৰে।*(খুলীয়াভাউৰীয়াৰ বহুৱাৰ গীত)*

.. ... ... ... ...

নদীৰে **পাৰৰপে** কাইকাকে মাতে,
অ' মোৰ ৰশ্মি আগবাঢ়ি আহে।*(বিয়ানাম)*

.. ... ... ... ...

**ব্ৰহ্মাৰপেৰে** আনলু চিৰা।
বামুণ গোঁহাইক দিলো পীৰা।। *(গৰখীয়া গীত)*

( আজিৰ পে < আজিৰ পৰা; পাৰৰ পে < পাৰৰ পৰা; ব্ৰহ্মাৰ পে < ব্ৰহ্মাৰ পৰা)

১৬. দৰঙী কথিত ভাষাত ক্ৰিয়াপদ গঠনৰ বৈশিষ্ট্যও সুকীয়া। ধাতুৰ লগত লগ লগা ক্ৰিয়া বিভক্তি সমূহ মান্যভাষাৰ তুলনাত যথেষ্ট পৃথক দেখা যায়। উদাহৰণ স্বৰূপে নিত্য বৰ্তমান কালত তৃতীয় পুৰুষৰ ক্ৰিয়া বিভক্তি-'এ'ৰ ঠাইত দৰঙী কথিত ভাষাত- 'এই' বিভক্তিৰহে প্ৰয়োগ হয়। যেনে-

মান্য অসমীয়া=> ৰামে কিতাপ পঢ়ে। (পঢ় +এ= পঢ়ে)
দৰঙী ভাষা=>ৰামে কিতাপ পঢ়েই। ( পঢ় +এই= পঢ়েই)
এই বৈশিষ্ট্য দৰঙী লোক-সাহিত্যৰ মাজতো বিৰাজমান।

**উদাহৰণ ঃ**

ঐ বপুৰা
ঠেং দাঙি সুতা কাটেই
এৰীৰ টুকুৰা।
এক খেনি কাটেই আই যে ঠেং
একখেনি কাটেই আই
কাকাৰ ঠেং।
একখেনি কাটেই আই
সবাটোকে সৰু
একখেনি কাটেই আই
হালোৱা গৰু।( লগুণ কটা গীত)
(কাটেই< কাটে ; বান্ধেই < বান্ধে)

দৰঙী কথিত ভাষাত ব্যৱহৃত আৰু দৰঙী লোক-সাহিত্যত সততে দেখা পোৱা কিছুমান ক্ৰিয়াপদ ৰৌ (ৰোৱা), লৌ (লোৱা), যৌ (ব'লা), আইভু (আহিব), গেইছু(গৈছো), নেদ্‌বি (নিদিবি), নেগেল ( নগ'ল), পিন্ধ্‌ভা (পিন্ধিব), এল্লো (এৰিলো), ধল্লো (ধৰিলো), মাল্লু (মাৰিলো), মাল্লা (মাৰিলা), কল্লি (কৰিলা), ধচ্ছু (ধৰিছো), নেদেই (নিদিয়), নেদোই (নিদিও) ইত্যাদি উল্লেখযোগ্য।

তলত ইয়াৰে দুই চাৰিটা ক্ৰিয়াপদৰ প্ৰয়োগ দৰঙী লোক সাহিত্যত দেখুৱাবলৈ যত্ন কৰা হ'ল।

আসনতে ৰৌ আই আসনতে ৰৌ।
গাজি চাউল দিছু আই মন ৰঙ্গে লৌ।। *(শীতলা দেৱীৰ নাম)*
( ৰৌ <ৰোৱা; লৌ< লোৱা)

.. ... ... ... ...

ছলিক নেদ্‌বি লাই।
কুকুৰক নেদ্‌বি ঠাই।। *(ফকৰা যোজনা)*
(নেদ্‌বি< নিদিবি)



.. ... ... ... ...

নাঙেলী একুৰি নাঙেলী দুকুৰি
নাঙেলী ওঠাৰ কুৰি
তিন বাটৰ মূৰতে হাতযোৰ কচ্ছু
নাঙেলী নামেৰ্‌ৱা বুলি। *( নাঙেলী গীত)*
( কচ্ছু < কৰিছো; নামেৰৱা< নামাৰিবা)

.. ... ... ... ...

সোণাৰ মাঝে ঝিল মিলি
ৰূপাৰ মাঝে ৰেৱা
বুঢ়ী গোঁসানী আইভা লাগ্‌ছি
নিলগৰপেৰে সেৱা।*( পাৰ্বতীৰ নাম)*
(আইভা < আহিব; লাগ্‌ছি < লাগিছে)

.. ... ... ... ...

ধূলেই ধূলেই
বাৰীৰ বাঙানা ফুলেই
বাঙানাত ধল্লা ক'লি
বাপা ফুৰেই লৰি।
বাঙানাত ধল্লা পোকা
বাপা থাকেই ঢোকা।*( নিচুকনি গীত)*
(ফুলেই < ফুলে; ধল্লা< ধৰিলে; ফুৰেই < ফুৰে; থাকেই< থাকে।)

১৭. দৰঙী কথিত ভাষাত মান্য অসমীয়া ভাষাত নথকা অথবা মান্য অসমীয়া ভাষাৰপৰা ধ্বনিগত পৰিবৰ্তন হৈ সৃষ্টি হোৱা বুলিও ভাবিব নোৱাৰা কিছুমান সুকীয়া শব্দৰ প্ৰয়োগে এই ভাষাটোৰ এটি সুকীয়া মৰ্যাদা প্ৰদান কৰা বুলি ক'ব পাৰি। এনেকুৱা যথেষ্ট সংখ্যক শব্দৰ প্ৰয়োগ দৰঙী লোক-সাহিত্যৰ মাজত বিচাৰি পোৱা যায়। তলত এনে কিছু শব্দ দৰঙী লোক-সাহিত্যত দেখুৱাবলৈ যত্ন কৰা হ'ল।

**আউলাপচু ঃ** ( আশ্চৰ্য আৰু বিৰক্তি সূচক অব্যয় শব্দ)
'আউলা পচু চাউলীয়া ভাত, কোনেখায় ধেমেনাৰ মাত।' *(ফকৰা যোজনা)*

.. ... ... ... ...

অ আই আউলাপচু বৰৰ ৰূপ চাউ
অ আই দেহি ঐ ইটোৰ বোলে মহাদেৱ নাউ।*( শিৱ-পাৰ্বতীৰ নাম)*

.. ... ... ... ...

**আগাডেৱা (ডেওমৰা) ঃ**

বুঢ়ী আই পত্ৰ পাতিবালে
বুঢ়ী আই নাজানে পালেতী
বুঢ়ী আই দেই আগাডেৱা কৰি

পাৰে পিছলিলা ভৰি।( *তুতিপদ)*

.. ... ... ... ...

**আত্তেনি (লৰালৰি) ঃ**
অ' ভিতাৰোতে আগপীৰা মজিয়াতে বাতি।
ডাঙৰ আই তোৰ ছলি কান্দেই ৰাতি।।
কান্দা কান্দা কোলাৰ ছলি আত্তেনি হুই।
অ' মনচৰ ছলি ফুল দিছু চাই আহো যৌ।।
( মুছলমানসকলৰ আইনাম)

.. ... ... ... ...

**আলোৱা চাউল** ( আৰৈ চাউল) ঃ
**আলোৱা চাউল**ৰ মুঠি মুঠি
ফুলতুলেহী মালা
ভগৱতী আই পূজেই
ভৰদুপৰ বেলা। (শীতলা দেৱীৰ নাম)

.. ... ... ... ...

**একেলা** (অকলশৰীয়া) ঃ
**একেলা** বামুণৰ হাৰিয়া পেট
দেহাই নকৰেই হেট্ কেট্।
হাৰিয়াৰ পেটত পৰিল পানী
যমে মানহুই টানা টানি।।( *মহৌ খুন্দা গীত)*
**কৰিয়া** (বাঁহৰ গাখীৰ খীৰৰোৱা পাত্ৰ) ঃ
শালবেকা গাৰী বেকা বেতৰে **কৰিয়া**।
আমাৰ আইৰ কঁকল বেকা কটেৰী দেবীয়া।। (বিয়াপদ)

.. ... ... ... ...

**ঋীয়া**( জীয়ৰী) ঃ
হুঁচৰি বাইয়ে দলৌ চৰেই
তোৰ **ঋীয়াৰে** কচুখাই
মোকো বোলে বাই।( *নিচুকনিগীত)*

.. ... ... ... ...

**নিহিনি** (তপত ভাতৰ মাৰ) ঃ
ঐ ঠিং ঠিঙেলী শিঙেই মাৰা,
পন্তাভাতৰ নিহিনি কাৰা। (ধেমেলীয়া গীত)

.. ... ... ... ...

**বেৰেপ্পুৰা** (নিচেই পুৰা) ঃ
শাৰী হৌৰে থুপুৰী হৌ।



কণা কুজা এক্‌ফালহৌ।।
কণা কুজা ধোঁৱা কোৱা।
ওঝা মাতো বেৰেপ্পুৰা।।( *মহৌ খুন্দা গীত)*

.. ... ... ... ...

**ভাঙাৰা** (মহাদেৱ) ঃ
অ' হেৰা ভাঙাৰা
ক'তে ক'তে গধূলি হ'ল।( *সুকন্নানী গীত)*

.. ... ... ... ...

**ৰেৱা** ( পোহৰৰ ৰশ্মি) ঃ
সোণৰ মণি ঝিলিক মিলিক
ৰূপাৰ মাঝত **ৰেৱা**।
শীতেলী আই বহি আছেই
ঐৰে পৰা সেৱা।।( *শীতলাদেৱীৰ নাম)*

.. ... ... ... ...

**লিকিৰা** (ল'ৰা) ঃ
আজি চাৰি দিনে নোলাইলা ৰুকুণী
কিহেৰে কৰিলা ভোগ ঐ ৰাম।
গণকৰ **লিকিৰাই** গণি পঢ়ি চালা
পালা পদুমণি যোগ হে ৰাম।।( *বিয়া নাম)*

.. ... ... ... ...

আনহাতে দৰঙী লোক-সাহিত্যসমূহত দৰঙী ভাষাত ব্যৱহাৰ হোৱা সৰ্বনাম পদৰ ৰূপ যেনে- সেহুৰ (সিহঁতৰ), তোহুৰ (তহঁতৰ), এহুৰ ( ইহঁতৰ) আদিৰ প্ৰয়োগ দেখা যায়। ইয়াৰ বাহিৰেও ক্ৰিয়া বিশেষণৰ ৰূপ হিচাপে কেহিম্বাই ( কেতিয়াবাই), তেহিনাই ( তেতিয়াই), ইতা (এতিয়া), পৰ্পৰকে ( সোনকালে) ইত্যাদি ৰূপবোৰৰ প্ৰয়োগ দৰঙী লোক সাহিত্যৰ মাজত বিৰাজমান।

দৰঙী কথিত ভাষাত সঘন প্ৰয়োগ হোৱা ভাৱধ্বন্যাত্মক যুৰীয়া শব্দসমূহ ইয়াৰলোক-সাহিত্যসমূহতো ব্যৱহাৰ হৈ লোক সাহিত্য সমূহৰ মাজত থকা অন্তৰ্নিহিত অৰ্থসমূহ ৰসাল কৰি তুলিছে। স্থান, কাল, পাত্ৰ, পৰিবেশ ভেদে এই ভাৱধ্বন্যাত্মক শব্দসমূহে প্ৰাসঙ্গিক অৰ্থ ফুটাই তোলাত সহায় কৰিছে। দৰঙী লোক-সাহিত্যত পৰিলক্ষিত হোৱা এনে কিছুমান ভাৱধ্বন্যাত্মক যুৰীয়া শব্দ হ'ল— ঝিলি-মিলি, ঘুহুৰ-ঘুহুৰ, ঘুটুক-ঘুটুক, খট-মট, লুণ্ডি-পুণ্ডি, হিলৌ-হিচৌ, ঝুলি-বোকেঙেলি, অখৰা-পখৰা, ঠেকৌ-লেকৌ, লুতুৰ-পুতুৰ, খাতাৰ-খুতুৰ, আথৌ-পিথৌ, গলা-গলি, গাৰাপ-গিৰিপ,কালা-জ্বালা, আউল-ঝাউল, আতোল-তোল,কাতাৰ-কুতুৰ, কেকোৰা-কেকুৰি, লিহিৰ-পিহিৰ ইত্যাদি। আনহাতে আইধৰ-বাইধৰ, ( বিবুদ্ধিত পৰা), পাওৱা বুলেনি(অতি ধীৰ), অবঙে-দৰঙে (আঁতৰে, আঁতৰে), খোদেলী পুৰাণ ( খেলিমেলি),ফেদেলি পুৰাণ

(অৰ্থহীন কথাৰ আলোচনা), শুধা নৰাত টং দি (অনৰ্থক কষ্ট কৰ), সিধাৰ তেল গোফঁত সান্ (বিনা কষ্টে পোৱা বস্তুৰ অপব্যৱহাৰ কৰ্), তুবাপেৰীয়া ঘোঁৰা (অপ প্ৰয়োগ), পাভোৱা ভাজা খৰি(শুকান খৰি), নিঙিনিৰ মূতক বানপানীহেন দেখা (অলপ বস্তুকে সৰহ বুলি ভবা), নাবাজ বাজ্ (উখনা-উখনি), বৰদেউলৰ দিনা হালৰ পাল্লা (এটা জৰুৰী কামত ওপৰত আন এটি কাম ওলোৱা), লাহনৰ গিৰস্থি (বিশৃঙ্খল সংসাৰ) ইত্যাদি অসংখ্য জতুৱা ঠাঁচ আৰু খণ্ডবাক্যৰে দৰঙী লোক-সাহিত্য ঠাহ খাই আছে।

ইয়াৰ বাহিৰেও দৰঙী লোকে কথাই কথাই স্বতঃস্ফূট ভাৱে প্ৰাসংগিক ক্ষেত্ৰত ফকৰা যোজনা আৰু প্ৰবাদ প্ৰৱচন মাতি মাতি কথনীয় বিষয় ৰসাল কৰি তোলা পৰিলক্ষিত হয়। এনে অৰ্থবহ তথা বিজ্ঞান সন্মত যুক্তি থকা অসংখ্য ফকৰা যোজনা আৰু প্ৰবাদ প্ৰবচনেও দৰঙী লোক-সাহিত্যৰ ক্ষেত্ৰখন জীপাল কৰি ৰাখিছে। তেনে দুই এটা দৰঙী ফকৰা-যোজনা দাঙি ধৰা হ'ল।

মুখে ৰাগ হাতে মুদ্ৰা পাৱে ধৰে তাল।
ময়ুৰ সদৃশ নাচে, সেহি ওজা ভাল।।

.. ... ... ... ...

ঢোলৰ চিকণ তালি।
ওঝাৰ চিকণ পালি।।

.. ... ... ... ...

কটিত নাই ছাল -বাকেতি
মদ খাই তিন্ টেকেলি।

.. ... ... ... ...

মাঘৰ মাকেই
ফাগুনত পাকেৰি (পাকেই)
চৈতত পটা
সিহে হ'ল বাপৰ বেটা।

.. ... ... ... ...

খাবা জান্লি চাউলে চিৰা।
বইভা জান্লি মাটিয়ে পীৰা।।

.. ... ... ... ...

হালবাই ৰাতিৰপে
খাবে ঢুকাই কাতিৰ পে।

.. ... ... ... ...

হাতখন লল্লি পাতখন লৰেই।

.. ... ... ... ...



ছলিক নেদবি লাই,
কুকুৰক নেদ্‌বি ঠাই।

.. ... ... ... ...

ঘনকে খুটিয়ালি টিঙিৰাও মাছ।

.. ... ... ... ...

ইয়াৰ উপৰিও বিভিন্ন সাঁথৰ, সাধুকথা আদিয়েও দৰঙী লোক-সাহিত্যৰ ভঁড়াল চহকী কৰি ৰাখিছে। এই জতুৱা ঠাঁচ, ফকৰা যোজনা, পটন্তৰ, সাঁথৰ, সাধুকথাসমূহে দৰঙী লোক-সাহিত্যৰ ভাষাগত দিশটোৰ লগতে দৰঙী কথিত ভাষাটোৰো গাঁথনিক দিশটোৰ সম্বন্ধে অধিক তথ্য উপলব্ধি কৰাত সহায় কৰে। সময়ৰ পৰিবৰ্তনৰ লগে লগে ভাষা আৰু সংস্কৃতিৰো পৰিবৰ্তন হয়। দৰঙী লোকসাহিত্যৰ মাজতো আধুনিকতাৰ চাপ পৰা পৰিলক্ষিত হয়। বিভিন্ন দেশী-বিদেশী শব্দই দৰঙী লোক-সাহিত্যত ঠাই দখল কৰা দেখা যায়। বৰ্হিৰাজ্যৰ স'তে যোগাযোগ, শিক্ষাৰ প্ৰসাৰতা আৰু বিজ্ঞানৰ ন-ন আবিষ্কাৰে লোক সাহিত্যৰ ক্ষেত্ৰখনো চুইছে গৈ। ইয়াৰ ফলতে দৰঙী লোক-সাহিত্যত যথেষ্ট দেশী-বিদেশী শব্দৰ আগমন হয়। ইস্কুল, পিয়াদা, দাৰোগা, মণ্ডল, মৌজাদাৰ, ৰিভিনিউ, পুলিচ, বিলাত, কোম্পানী, চুটকেচ্, জোতা, খবৰদাৰ, তহচিলদাৰ, চাকৰি, আদি শব্দবোৰৰ প্ৰয়োগ দৰঙীলোক-সাহিত্যৰ মন কৰিবলগীয়া দিশ। দৰঙ বসবাস কৰা জনজাতিসকলৰ ভাষাৰ শব্দও লোক-সাহিত্যসমূহৰ মাজত বিচাৰি চালে পোৱা যায়।□□

**সহায়ক গ্ৰন্থ ঃ**

১. অসমীয়া লোক সাহিত্য ঃ সম্পাদনা, ডঃ প্ৰহ্লাদ কুমাৰ বৰুৱা
২. দৰঙৰ লোক সংস্কৃতিৰ সমীক্ষা ঃ সম্পাদনা, ডাঃ অমৰেন্দ্ৰ নাৰায়ণ দেৱ
৩. দৰঙী লোকগীত সংগ্ৰহ ঃ সম্পাদনা, ডঃ কনক চন্দ্ৰ চহৰীয়া
৪. দৰঙী শব্দকোষ ঃ দ্বিতীয় পৰিবৰ্ধিত সংস্কৰণ)
সম্পাদনা- শ্ৰীমুকুল কুমাৰ চহৰীয়া
৫. দৰঙী উপ-ভাষা অধ্যয়ন ঃ ডঃ জীৱন চন্দ্ৰ পাঠক
৬. ফকৰা- যোজনা ঃ ৰেৱণ চন্দ্ৰ নাথ
৭. প্ৰবাদ প্ৰবচন আৰু সাঁথৰ ঃ ৰেৱণ চন্দ্ৰ নাথ□□

# দৰঙী বৰ’জন গোষ্ঠী আৰু লোক সাহিত্য

## শ্ৰীবেশ্বৰ বৰ’ নাৰ্জি

যি সকলক মহাভাৰত, পুৰাণ আদি পুৰণি গ্ৰন্থত কিৰাট বুলি ব্যাপক ভাবে অভিহিত কৰিছে তেওঁলোকৰেই এটি অংশ হ’ল বৰ’ জনগোষ্ঠী। জি, এছ, গ্ৰীয়াৰছনে ডিমাচা, গাৰো, ৰাভা, কোচ, চুতীয়া, ত্ৰিপুৰী, হজাই, লালুং, সোণোৱাল সকলো জন গোষ্ঠীয়েই বড’পা জাতিৰ ঠাল- ঠেঙুলি বুলি কৈছে। ৰাজ মোহন নাথৰ মতে হিমালয়ৰ উত্তৰ আৰু চীন দেশৰ পশ্চিমত অৱস্থিত হৰবড’, কুৰ-বড আৰু ষ্টি বড’ নিঃশেষ হৈ ষ্টি-বড’ অঞ্চলত সৃষ্টি হোৱা তিৰ্ব্বত অঞ্চলত বসবাস কৰা বড’চা যি সকল পাট সূতা ব্যৱসায়ৰ বাবে ব্ৰহ্মপুত্ৰ উপত্যকা লৈ আহিছিল আৰু পিছলৈ স্থায়ীভাৱে ইয়াতে থাকিবলৈ লয়। তাৰে এটি ঠাল হ’ল বৰ’সকল। ড০ সুনীতি কুমাৰ চেটাৰ্জীৰ মতেও উত্তৰ-পশ্চিম চীন দেশৰ হোৱাংহু আৰু ইয়াং চিকিয়াং নদী উপত্যকা তিৰ্ব্বত-চীন ভাষী সকলো মানুহৰে বাসস্থান। এই অঞ্চলৰ পৰা মানুহ আহি তিৰ্ব্বতত থকা ঠাই খিনিক বড’ আৰু জন গোষ্ঠীটোক বড’পা বুলি জনা গৈছে। তিৰ্ব্বতীয় এই জনগোষ্ঠীটিক চিনাকি দিবলৈ হাডচনে বড’ নাম দিছিল।

পণ্ডিত সকলৰ এইবোৰ সূত্ৰৰ আঁত ধৰি আমি সহজে অনুমান কৰিব পাৰিছো যে অতীতৰ পশ্চিম চীন দেশৰ হোৱাংহু আৰু ইয়াং চিকিয়াং নদী উপত্যকাৰ পৰা মানুহ আহি তিৰ্ব্বতৰ চাৰিওফালে সিচঁৰতি হৈ পৰা তিৰ্ব্বত-চীন ভাষীসকলেই বৃহৎ বড’ জাতি। এই বড’ জাতিৰ মানুহ চামে চামে নামি আহি বৰ্তমানৰ অসম, নগালেণ্ড, ত্ৰিপুৰা, মণিপুৰ, বাংলাদেশ, পশ্চিমবঙ্গলৈ সমগ্ৰ উত্তৰ-পূৰ ভাৰতত বিয়পি পৰে।

লোক সাহিত্যৰ এটি অংশ সাধু কথাৰ প্ৰচলন পোনপ্ৰথমে চীন দেশতেই হয় বুলি জনা যায়। সেইদৰে লোক -সাহিত্যৰ মূল্যৰ গুৰুত্ব বুজি জাৰ্মান পণ্ডিত সকলেই পোনপ্ৰথমে সংকলনৰ কাম আৰম্ভ কৰে। খুউৰ সম্ভৱ ১৭৮৭-৮৯ চনত হাৰ্ডাৰৰ বিখ্যাত ‘এ কালেকচন অৱ পপুলাৰ চংজ’ এয়েই সংকলিত লোক সাহিত্যৰ সূচনা। ইয়াৰ পিছতেই ১৮১১ চনৰ পৰা ১৮৩৫ চনলৈ গ্ৰীম ভাতৃয়ে বান্দী-বেটি, হালোৱা হজুৱাৰ মৌখিক ৰচনা আৰু শব্দ গুচ্ছৰ মূল্য কিমান বেছি সেই কথা জন মানসক উপ লব্ধি কৰিবলৈ শিকায়।

লোক সাহিত্যৰ সূত্ৰ আৰু ইতিহাস অনুধাৱন কৰাটো এই লেখাৰ উদ্দেশ্য নহয়। তথাপি থোৰতে কৈ থোৱা ভাল যে লোক সাহিত্য হ’ল লোক সমাজৰ মৌখিক ৰচনা যি মুখে মুখে বাগৰি পিছৰ প্ৰজন্মলৈ প্ৰৱাহিত হৈ আহিছে। লোক- সাহিত্যৰ ৰচক আৰু ৰচনা কাল সঠিক ভাবে জনা নাযায়। সৃষ্টি প্ৰতিভাৰে জন্ম গ্ৰহণ কৰা



অনাখৰী বা কৃষক, বণিক, গৰখীয়া, ৰোৱনী-দাৱনী, বান্দী, পোহাৰী আদিৰ দ্বাৰা নানা প্ৰসঙ্গত, নানা স্থানত নানা আকাৰত যেনে সাধুকথা, গীত, যোজনা আদি ৰূপত ই সৃষ্টি হয়। লোক-সাহিত্য জীয়াই থাকিবলৈ মুখ বাগৰি আহোতে ইয়াৰ ৰূপগত আকৃতি, ভাষাৰ কিছু সাল-সলনি হোৱাও দেখা যায়। লোক-সাহিত্যৰ ৰূপগত আকৃতি আৰু গুণগত বক্তা বা সূত্ৰধাৰৰ ওপৰত বহুখিনি নিৰ্ভৰ কৰে।

লোক-সাহিত্যক আমি আলোচনাৰ সুবিধাৰ কাৰণে ড০ প্ৰফুল্ল দত্ত গোস্বামীদেৱৰ দৰেই (১) সাধুকথা বা কাহিনী, (২) গীত, (৩) যোজনা, (৪) দৃষ্টান্ত, (৫) প্ৰবাদ, (৬) মন্ত্ৰ আদি ভাগত বিভক্ত কৰি ল’ব পাৰো।

আমাৰ আলোচনাৰ মূল লক্ষ্য হ’ল দৰঙী বৰ’ লোক সাহিত্য। বৰ’ সকল তিৰ্ব্বত-বৰ্মী ভাষী লোক। অন্য সকলো ভাষী মানুহৰ মাজত জীৱন নিৰ্বাহৰ বিভিন্ন ভাঁজত নানা লোক-সাহিত্য সৃষ্টি হৈ অহাৰ দৰে বৰ’ তথা দৰঙী বৰ’ সকলৰ মাজতো অনেক লোক সাহিত্যৰ জন্ম আৰু সংৰক্ষণৰ অভাৱত মৃত্যু হৈ আহিছে। সম্পূৰ্ণ ভাবে বুটলি আনিব নোৱাৰিলেও লোক-সাহিত্যৰ কিছু আভাস দিবলৈ যত্ন কৰা হওক।

প্ৰস্তৰ যুগৰ চিকাৰৰ কাহিনী বৰ্ণনাৰ যোগেদি সূচনা হোৱা সাধুকথা কোৱা ৰীতিটো বৰ’ জাতিৰ মাজতো আছিল। কোনো অনাখৰী বা আজন্ম সৃষ্টিৰ প্ৰতিভা লৈ জন্ম গ্ৰহণ কৰা লোকে সৰু সৰু ল’ৰা-ছোৱালীক আমোদ দিবলৈ, বিস্ময়তা আনি দিবলৈ, নৈতিক জ্ঞান দিবলৈ বা সমনীয়া সকলৰ মাজত সৃষ্ট প্ৰতিভা দেখুৱাবলৈ বা আজৰি সময়খিনি কলাত্মক, ৰমণীয় ভাবে ব্যৱহাৰ কৰিবলৈ লোক সমাজত সাধু কথাবোৰ ৰচনা কৰিছিল।

দৰঙী বৰ’ সকলৰ মাজত অনেক সাধুকথা পোৱা যায়। চিডনি এণ্ডেলদেৱে দৰঙৰ বেংবাৰীত গীৰ্জা সাজি ধৰ্ম প্ৰচাৰত ব্যস্ত থকাৰ লগে লগে বৰ’ সমাজ-সংস্কৃতিৰো অধ্যয়ন, অনুধাৱন কৰিছিল। তেওঁ ‘ দি কাছাৰী’ গ্ৰন্থত দৰং আৰু ইয়াৰ পশ্চাদ্ ভূমিত প্ৰচলিত হোৱা Kachari theory of thunder and lighthing বা ৰাওনা-ৰাওণী, বামুণ আৰু চাকৰ, এলেহুৱা ল’ৰা, নদ-নদীৰ সাধু আদি পাঠকসকলৰ জ্ঞাত। অৱশ্যে এইখিনিতে কৈ থোৱা ভাল হ’ব যে লোক-সাহিত্যৰ কোনো এটি শাখাই জন্ম স্থানতে চিৰদিনলৈ বৈ নাথাকে। নানা কাৰক আৰু বাহকৰ দ্বাৰা ই প্ৰসাৰিত হৈ ভৌগোলিক সীমা পাৰহৈ দুৰত্বৰ ব্যাপকতা বঢ়াব পাৰে।

‘মহ মাখিৰ জন্ম’ সাধু কথাত পোৱা যায় যে বাথৌ বাৱাই কৃষি কাৰ্যত লিপ্ত থকাত ঘৰৰ অস্তিত্বৰ কথাকে পাহৰি যোৱা যেন হৈছিল। সেয়ে বাথৌ বুৰৈয়ে তেওঁৰ গাৰ মল অকমান আঙুলিৰে পিহি উলিয়াই মহ, মাখি, পোক-পৰুৱা আদি জন্ম দি কৃষি কাৰ্যত গৃহ উদাস বাথৌ বাৱাইক আমনি কৰিবলৈ পঠিয়াই দিলে যাতে মহ-মাখিৰ অত্যাচাৰত আমনি পাই ঘৰলৈ গুচি আহে। কিন্তু বাথৌ বাৱাইয়ে বাথৌ বুৰৈৰ চলনা বুজিব পাৰি চিঙা কাপোৰৰ ৰচি আৰু জুমুঠি জ্বলাই লৈ মাখি, পোক-পৰুৱা

আৰু ঢেকীয়া-বিহলঙী আদিৰে জগা জ্বলাই মহ খেদি নিজ কৰ্মত ব্যস্ত থাকিল। শেষত এদিন বাথৌ বুৰৈয়ে সুধিলে 'তুমি সৃষ্টিকৰ্ত্তা হৈয়ো কৃষি কাৰ্যত কিয় ব্যস্ত থাকিব লাগে? তেতিয়া বাথৌ বাৰাইয়ে কলে 'মোৰ সৃষ্টিক মই খুৱাই সকলো জীয়াই ৰাখিব লাগিব?" কথাষাৰ প্ৰমাণ কৰাৰ অৰ্থে বাথৌ বুৰৈয়ে এদিন এটি পোক টেমাৰ ভিতৰত ভৰাই ৰাখি সুধিলে " আজি তোমাৰ সৃষ্ট সকলো জীৱই খাব পাইছেনে?" বাথৌ বুৰাইয়ে কলে " হয় সকলোৱে পাইছে।" মই সকলোৰে খবৰ ৰাখো। আনকি তুমি টেমাত লুকুৱাই ৰখা পোকটিয়েও খাব পাইছে। নহ'লে সি মৰি থাকিলহেঁতেন। মোৰ সৃষ্ট সকলোকে মই নানা উপায়ে খাদ্য আহৰণৰ ব্যৱস্থা কৰি দিছো।।" বাথৌ বুৰৈয়ে বাথৌ বুৰাইৰ পৰিকল্পনাত তবধ মানিলে। এয়ে হ'ল মহ -মাখিৰ জন্ম সাধু।

সেইদৰে 'পক্ষীৰ ৰজা পতা' সাধু কথাত পোৱা যায় যে অৰণ্যৰ পক্ষী সকলৰ মাজত এজন ৰজাৰ অভাৱ অনুভৱ কৰি সিহঁতৰ মাজত এজন ৰজা পতাৰ উদ্দেশ্যে কুলি চৰাইক হালমাজি বা মেল মাতোতাৰ দায়িত্ব দি এঠাইত সকলো পক্ষীগোট খালে আৰু এজাও উতলি থকা তেলৰ মাজেৰে যিয়ে সৰকি যাব পাৰিব সিয়ে ৰজা হ'ব বুলি মেলৰ সিদ্ধান্তত উপনীত হ'ল। সিদ্ধান্তৰ বাবে আলোচনা হৈ থাকোতে পাতমাদৈ চৰাইয়ে চুচা- মজা, ময়ূৰে পেখম ধৰি নিজৰ সৌন্দৰ্য চোৱাত, হাড়গিলাই খাদ্য লোৱা মোনা চিলোৱাত ব্যস্ত, শগুণে জুপুকা মাৰি টুপুনিয়াই থাকোতে সভাৰ কি সিদ্ধান্ত হ'ল গমকে নাপালে। এই চৰাইবোৰৰ নিজ নিজ চৰিত্ৰ আজিও বিদ্যমান। সিদ্ধান্ত মতে প্ৰথমে ফেঁচাই উতলা তেলৰ মাজেৰে সৰকি গৈ মুখ জুবুৰিয়াওতে ই মুখ সিজি কুৎচিৎ ৰূপ ললে। তাকে দেখি অইন চৰাইবোৰে ফেঁচাক ঠাট্টা কৰা ইঁহাৰ উপৰিও মুখত খুটিবলৈ ধৰিলে।

কপৌ আৰু দুবৰিৰ সাধুত পোৱা যায় যে এসময়ত দুবৰি বনৰ অহংকাৰ বাঢ়িল। যতে কৃষকে খেতি কৰে ত'তে লপ লপকৈ বাঢ়ি খেতি ঢাকি ধৰি উৎপাদন নষ্ট কৰে। দুবৰি বনৰ এই অত্যাচাৰ দেখি খেতিয়কসকলে এই সমস্যাৰ সমাধান উলিয়াবৰ চিন্তা কৰিলে। সমাধান হিচাপে সকলো খেতিয়কে একগোট হৈ দুবৰি বনবোৰ হালবাই বাচিলৈ ৰ'দত মেলি দিলে যাতে শুকাই গলে জুইত পুৰি দুবৰিৰ বংশ শেষ কৰি পেলাব পাৰে। দুবৰিয়ে সবংশে শেষ হ'ব জানি উপায়বিহীন হৈ ৰ'ল আৰু অহংকাৰৰ পৰিণাম কি হয় জানি নিজকে ধিক্কাৰ দিলে। এনেতে এজনী কপৌ চৰায়ে পোৱালীৰ বাবে শস্য বিচাৰি পথাৰলৈ আহিল। তাকে দেখি দুবৰিয়ে জীৱন ৰক্ষাৰ বাবে কাকুতি কৰিলে। কপৌৱে উপায় চিন্তা কৰি শেষত কলে যে তাৰ বাহত দুটি পোৱালি আছে আৰু তাতে নি থব আৰু পোৱালিৰ বিষ্ঠাত থকা পানী আৰু মল খাই জীয়াই থকাৰ বাহিৰে অন্য উপায় নাই। যি দিনাই কৃষকৰ দুবৰি ধ্বংস যজ্ঞ শেষ হ'ব আৰু সেইদিনাই মাটিত আনি থৈ যাবহি। দুবৰিয়ে উপায় বিহীন হৈ কপৌৰ প্ৰস্তাৱকে মানি ললে। কথামতে কাম হ'ল। কপৌৱে দুবৰিৰ জীৱন ৰক্ষা কৰাৰ



বিনিময়ত বন্ধু পাতি অভাৱৰ দিনত কপৌ চৰায়ে পাব পৰাকৈ দুবৰি বনৰ মাজত শস্য লুকাই ৰাখিবলৈ দুবৰিয়ে কথা দিলে। দুবৰিয়ে এই উপকাৰ কৰিব ওলোৱা দেখি সুখী হৈ কপৌৱেও দুবৰিক এটি বৰ দিলে যে শুভ কাম দেৱ পূজাত দুবৰিৰ ব্যৱহাৰ হ'ব। দুবৰি ধ্বংসৰ সংঘাটৰ পৰা দুবৰিৰ আত্ম অহংকাৰ গৈ সহনশীল হ'ল আৰু দেৱ পূজাৰ সময়ত দুবৰিৰ ব্যৱহাৰ হ'ব। তেতিয়াৰে পৰা দেৱ পূজাৰ সময়ত দুবৰি ব্যৱহাৰ হৈ আহিছে। এই সাধুকেইটাৰ বাহিৰেও বুঢ়ী আইৰ সাধু (লক্ষ্মীনাথ বেজবৰুৱা)ত থকা ঔ কুঁৱৰী, মোহিনী মোহন ব্ৰহ্মৰ সংকলন ওম নাথ-সোমনাথ, নদাই-ভদাই, কচু গুটি ৰোৱা বুঢ়া আৰু শিয়াল আদি সাধুৰ কিঞ্চিৎ ৰূপান্তৰিত সাধু দৰঙী বৰ' সমাজত আজিও শুনিব পোৱা যায়। ইয়াৰ বাহিৰেও টীকাকাৰৰ দ্বাৰা সংগৃহীত চাৰি মুৰ্খ, আত্মহত্যা, ভোদা হাটৰুৱা, ঘোঁৰা ক্ৰেতাৰ সাধু আদি অনেক সাধু লোক সমাজত পোৱা যায়।

এই সাধু কথাবোৰ অধ্যয়ন কৰিলে সেই সময়ৰ আৰ্থ- সামাজিক ব্যৱস্থা, নৈতিক আদৰ্শ, প্ৰকৃতি অধ্যয়ন, কল্পনা শক্তিৰ উত্তৰণ, লোকমনৰ অভিৰুচি আৰু মনো বৈজ্ঞানিক অধ্যয়ন, আকাংক্ষা আদি দিশৰ ইঙ্গিত পোৱা যায়। লোক সমাজ কৃষক হোৱা বাবে তেওঁলোকৰ সৃষ্টি লোক সাহিত্যত কৃষি কৰ্মৰ প্ৰভাৱ পোনপটীয়া বা আওপকীয়াকৈ হ'লেও থাকে। সমস্যা সৃষ্টি হ'লে তাৰ সমাধান কিবা উপায়ে উলিয়ায়। লোক সমাজ দৰিদ্ৰ হলেও দৰিদ্ৰতাৰ ওচৰত বশ্যতা স্বীকাৰ কৰিব নিবিচাৰে। কিছুমান সাধু যেনে চাৰি মুৰ্খ, ভোদা হাটৰুৱা, আদিৰ যোগেদি কৰ্মৰ বিভ্ৰান্তি দেখুৱাই লোক ৰঞ্জনৰ পৰিবেশ সৃষ্টি কৰে। লোক সমাজত আদৰ্শ প্ৰতিষ্ঠা কৰাও সাধু কথাৰ এটি লক্ষ্য।

লোক- সাহিত্যৰ অন্য এটি অংশ হ'ল লোকগীত সমূহ। পণ্ডিত মোহিনী মোহন ব্ৰহ্মদেৱে বৰ' লোকগীত সমূহৰ জন্মস্থান চিনাক্ত কৰণ কৰি খেৰাইসালি, বিবাহস্থল আৰু কৃষি কৰ্মৰ শেষত উদ্‌যাপন কৰা আনন্দোৎসৱ সমূহ বুলি কলেও ইয়াৰ জন্ম লগ্ন প্ৰস্তৰ যুগৰ বুলিহে ক'ব পাৰি। কিয়নো শিলেৰে চিকাৰ আহৰণ কৰাৰ আনন্দত চিকাৰি সকলে নানা আনন্দ সূচক ধ্বনি আদি কৰিছিল। এই ধ্বনিবোৰেই লোক গীতৰ অতি প্ৰাথমিক পৰ্যায় বুলি ক'ব পাৰি যি পিছৰ দিনবোৰত পৰ্যায় ক্ৰমে বিকাশ লাভ কৰিছে। কৃষিজীৱি বৰ' সমাজে কৃষি কৰ্মৰ বিশেষ পৰিবেশ, পৰ্ব আৰু জীৱন নিৰ্বাহ চক্ৰৰ নানান খোজত লোক সমাজত লোকগীত সমূহ ৰচনা হৈ আহিছে। এই লোকগীত সমূহ বেছি ভাগেই উপমা প্ৰধান একো একোটা আবেগ, অনুভূতি ভাষা আৰু সুৰৰ মাধ্যমত প্ৰকাশ মাথোন। গীত সমূহ মুখ বাগৰি আহোতে ভাষাৰ সালসলনি হোৱাৰ লগতে গায়কৰ নিজৰ অনুভূতিও কেতিয়াবা যোগ হৈ আহিছে।

জীয়াই থাকিবলৈ শ্ৰমকে মুখ্য উপায় হিচাপে গ্ৰহণ কৰা লোক সমাজে হাল বাওতে বা ভুঁই ৰোৱা, ধানকটাৰ সময়ত, কৃষি কৰ্ম শেষ কৰি আনন্দৰ উৎসৱ সমূহত,

গৰু-মহ চৰাওতে, বংশ ৰক্ষাৰ বাবে পতা বিবাহ উৎসৱত গাঁৱঁলে, কেঁচুৱা নিচুকাবলৈ এই লোক গীত সমূহ ৰচনা কৰে। সেয়ে আমি বৰ' লোকগীত সমূহক (১) বিয়াগীত, (২) বিহুগীত, (৩)গৰখীয়া গীত আৰু অমাৰ্জিত ভাষাৰ যৌন গন্ধী, লালিলাং বা লাই লাং গীত, (৪) নিচুকনি গীত, (৫) মালিতা, (৬) খেলৰ গীত, (৭) ধানৰোৱা গীত (৮) খেৰাইৰ গীত, (৯)শ্ৰম বিমুখ সকলক উপহাস কৰি গোৱা গীত, (১০) দেশ প্ৰেম মূলক গীত, (১১) বেপাৰ-বাণিজ্যৰ গীত (১২) সাধাৰণ লোকগীত আদি নানা ভাগত ভাগ কৰিব পাৰি।

সভ্য সমাজৰ বংশ সংৰক্ষণ আৰু বৃদ্ধিৰ স্বীকৃতি হিচাপে বিবাহ অনুষ্ঠানত দৰা আৰু কন্যা দুয়োপক্ষৰ মানুহে বহু ধৰণৰ বিয়াগীত গায়। দৰা ঘৰীয়াই কইনাক খোজা, কইনাক বুজনি দিয়া, কইনা ঘৰীয়াই দৰা ঘৰীয়াক মদ-মাংস, পাণ-তামোল আদিৰ গুণ, দোষ ত্ৰুতি দেখুৱাই লগতে দুয়ো পক্ষই দৰা বা কইনাৰ গুণাগুণ দোহাৰি নিন্দা দি জাউৰিয়ে, জাউৰীয়ে গীত গোৱাৰ উপৰিও, নাচি- বাগি ৰভাতলি মুখৰিত কৰি ৰাখে। এনে সময়ত মদ চেকিবলৈ নিৰ্দেশ দি গায়---

এখুৰি সামথা মৌনগীন দেই
জৌ চিৰ চিৰ গগেলেং
জৌ চিৰ চিৰ।
মাদীং সিৰগীন মাদীং থাগীন
খাম সালিয়াও খুৰি থাবীবায়
মাদীং সিৰা সিৰ
মাদীং সিৰগীন মাদীং থাগীন
খুৰি গবলং।।
এখুৰি সামথা মৌনগীন দেই
গয় খাও খাও গগেলেং
দাংনায় দাংনায় খাওল্লাসী মাগীন
গয় খাও খাও।
অমা সাৰিয়াও খাথ্রি থাবী বায়
মাদীং খাৱী খাও।।

একুৰি চামতাৰ কোব খাবা, গগেলেং মদ চেকা। কিহেৰে মদ চেকিম, ঘৰৰ বাৰান্দাতে বাতিটো এৰি আহিলো অথবা কিহৰে চেকিম বাতিটো যে ফুটা।

একুৰি চামতাৰ কোব খাবা, গগেলেং তামোল কাটা. বাৰ বাৰ কাটিলেহে জুৰিব, তামোল কাটা।

কিহেৰেনো তামোল কাটো গাহৰিৰ গঢ়ালত কটাৰী এৰি আহিলো, কিহেৰে তামোল কাটো?



কইনা খুজি দৰাঘৰে গোৱা গীত এটিৰ নমুনা--

লাবীথি লাবী খৈনা গৰাবৈ গিয়াথি
বহুনহীফায়দী বহুনহীফায়দী
খাসাথি বিসাথি
ঐ থাংনায় বেলায়া সুংলাং বায়
ঐ ফায়নায় বেলায়া লাওলাংবায়।।

আনা কইনাঘৰীয়া দুখ বেজাৰ মনেৰে গিয়াতি, উলিয়াই দিয়াহি । যোৱাৰ বেলা চমু চাপি আহিছে, চমু চাপি আহিছে, অহা, কত' যে দেৰি হৈ গ'ল।

বিবাহ থলিত গোট খোৱা ৰাইজে কি উদ্দেশ্যত গোট খাইছে তাক লৈয়ো গীত গায়।

বৰ বিলৌনি না বাৰলি
ঐ নৌংনি নৱাও
ফিছা হিঞ্জাও
হৰনায়নি ফাৰি (নৰ ব্যৱহাৰ বৰ' ভাষাত লৰুৰে)
এহেৰে....... হুৰে।।

আকৌ ঘৰৰ ছালৰ লাওৰ জালি হেৰা অমুকা কছাৰি ল'ৰা জন পাইছা (দৰাজন) বৰ ধুনীয়া। এইদৰে দৰাৰ গুণ বখানি গীত গায়। অৱশ্যে কেতিয়াবা দৰাৰ দোষ বিচাৰিযে নুলিয়ায় তেনেও নহয়।

দুম দুমা দুম দুম
খাম দামদীং দুমা দুম
ঐ অমুকা কছাৰী
বিজাৱাহ জাগীনা
খৰ' লাওদুম দুম। হুৰৈ বৈ....

দুম দুমকৈ মাদল বজাইছে। অমুকা কছাৰীৰ হ'ব লগা জোঁৱাইজনৰ মূৰটো টকলা। হুৰৈ বৈ। ইত্যাদি।

কইনাই নতুন ঘৰলৈ গৈ কেনেকৈ চলিব লাগিব তাৰ পৰামৰ্শ দি পঠিয়ায়--

হায়াৰে হুয়াৰে হুৰৈ....
দৈ লায়নায়নি লাগীমীন
মেগং খানায়নি লাগীমীন
দিনৈনিফ্রায় লাগী খান্দাসী জানাসৈ লাগী।
না গুৰনায়নি লাগীমীন
দৈছায়াও দুগৈনায়নি লাগীমীন

দিনৈ নিফ্রায়.....।।
হাথা দৌদা খুথা দৌদা দাখামদেই লৌগী
খাম বিবালা খাম হী দেই লৌগী
গামছা বিবালা গামাসা হী লৌগী
আথেং গাজব হাথাই অৰজব
সংসাৰ জাদেই লৌগী।। ইত্যাদি।

পানী, অনাৰ, শাক বুটলাৰ, মাছ মৰাৰ, নৈত গা ধুৱাৰ সংগী আছিলা। আজিৰ পৰা সঙ্গীহীন হ'লো। হেতা, কৰকা ধুপুচ- ধাপাচকৈ নেপেলাবা, ভাত খুজিলে ভাত দিবা, গামোছা খুজিলে গামোছা দিবা; ভৰি চম্ভালি, দুপাৰি দাঁত চেপিলৈ (মুখ চম্ভালি) সংসাৰ তৰিবাদেই সখী। ইত্যাদি আৰু অনেক নিৰ্দ্দেশনা দিয়া পাবলৈ যায়।

ব'ৰ লোক-সমাজত বিয়াৰ সময়ত মদৰ বহুল প্ৰচলন আছিল। আজিও ই লোক সমাজৰ পৰা শেষ হৈ যোৱা নাই। বিয়াত দিয়া পানীয়ৰ গুণাগুণ বিশ্লেষণ কৰি দৰা ঘৰীয়াক উপহাস কৰি গোৱা অনেক গীতৰ কলি পোৱা যায়। দৃষ্টান্ত হিচাপে দুটিমান ইয়াত উল্লেখ কৰা হ'ল—

দৰখং মুখাংনি হাবুৰু
অ অমুখা কছাৰীনি
হাবানি জৌৱালাই
দৈব্ৰৰু হায় দৈব্ৰু ব্ৰু।। হুৰৈ হৈ...

দুৱাৰ মুখৰ বোকা, অ অমুকা কছাৰীৰ বিয়াত দিয়া মদ স্বাদহীন পনীয়া। হুৰৈ —

ওখুম মুদানি গীমীথিং
অমুখা কছাৰীনি হাবানি
জৌ হীনায়ালায়
খৈথিং থিং খৈথিং থিং হুৰৈ হৈ...

ঘৰৰ মুধাত থকা গীমীথিং( এবিধ কাপোৰ কটা পোক) অমুকা কছাৰীৰ বিয়াৰ মদ টেঙা, খাব নোৱাৰা হুৰৈ.....

বিয়াৰ মাংসৰ গুণাগুণ বিশ্লেষণ কৰি লোক কবিয়ে বিবাহ স্থলীত গায়—

বাৰি খনানি অলদৰ
অমুখা কছাৰীয়া
জাহীৱা জাহীবায়
অমা বুৰিনি বেদৰ।

বাৰীৰ চোকৰ ওল কঁচু, অমুকা কছাৰীয়ে নুখুৱাই নুখুৱাই খুৱালে বুঢ়ী গাহৰিৰ মঙহ।



বিবাহৰ সময়ত বতৰ পৰিবেশ পৰ্যবেক্ষণ কৰিও গীত গায়—

দুব্লি খনানি খংখ্লা
অ অমুখা কছাৰী
নীংনি হাবায়াও
নায়হৰ অখা।

পথাৰ ধাপৰ কাহিবন হেৰা অমুকা কছাৰী, তোমাৰ বিয়াত চোৰা বৰষুণ আহিছে।

দৰাৰ ঘৰেও কইনাঘৰীয়াৰ এই উপহাসৰ আৰু কইন্যা গুণা- গুণ বিশ্লেষণ কৰি সথিক উত্তৰ নিদিয়াকৈ নাথাকে।

ওখুম বেসানি খুমব্ৰা
খৈনানি বিফায়া
মুখিল দিননি গামব্ৰা ?
লৈথী ছাপিৰিনি না ৰাও
খৈনানি হাথাইয়া হাৰাও ৰাও।।
গয় বাৰিনি
গয় বাৰিনি গয় খাংথিনি
মীজাং মীজাং হিন্নায়া
খৈনায়া জংখিন খিন।।

ঘৰৰ চালৰ কোমোৰা, কইনাৰ দেউতাকে কেতিয়াৰ পৰানো গাঁওবুঢ়া হ'ল ? লুইত চাপৰিৰ ৰৌমাছ কইনাজনীৰ দাতবোৰ ওচলা।

তামোলবাৰীৰ কাকিনী তামোল, ভাল ভাল বুলি কোৱা কইনাজনীৰ ভৰি দুখন ক্ষীণ।

বিয়াত দিয়া গাহৰি মাংসকলৈ কৰা উপহাসৰ উত্তৰত গায়—

অমানি আথেংআ থীংব্ৰৈ
হমনীবী নাংগৌ সাব্ৰৈ
অমানি খৰ'আ নাইথাও
ছ্বাই মেগংজীং জাথাও।

গাহৰিৰ থেং চাৰিখন, ধৰিবলৈয়ো মানুহ লাগে চাৰিজন । গাহৰিৰ মূৰটোও ধূনীয়া, মাটি দাইলেৰে খালে কি যে জুতি হ'ব।

দৰঙী বৰ'লোক সমাজত অইন অঞ্চলত প্ৰচলন নথকা এটি বিশেষ ৰীতি আজি একৈশ শতিকাৰ প্ৰথম দশকলৈ চলি আছে। সেয়ে হ'ল কন্যা টানি আনি বিয়া পতা। সেইদৰে বিয়াৰ কইনালৈ দৰা ঘৰলৈ ঘূৰি আহোতে দৰা ঘৰৰ নঙলা পোৱাৰ কিছু দূৰত গীত গোৱাৰ লগে লগে কইনাপক্ষৰ এজনী তিৰোতা আৰু দৰা পক্ষৰ

এজন পাহুৱাল ডেকাৰ মাজত জ্বলি থকা জোঁৰ কঢ়া-কঢ়ি কৰি কোন পক্ষৰ শাৰিৰীক শক্তি অধিক তাৰ জোখ লবলৈ বিচৰা এটি বিশেষ ৰীতি আছে। জোৰ খুজি গীত গায় আৰু নাছে--

হায়াৰে হুয়াৰে হুৰৈ
দৰা গৰাবৈ বনজাৰ খান্দা লাবীৰ'
দৰা গৰাবৈ জুমাই থিং খ্লিংখৌ লাবী ৰ'।।
আলি বাৰনায়নি গায়থা ৱা লাবীৰ
দৰা গৰাবৈ গেদেৰ ধ্বনি খৌনানায় আয়ৈ খৌনানায়
ফায়ৈ ফায়ৈ অমা ওৰখ্ৰাংনায় নআওসী মৌনফায়বায়।।
আলি বাৰনায়নি ফৌথৈ গাওৰাও লাবীৰ'
দৰা গৰাবৈ মৌজাং গিৰি খৌনানায় আয়ৈ খৌনানায়
ফায়ৈ ফায়ৈ দাওখা সৌৰখিনায় ন আওসী মৌনফায়বান।।
আলি বাৰনায়নি থাংখু চুনৈ লাবীৰ,
দৰা গৰাবৈ থাখানি থিংখ্লি খৌনানায় আয়ৈ খৌনানায়
ফাফৈ ফাফৈ দৰখনায়াও বেমা সৌংথিনায় নুফাবায়।।

হুবৈ দৰাঘৰীয়া আধা পোৰা জোঁৰডাল আনা, মদৰ কলহ আনা আলি চ'ক পাৰ হলো, তামোলৰ বঁটা আনা। দৰা ঘৰ ডাঙৰ ধনী বুলি শুনিছিলো, আহি দেখিলো গাহৰিয়ে চাৰিওফালে খান্দিছে।

আলিৰ চ'ক পাৰহলো বহল বহল পান আনা। দৰাঘৰ ভাল গৃহস্থ বুলি শুনিছিলো আহি দেখিলো কাউৰী সোমাব পৰা ঘৰৰ অৱস্থা।

আলি পাৰ হ'লো চুন-ধপাত আনা। দৰাঘৰ ধুনকুবেৰ বুলি শুনিছিলো। আহি দেখো ঘৰৰ চুকে চুকে মকৰাই জাল বান্ধিছে।

এই বিয়াগীত সমূহ সম্পূৰ্ণ অধ্যয়ন কৰিলে বৰ' লোক সমাজৰ বিবাহ উৎসৱৰ সম্পূৰ্ণ এখন ছবি পোৱাৰ লগতে ই যে এক আনন্দৰ উৎসৱ ইয়াকো জনা যায়। তদুপৰি লোক খাদ্য, ৰীতি- নীতি, লোক পৰিৱেশ, আচৰণ আদি নানা দিশ অনুধাৱন কৰিব পাৰি।

কৃষি জীৱি বৰ'লোক-সমাজে কৃষি কাৰ্যৰ আৰম্ভণিৰ আগতে ন ঋতুৰ আগমনৰ লগে লগে বিহু উৎসৱ উদ্‌যাপন কৰি বুঢ়া-বুঢ়ী, ডেকা- গাভৰু, ল'ৰা-ছোৱালী সকলোৱে মিলি ঘৰে ঘৰে গৈ পানীয় , সান্দহ, পিঠা আদি খোৱাৰ লগে লগে গীত গাই নাচি-বাগি আনন্দত মতলীয়া হয়। ন ঋতুৰ আগমনৰ উমান পায়। এইদৰে 'বীথীৰ গীদাননি বাৰলায় চিৰিলায় মান্দাৰ বিবাৰ আয়।' ন ঋতুৰ মদাৰ ফুল ফুলি সৰিছে 'বীছাৰ গীদাননি ৰংজালি বৈছাগু সফৈ লায়বায় অয়' নতুন বছৰৰ ৰঙালী বিহু আহিল। এই উৎসৱ আনন্দোৎসৱ হোৱা হেতুকে ইয়াক বৰ' সকলে ৰংজালি বৈসাগু বা ৰঙালী



বিহু বোলে। এই উৎসৱ সকলো বায়স, লিঙ্গৰ বাবে মুক্ত। এই ৰঙালী বিহুত গোৱা অনেক বিহুগীত দৰঙী বৰ' লোক সমাজত পোৱা যায়।

নৈ সফৈলায়বায় সফৈলায়বায়
বৈসাগু বীথীৰা সফৈলায়বায়
বাগুৰুম বাগুৰুম মৌসাদেলায়।
এয়া আহিল, ব'হাগ বিহু আহিপালে দেউ দি দি নাচা।
ফৈ ফৈ গীদান বীথীৰনি
ৰংজালি বৈসাগুৱাও
বয়বৌ ৰংজানি
বয়বৌ মৌসানি।

আহা আহা ন ঋতুৰ ৰঙালী বিহুত সকলোৱে ৰং ধেমালি কৰো, সকলোৱে নাচো। এনে গীতৰ কলিবোৰ বিহুৰ বতৰত, সকলোৰে মুখে মুখে থাকেই।

কোনোবা গাভৰুৱে চাকৰ থাকিবলৈ (বৰ' লোক সমাজত চাকৰ থকাৰ প্ৰথা আছে) অহা কোনে ধুনীয়া ডেকাৰ সৈতে পিতৃ-মাতৃৰ অজ্ঞাতে মন দিয়া লোৱা কৰে। বিহুৰ সাত দিনত সমাজৰ কঠোৰ বান্ধোন বহু সিথিল হোৱাৰ সুযোগ লৈ হিয়া উজাৰি আকাংক্ষা সদৰি কৰে --

আদা দাহীনা গাজৌলা
আংখৌ লাংফা মিনিবালা
দাহীনা থানায়নি মাইয়া ফানলাং
আংনিয়াও গীৰজিয়া থালাং
একশ পঞ্চাশনি অমা বায়না গালাং
আংনিয়াও গীৰজিয়া থালাং।।
উত্তৰত ল'ৰাই গায়---
আগৈলৈ সনা ফাংদাং মিনিবালা
গীৰজিয়াথ' থানী হাগৌ
গীৰজিয়া থানায়াও
খাম হীনায়াও দৈ হীনায়াও
এৰৈ নায়থিং নায়থিং
দাখামসৈ আগৈ সনা।।

চাকৰ থকা সুঠাম ডেকা, মোকেই গ্ৰহণ কৰা, মই হাস্যময়ী। চাকৰ থকাৰ ধান বেছি দি মোলৈ এশ পঞ্চাশ টকাত গাহৰিৰ পোৱালি এটি কিনি দিয়া, মোৰ তাত ঘৰ জোঁৱাই সোমোৱাহি।

ল'ৰাই উত্তৰ দিয়ে-- বয়সত সৰু জনী, বক্ষ প্ৰকুস্থা, হাস্যময়ী-- ঘৰ জোঁৱাই

থাকিব পাৰো পিছে ভাত, পানী দিওঁতে অইন ফালে চাই চাই ( মোৰৈ নাচাই) নিদ্দিৰি সোণ।

ডেকা- গাভৰুসকলে বিহুৰ দিনত যিদৰে মনৰ কামনা, আশা আকাংক্ষা গীতৰ মাজেৰে প্ৰকাশ কৰে বৃদ্ধ সকলেও ৰং ধেমালি বা অতীতক সুঁৱৰি গীত গায়—

ঐলৈ ওনাও লাথাৱা সি গাঙাও লাথাৱা
আংনি হৌৱায়ালায় লাওখাৰ গথ'
নৈ বিমা বিফা হথসিৰা
জীংহাসী সমায়থাৰা।

আগত (গলেও) নুশুৱায় পিছতো নুশুৱায় মোৰ প্ৰতিজন গৰু চৰা ল'ৰা। হে, হতচিৰি পিতৃ-মাতৃ আমাক যে অকনো নুশুৱায়।

তেনেদৰে কোনো বৃদ্ধাই জোকাই ৰগৰ কৰিলে সাৰ্থক উত্তৰ কম বয়সীয়া ল'ৰাই নিদিয়াকৈ নাথাকে—

সমায়থাৰাবা সমায়থাৰাবা
ওৰমাল যাসি যাসি
আগৰফালি যাসি যাসি
মানীথ' খাৰসন ফৈদীংমীন
হেথসালি.....।

নুশুৱায়ে যদি ৰুমাল বা উৰমল যাঁচি, ফুলাম গামোচা যাচি কিয়নো পলাই সোমাইছিলিহি। আদি অনেক।

ডেকা-গাভৰু সকলৰ প্ৰেম-পিৰিতিৰ গীত- প্ৰতি গীতৰ ধূম চলি থকাৰ সময়তে বৃদ্ধ বণিতাই অতীতক সুঁৱৰি দুই চাৰি ফাঁকি গীত গাই পানীয়ত মতলীয়া হৈ নাচে—

ঐ লৈ বৰ'ফীৰ মা যাখী জীংহালায়
খুলি যুগাওলায়
জানানৈ লীংনানৈনী খৰ' ফুৰলাংবায়
মা এসে মীজাং জৌসেৰা
বিখা সৌলাংবায়।
ঐলৈ বৰ'ফীৰ.......
জানানৈ লীংনানৈ হাথাই গলাংবায়
মৈ বেদৰ অমা বেদৰ বিখা সৌলাংবায়।
ঐলৈ বৰ'ফীৰৰ
মাইনি বাখ্ৰি মীসৌ গলি
বহা জৌবলাংবায়।



হেৰা বৰ'সকল এই কলি কালত কি হ'ল? খাই লৈ মূৰৰ চুলি পকি গ'ল, ইমান সুস্বাদু চেৰুৱা মদে বুকুত ঢকিয়াই নোহোৱা হ'ল।

হেৰা বৰ' সকল এই কলি কালত কি হ'ল? হৰিণা, গাহৰিৰ মঙহ পাবলৈ নোহোৱা হ'ল। সেইবোৰ খাওতে-লওঁতেইটো দাঁত সুলকি গৈছিল।

হেৰা বৰ' সকল এই কলি যুগত কিযে হ'ল? খাই লৈ ককাল হালি গ'ল, গৰু ভৰা গোহালি, ধানৰ ভড়ালবোৰ আজি দেখোন নোহোৱা হ'ল।

দৰং জিলাৰ চুকে-কোণে এনে অনেক বিহুগীত লোকসমাজত প্ৰচলিত হৈ আছে সেইসকলোখিনি এই টিকাৰ যোগে উল্লেখ সম্ভৱ নহয়, মাত্ৰ উদাহৰণ হিচাপে উল্লেখ কৰা হ'ল।

দৰঙী লোক সাহিত্যৰ এটি বিশাল আৰু মূল্যবান অংশ খেৰাইৰ মন্ত্ৰ আৰু গীত সমূহ কুৰি শতিকাৰ ঠিক নৱম দশকত বাথৌ পাব্লিকেচন বোৰ্ড(হৰিশিঙ্গা) এ সংগ্ৰহ কৰি " গীথাৰ মৈখুন" নামেৰে প্ৰকাশ কৰাৰ আগলৈ মুখে মুখে প্ৰচলিত হৈ আহিছিল। তথাপি এই গ্ৰন্থই সামৰিব নোৱাৰা অনেক গীত ৰৈ গৈছে। যেনে—

সৈ সৈ আয় সৈ সৈ
বাথৌ বীৰাইনি দিনালায়
বিনী ঐ বিনী
সৈ সৈ দানি নঙা বুহুমনি
খংখ্লা জৰ জৰ হীনায়া
অম্ব্ৰাই ফাখ্ৰা ফাখ্ৰা হীনায়া
ফ্ৰাখ্ৰা হীনায়া অম্ব্ৰাই
বিনী ঐ বিনী
দানি নঙা খালি নঙা
বৰ' বীৰাইনি
গীদীনি আসাৰ বিসাৰা
বিনীলাই বিনী
আয় বেওনী দং মেৰু, খাজি, খুংগীৰ
বীৰলি বুৰৈ দংজীবী
জীংনি দৌদিনিয়া
সিনস্ৰি ফেদেম ফেদেম
ইমফি লায়ৈ লায়ৈ
মীসাদীং ঐ মীসাদীং।

মানি ল, পালন কৰ বথৌবীৰাইক সেৱা কৰাৰে এই দিন। পালন কৰ তাঁতি বন জোৰ জোৰকৈ স্থাপন কৰা, বাথৌৰ বেদীত শিল স্থাপন কৰা পৃথিবীত বৰ'

সকলৰ এয়াই ৰীতি, ই আজি বা কালিৰ ৰীতি নহয়। ইয়াতে আছে মেৰু, কাজি, খুংগীৰ বীৰালি বুঢ়ী এই সকল। আমাৰ দেওধনীয়ে হাতত তৰোৱাল লৈ ককাঁল ভাঙি ভাঙি প্ৰশস্তি নৃত্য কৰিছে।

দেওধনীয়ে আৰু গায় —

দানি নঙা মেৰু বীৰাইনি
হাগ্ৰা খীমা লেসা লেসা থালাঙী
দৈসা দৈয়া ৰেগা ৰেগা থালাঙী
নীংসীৰাবী গীদীনি আসাৰখৌ গাৰাখৈ
মিখিনিখৌ হীনাংগৌ হীদী।

এতিয়াৰ নহয় এই মেৰু বীৰাই (পৰমেশ্বৰ) বনানিৰ চুবা চুবে সেৰা ( চিহ্ন) ৰৈ যায় নদ-নদীবো চিহ্ন ৰৈ যায়। তোমালোকেও অতীতৰ ৰীতি-নীতি এৰা নাই, সাধ্য অনুসৰি পূজিছা।

বৰ' লোক সমাজৰ মাজত অনেক অপদেৱতাৰ বিশ্বাস আজিও শেষ হৈ যোৱা নাই অসুখ বিসুখৰ কাৰণ এই অপদেৱতা বুলি ভাবে আৰু পৰিত্ৰাণ বিচাৰি অপদেৱতা ভেদে নৈৰ ঘাট, জাৰণিৰ কাষ, পুৰণি পুখুৰীৰ পাৰ আদিত বা ঠিকনাৰ যোগেদি জানিব পৰা সিহঁতৰ বসতি স্থান বুলি ভবা ঠাইত মদ, কুকুৰা, হাঁহ, পাৰ আদিৰে অপদেৱতা অনুসৰি ভোগ ৰান্ধি পূজা দিয়ে। এই পূজাত দৌৰিয়ে মন্ত্ৰ মাতে-
--

এহেম....
খীনাসং খীনাসং আংনি বাথ্ৰাখৌ খীনাসং
অমুখায়া বনহা মৈহা থাংনায়মীন
অথবা—
অমুখীয়া মেগংহা নাহা থাংনায়মীন
গাফ্লাংবায় হাচুফ্লাংবায়
বেওনী দায়দস জাবায়
লীমজা সাজা খালামদীং
গয় জৰা জৰা ফাথৈ জৰা জৰা
আলাৰি বাথি সাত্তনা হীদীং
বেনিনী ফাওফুজা হীদীং
খৰ' জানায়খৌ খৰ' হীদীং
গীৰনা জানায়খৌ গীৰনা হীদীং
জেৰবা জানায়খৌ জেৰবা হীদীং
দেনা জানায়খৌ দেনা হীদীং



আথেং জানায়খৌ আথেং হীদীং
লানজাই জানায়খৌ লানজাই হীদীং
গাং জানায়খৌ গাং হীদীং
খবৰদাৰ খবৰদাৰ অমুখানি
লীমজা সাজা খালামনায়া নাগাৰ।

এহেম.... মোৰ কথা শুনা অমুকা বা অমুকীয়ে খৰি লুৰিবলৈ যাওঁতে চিকাৰলৈ যাওঁতে, শাক বুটলিবলৈ যাওঁতে মাছ, মাৰিবলৈ যাওতে গছকি পালে, প্ৰচাব ত্যাগ কৰি পালে। তাতেই দোষ হ'ল। তাৰ বাবেই অসুখ-বিসুখ কৰিছা। জোৰে জোৰে পাণ- তামোল দি শলিতা জ্বলাই পূজা পাতল কৰিছো। মূৰ খোৱাক মূৰ দিছো, ডিঙি খোৱাক ডিঙি দিছো, বুকু খোৱাক বুকু দিছো, ডেউকা খোৱাক ডেউকা দিছো, ঠেংখোৱাক ঠেং দিছো, নেজ খোৱাক নেজ দিছো, পাখী খোৱাক পাখী দিছো খবৰদাৰ অমুকাৰ অসুখ- বিসুখ কৰিবলৈ এৰা।

কোনোবা প্ৰভাৱশালী অপদেৱতাক পূজা দিবলৈ হলে দৌৰিয়ে এহেম......

হে পৰমসী ফৰবু........

মাননি মীদাই নীংসীৰ

'এহেম..... হে পৰম প্ৰভু সন্মনীয় দেৱতা তোমালোক' বুলি শেষত 'মাননি মীদাই মানাও থানাংগৌ লীমজা সাজা খালামনায়খৌ নাগাৰ নাংগৌ' সন্মানীয় দেৱতা তোমালোকে সন্মান ৰাখি চলিব লাগে, অসুখ বিসুখ কৰাটো এৰিব লাগে বুলি মন্ত্ৰ মাতে।

কৃষক বৰ' সমাজে অপদেৱতা সকললৈ যিদৰে ভয় ৰাখি চলে সেইদৰে লক্ষীদেৱীলৈ ৰাখে অতি শ্ৰদ্ধা আৰু গভীৰ বিশ্বাস। বাৰিষাৰ ভুইৰুৱা কাৰ্যৰ সামৰণিৰ দিনা কঠিয়াৰ ভঁড়াল ৰুৱা সময়ত অনাখৰী ৰুৱনীসকলে ৰুৱা কাৰ্যৰ লগে লগে গীত গায়-

সানজানি মাইনাও ফাইৰ'লায়
সাহানি মাইনাও ফাইৰ'লায়
ৰিমবায় ৰিমবায় ফাইৰ'লায়
সীনাবনি মাইনাও ফায়ৰ'লায়
খীলানি মাইনাও ফায়ৰ'লায়
ৰিমবায় ৰিমবায় ফায়ৰ'লায়।
এয়ৈ মাইনাও বুৰিয়া
মহা থাগীন মহা মাগীন যায়ীলায়
বিথিং থাংবাবী
সৈমা ফাওৰৰা সীঙীলায়

বৈথিং থাংবাবী
যাগীন আলাই- বিলাই
জৌংনি বান্দাৰাওনী থাফৈলায়
ৰিমবায়............... ।।

পূৱ, উত্তৰ, পশ্চিম, দক্ষিণৰ লক্ষ্মীদেৱী হালি-জালি লাহী খোজৰে আহা। লক্ষ্মীদেৱীয়ে কলে যাও ক'ত থাকো যেন পায়। ইফালে গ'লেও কুকুৰে দাঁত নিকিতাই ভূকিব, সেইফালে গ'লেও আলৈ আথানি হ'ব। ভঁড়াল ৰুই স্থান সাজি দিছোঁ ইয়াতে থাকা। আঘোণৰ দিনত ৰান্ধনি ঘৰৰ লক্ষ্মীৰ স্থানলৈ আদৰি লৈ যাম।

সেইদৰে কাতি বিহুৰ দিনা শস্য পথাৰত উৎপাদন বৃদ্ধিৰ কামনাৰে লক্ষ্মীদেৱীক পূজা কৰি উচ্চ স্বৰত গায়—

আদা দ'ল দ'ল গাজ্জি
মলাইনি মাইফ্রা বাজি
আদা দ'ল দ'ল
মালাইনি মায়া লেথি ফেথি
জৌংনি মায়া গথা গথি
জৌংনি মায়া খুমৰা জাথি।।

আদা দ'ল দ'ল (দৰঙৰত কাতি বিহুত এইদৰে কয়) অৰ্থাৎ কাতি বিহুৰ প্ৰসাদ, আনৰ ধানবোৰ বাজী বা নিস্ফল হৈছে, আনৰ ধানবোৰ খেলি মেলি হৈছে আমাৰ ধানগোট, কোমোৰা যেন হৈছে।

কৃষিজীৱি লোক সমাজৰ কৃষিৰ ঘাই সঁজুলি হ'ল গৰু বা মহ। গৰু, মহ চৰাবলৈ গৰখীয়াৰ প্ৰয়োজন। এই গৰখীয়া সকলেও সময়বুজি দুই চাৰি গীত মুখে মুখে ৰচনা কৰি গায়—

দুলা বাথা হুৰ বিৰদীং
জৌং বাগদাও দীং
গুমা দাওৰাই হুৰ বিৰদীং
জৌং বীং থেদীং

দুলাবাথা (এবিধ চৰাই) হুৰ হুৰাই উৰিছে আমি চক্ খাই উঠিছো, গুমা দাওৰায় (এবিধ দিঘলীয়া ফৰিং) হুৰ হুৰাই উৰিছে আমি আগচি লৈছো। আকৌ গায়—

অখ্রাং ছা ছা
চেৰজা দামদীং
হাদি থখলা লৈ অবং
হাদি থখলা,
সা সৌনাব



খামদামদীং
দাখা জৌমৈয়া লৈ অবং
দাখা জৌমৈয়া।

আকাশত চেৰেঙা বজাইছে হাড়গিলাই হে প্ৰভু হাড়গিলাই। উত্তৰ পশ্চিম দিশত মাদল বজাইছে কলীয়া ডাৱৰে, হে প্ৰভু কলীয়া ডাৱৰে।

দুমৰু খাওছাও বানা
খেলেং খেসেং গাবদীং
সানদুং গীসা যাদীং
দাও খখেলেং আয়ৈ
ৰিণদাও ৰিণসি গাবদীং
মানিবা দিখাৰাও আয়ৈ
মানিবা দিখাৰাও ??

দুমৰু গছত পৰি খেলেং খেছেংকৈ কান্দিছে, ৰ'দ বৰ চোকা হৈছে ককেলেং চৰাইজনী হিয়া ধুনি ধুনি কিহৰ দুখত কান্দিছে?

অইন অঞ্চলত বৰ' লোক সমাজত পাবলৈ টান দৰঙী বৰ'লোক সমাজৰ গৰখীয়া সকলৰ মাজত তীব্ৰ যৌনগন্ধী লালিলাং নামৰ এক ধৰণৰ গীতৰ প্ৰতিযোগিতা দুটা দলৰ মাজত হয়। তেনে প্ৰতিযোগিতাত হাৰ মনা দলৰ পৰা লাঠি, জাপি আদি কাঢ়ি অনা নিয়মো আছিল। সমাজৰ সকলো ক্ষেত্ৰতে গাব নোৱাৰাৰ বাবে তেনে গীত বহুখিনি বৰ্তমান হেৰাই গৈছে। গৰখীয়াসকল সাধাৰণতে চঞ্চল মনৰ হয়। সেয়ে ৰাস্তাৰে কোনো তিৰোতাই যোৱা দেখিলেই জোকাবলৈ গায়-

দাং দুবুৰি দুগৈ দীং
হাদ্ৰি গফংদীং
জাহা বাজৈয়া সি দানায়া
ৰজং থালাংদীং।

দাং দুবুৰি( বালিমাহী) চৰাইয়ে বালিত গা ধুইছে, ধুলি উৰিছে আমাৰ বৌজনীয়ে বোৱা কাপোৰত ফুটা বৈ গৈছে (পাতল হৈছে)।

লালিলাং বা লাইলাং প্ৰতিযোগিতাৰ আহ্বান জনালে প্ৰতিপক্ষই গায়—

সৈথ'নি সৈথালি
বৈসাগনি বৈগ্ৰী
দাখন নীং লালিলাং
জেন্‌নী গীনাংবা
হীনাংগীন নীংনাওখৌ
মিথিয়াখেসী দাং?

চ'তৰ চৈত্ৰী বহাগৰ বগৰী, লালিলাং নাগাবা, হাৰিলে ভনিয়াৰাক দিব লাগিব নজনা হ'বলা ?

গাভৰু ছোৱালী দেখিলেই জোকাবলৈ মুখখন যেন খজুৱাইহে থাকে--

মা দাও আগৈ মা দাও
বন বৈৰাগী দাও
হাবসা সিফাও সিলাই গাও
সিফা বেৰগাও গাও।

কি চৰাই ? সৰু জনী, কি চৰাই ? বন বৰাগী চৰাই। অনাবৰ'ৰ যোনিলৈ গুলি মাৰা, যৌনাংগৰ আকৃতি বিকৃতি হওক। পাঠক সমাজলৈ ক্ষমা বিচাৰি আৰু এটি মাত্ৰ লালিলাং গীত উদাহৰণ দিয়া যাওক —

নৌংনি ন বৈথিং যায় ( ন শব্দৰ অৰ্থ ঘৰ)
আংনি ন ইথিং হায়
গেজেৰাওখংখ্লানি চুবা
বিয়াওনী খয়নানৈ
নৗমাখৌ খালামবায়
ওদিখৌ বুহা হা।

তোমাৰ ঘৰ সৌফালে, মোৰ ঘৰ ইফালে মাজতে কাহিবনৰ চোব তাৰ মাজতেই যৌনক্ৰিয়া কৰি মাৰাক গৰ্ভৱতী কৰিলো।

সভ্য সমাজত নচলিলেও লালিলাং বোৰৰ লোক সাহিত্য হিচাপে মূল্য নথকা নহয়। কিন্তু সেইবোৰ কোনো লেখকে সংগ্ৰহৰ প্ৰয়োজনীয়তা অনুভৱ নকৰাৰ বাবে বহুখিনি ইতিমধ্যে হেৰাই গৈছে।

সৰু সৰু ল'ৰা ছোৱালী খেল প্ৰিয়। লোক খেলৰ সময়ত গোৱা অনেক গীত পোৱা যায়। যিবোৰত অৰ্থতকৈ ছন্দৰহে প্ৰাধান্য বেছি। কিবা এটি ভাঙিবলৈ গায়–

আখল বিমাখল
জৗমগৗৰা নুপুৰা
দুথুমালা
আদখাই স্ৰিং স্ৰাং গ।।

হাতৰ তলুৱা মাটিত পাৰি লৈ আঙুলিবোৰ হিচাপ কৰি কৰি খেলা এটি খেলত গায়—

ইসিং মিছিং হাথাই খিসিং
লহা লথি বেল পাত
ৰাজানি নআও হাল এওবায়



আসি বিজৌ দৗলাবায়।।
কোনোৱে দুগোন্ধ বায়ু এৰিলে গায়--
আইথালি বাইথালি
দাখীন দাখিয়া
আইসাৰি বাইসাৰি
খিফিদৈ মৌনামসৰি।
খেলৰ শেষত গায়—
অসীল বিসীল গীমীৰ বিসীল
সেল খান্দা নাখান্দা
থেলাবাৰি নাবাৰি
ফালা সুফু সকুৰে
এবাৰ সেবাৰ ৰাজা খান্দাল
গোলাঘাট সেলদিং সালদাং গ।।

দৰঙী বৰ' সমাজৰ চিত্তাকৰ্ষক অন্যতম লোকসংস্কৃতিৰ ভিতৰত ঢুলীয়াও এটি। ঢুলীয়াসকলে তেওঁলোকৰ কৃষ্টি প্ৰদৰ্শন কৰোতে পৰিৱেশ, পৰিস্থিতি আৰু প্ৰয়োজন অনুসৰি মুখে মুখে ৰচনা কৰি লোৱা ঢুলীয়া গীতবোৰ লোক সাহিত্যৰ এটি অংশ। ঢুলীয়াই খলা গানায় বা প্ৰদৰ্শন থলী গছকাৰ বাদি শেষ কৰাৰ পিছত মূল প্ৰদৰ্শনৰ আগে আগে এটি বন্দনা গীত গায়।

হে সৌৰজিগিৰি
সৌৰজিগিৰি আফা বাথৌ
ভুৰলি বুৰি খুলুমৗ জৗং,
হে গুৰু সাননা ৰাইজৗৰাজা
খুলুম হৰী জৗং।।
হে সানজা ফাৰসে খুলুম হৰী
সানজা বৰালি হে
সাহা ফাৰসে খুলুমৗ জৗং
মেৰু গসাইনী হে।
সৗনাব ফাৰসে খুলুম হৰী
দৈনিগিৰি আগ্ৰাং হে
খীলা ফাৰসে খুলুমৗ জৗং
মাইনাও বুঢ়িখৌ হে,
আগ্ৰাং ফাৰসে খুলুমৗ জৗং
মীদাই ৰাজ খুমৱি হে

হানি ফাৰসে খুলুমী জাং
হানি গিৰি হাইলুং হে।

অৰ্থাৎ সৃষ্টি কৰ্তা ঈশ্বৰ-ঈশ্বৰী তোমালোকক প্ৰণাম কৰো, গুৰুজন ৰাইজ তোমালোককো প্ৰণাম কৰো। পূবৰ সানজা বৰালি বা অগ্নি দেৱতা, উত্তৰ মেৰু বা শিৱ মহাদেৱ, দক্ষিণৰ লক্ষ্মীদেৱী, পশ্চিমৰ আগ্ৰাং বা জলদেৱতা, উৰ্দ্ধলৈ আকাশ পতি ৰাজ খুমব্ৰি আৰু অধঃপতি বা ধৰাপতি হাইলুঙলৈ প্ৰণাম কৰো।

লোক সমাজত কথাই কথাই শ্লোক বা যোজনা আবৃতি কৰা এটি ৰীতি আছে। ঢুলীয়া সকলেও কিছুমান যোজনা মুখে মুখে ৰচনা কৰি গায় যোৱাৰ লগে লগে ঢোলৰ বাদিত উঠাই। তেনে এটি যোজনা—

চতিয়া পাৰাৰৈ সাতিয়া বন গামাৰৈ পাথিয়া
পলাশ বাৰাৰৈ সহন ঝাৰ গামাৰৈ গহন।

অৰ্থাৎ চুতীয়া পৰীয়া সকল ধুনপেচ মৰা, বন গঞা বৰ বেছি দেখুৱা লোক পলাশবাৰীৰ লোকসকল সহনশীল আৰু ঝাৰ গঞা সকল গহীন-গম্ভীৰ লোক। প্ৰয়োজন সাপেক্ষে গাঁওবোৰৰ নাম সলনি কৰে।

দৰঙৰ বৰ'লোক সমাজে আঘোণ মাহৰ পূৰ্ণিমা তিথিৰ পৰা তিনি নিশালৈ শস্য সংৰক্ষণ আৰু বস্ত্ৰ উৎপাদন বৃদ্ধিৰ বাবে মৌহৌ হৌনায় বা মহৌ খুন্দা অনুষ্ঠান পালন কৰে। মি+হৌ > মৌহৌ মি মানে জীৱ জন্তু, পোক পৰুৱা, হৌ মানে চিকাৰ, অনুসন্ধান, পিছে পিছে যা, হৌনায় মানে খেদা। এইদৰেই মৌহৌ হৌনায় শব্দটি গঠিত হৈছে। অনাখৰী কৃষকে মৌহৌ খুন্দাত গোৱা গীত এটি এনেধৰণৰ

হৌৰে মৌহৌহৌ
আঘান মাংসৌননি ফুলি জাবায় হাঁৰৈ মৌহৌহৌ
মৌহৌ হৌনায়নি হুখুম জাবায় হাঁৰৈ মৌহৌহৌ
অহালি খনানি সত্ৰমা হাঁৰৈ মৌহৌহৌ
গিৰিয়া দণ্ড ওন্দুনা হাঁৰৈ মৌহৌহৌ
বাৰি খনানি এন্দা বিলাই হাঁৰৈ মৌহৌহৌ
গিৰিয়া সিখাৰনা ৰাও হৌলায় হাঁৰৈ মৌহৌহৌ
হাৰি গৌথাংনি বে হুদা হাঁৰৈ মৌহৌহৌ..........
..................................................................

গীতটিৰ ভাবাৰ্থ এনে ধৰণৰ — আঘোণ মাহৰ পূৰ্ণিমাত মহৌ খুন্দা হয়। শুই থকা গৃহস্থ উঠি মাত দে, জীৱিত জাতিৰ এয়া ৰীতি। মহৌ খুন্দাত ক'ত যে যাতনা, জোকে তেজ পি যায়। বিধবায়ো পলু পোহে ভালুকে পাতৰ যোগান দিয়ে। নোমেৰে ভোবোকাৰ বুঢ়া ভালুক এৰা পাতৰ ভাৰখন থৈ তাত বোৱাৰ নাচোন এটি নাছা। ভালুকটো বৰ অকৰা ইয়াক মাৰ ভাতহে লাগে। শ্যাম কঠালপাত জিক্‌মিকাই আমাক



টকাৰ টেকেলিটো দিয়া। মৌহৌ খুন্দা মৌহৌ খুন্দা।

ইয়াৰ বাহিৰেও নাওকটা, বাদাৰী বা কাঠ বণিকৰ গীত, চিপাহী আৰু অন্য চাকৰি কৰা সকলক উপহাস কৰা, বিভিন্ন ঋতু আদিৰ নানান উপলব্ধিৰ গীত লোক সমাজত পোৱা যায়।

নাও কাটিবলৈ যোৱা ভিনিয়েকক খুলশালিয়ে কয়—

অ গুমৈ অ গুমৈ
নাও দাননী থাংবালা
আংবৌ থাংফানী
দৈ লায়নী।
নাঙা আগৈ বিবৌনাং
মালায়া নুবালা
হাম হৌনগীন।
দে অবা গুমৈ আং থাঙা
নাও দাদনী থাংবালা
সালজৰা মাখুজৰা
লাবৌ গুমৈ।
দে লাবৌগীন দে আগৈ বিবৌনাং।

ভিনিদেউ নাও কাটিবলৈ( জাৰণিত) গলে পানী আনি দিবলৈ ময়ো যাম। নেলাগে সৰুজনী খুলশালি আনে দেখিলে বেয়া কব। তেনেহলে নেযাওদে। মোৰ বাবে জোৰে জোৰে শাল মাকু আনিবা।

আনিম বাৰু সৰু খুলশালী জনী।

অতীতৰ বৰ' সমাজত যিঁকোনো চাকৰি কৰা মানুহক আনৰ বান্দা, টোপোলা ভাৰি বুলি উপহাস কৰিছিল। যি কোনো কাৰণতে চৰকাৰী চাকৰি কৰা মানুহক ভাল চকুৰে চোৱা নাছিল। চাকৰিয়াল সকলক নানা ধৰণে উপহাস কৰা অনেক গীত লোক সমাজত পোৱা যায়।

ঐ দৌৰবিনি দৌলা গান্‌নৌ লুবৈদৌং
হৌনৌ হাগৌন্‌না নৌং
ঐ থাখানি আসান গান্‌নৌ লুবৈদৌং
হৌনৌ হাগৌন্‌না নৌং
বৰ ফাগাৰৈ বৰ' জাফাদাৰ
চেলাইমাৰায়া
হৌনৌ হাগৌন্‌না নৌং ?

সোণৰ কেৰু পিন্ধিবলৈ মন গৈছে, কেছা টকাৰ খাৰু পিন্ধিব বিচাৰিছো দিব

পাৰিবানে বৰ পাগমৰা বৰ বেছি দেখুৱা বৰ' চৰদাৰ দিব পাৰিবানে?

আকৌ— হাথৰ্খী ৰথ' ৰথ' থাংখু থফলা
সাহা মাওনায় হৌৱায়া থফলা বান্দা।

আকাশৰ উজ্জ্বল তৰা, ধপাতৰ টোপোলা, চাহ বাহানত কামকৰা মানুহজন আনৰ টোপোলা বহন কৰা বান্দা।

দাওখা হায় সিলা হায়
বৌৰৌ দান্দাগনা?
সিলাই দৌং দৌং বানায় সিপাইয়া
মালাইনি দাইনা।

সেইয়া কাউৰী, ছিলনী, ক'ত হাকুটা বাৰি ডাল? থং থং কৈ বন্দুক বহন কৰি ফুৰা চিপাহীজন আনৰ গোলাম।

দৰঙী বৰ' জন সমাজে এসময়ত কানিৰ গৰাহত পৰিছিল বুলি জনা যায়। কোনোবা অনাখৰী গীতিকাৰে কানিয়াক সকিয়নি দি গাইছিল—

খলা মাৰি মাৰি খানি সৌবগৌৰাখৌ
নুহৰ দৌং ৰ নুহৰ দৌং ৰ
হাৰামজাদা খানিয়া
খানি সৌবগৌমানি
হাৰামজাদা খানিয়া
খায়া বাংগালনি দাৰুৱা।

খলা মাৰি মাৰি কানি খোৱা তোক দেখিছো ৰ হাৰামজাদা কানিয়া। কানি খাই খাই হাৰামজাদা কানিয়াই কায়া বঙালৰ ধৰুৱা হ'ল।

লোক সাহিত্যৰ অন্য এটি গোপনীয় অংশ হ'ল মন্ত্ৰ সাহিত্য। এই মন্ত্ৰ সাহিত্য উদ্ধাৰ কাৰ্য সহজ নহয়। কিয়নো মন্ত্ৰজনা বহুলোকে সদৰি কৰিব ইচ্ছা নকৰে। নিদৰ্শন হিচাপে দুটিমান মন্ত্ৰ পাঠক সমাজক দিয়া হ'ল—

হুকাৰ জাৰা মন্ত্ৰ-
শনিবাৰি মঙ্গলবাৰি
আহিনি কাটি বাহিনী কাটি
তোৰ মুখ খন দিলুং কাটি
হুকাৰ যদি নহয় সাং

অমুকৰ মাথা খাং। অমুকৰ বুলি কোনো দেৱতাৰ নাম সলনি কোৱা হৈছে। উক্ত মন্ত্ৰৰে আদা জাৰি খাব দিয়ে।

খাপেৰী জাৰা মন্ত্ৰ—
'ঐ ঐ খাফাৰি মিথিয়া আং



জৌনীম নৌংনি মা জাথি
খাফাৰি বাথুৱা সান্দৌসা
খালাই সৌ (ফিসৌ)
জেবাওনি খাফাৰি
থাং থাং হুং সু।.....'
আদা নিমখ জাৰি খাব দিয়ে।

অৰ্থাৎ ঐ খাপেৰী বেতা তোৰ জাতি, জন্ম, সকলো জানো। খাপেৰী বান্দা তোৰ পুত্ৰৰ নাম সান্দা, খালাই নাটি ল'ৰা যৰ খাপেৰী তালৈ গুছি যা হুংকাৰ দিছো।

মন্ত্ৰ অধ্যয়ন কৰিলে বুজা যায় যে প্ৰকৃততে দ্ৰব্য (ঔষধ) গুণেহে কাম কৰে মন্ত্ৰৰ বাক্যবোৰ সন্মোহনী বাণী মাত্ৰ যিয়ে বেমাৰীৰ মনলৈ মানসিক শক্তি আনি দিয়ে।

দৰঙী বৰ' লোকসমাজত অনেক ফকৰা যোজনা শুনিবলৈ পোৱা যায়। উদাহৰণ স্বৰূপে দুটিমান দিয়া হ'ল -

'লানদাং মুনদাং ফুখুৰিনিফাৰ
নামা নামা থাবায়গাৰ।

অৰ্থ এনে ধৰণৰ— বাহিৰত বৰ চুবিয়াৰ ফেৰ ঘৰত ধকুৱাৰ বেৰ।

খুন থাই সিংআও মেল হীনায়
হিজ্ঞাওখৌ নাঙা হায়।'

মেলমাৰি ফুৰা তিৰোতাৰে সংসাৰ নচলে।

'আয়ৈ ফিছা খাংখ্ৰাই
দৰা হাংখ্ৰাই।'

আই জনী খাংখ্ৰাই দৰজা খন বন্ধ ৰাখিবা অৰ্থাৎ গাভৰু ছোৱালী সাৱধানে থাকিব লাগে।

ফিফাংনি গুনজেৎ ফি ফাঙাওনী থাঙী।

কাঠৰ পোক কাঠতে জী থাকে অৰ্থাৎ জিৰীকাৰ বাবে স্থানান্তৰ বা দেশান্তৰ হ'ব নালাগে।

'জাসিনা হীনায় ফিথাই গীথাও নঙা।'

জাচি দিয়া ফল মিঠা নহয় অৰ্থাৎ জাচনীয়া ছোৱালী চৰিত্ৰবান নহয়।

'খুগা জৌংসৌ খাও খাও
আখাই জৌং ফৈয়া ফাও।'

অৰ্থ-- মুখেৰে সাত হাল বোৱা।

লোক-সাহিত্যৰ এটি অংশ হ'ল মালিতা। বৰ' লোক সমাজত কেবাটাও মালিতা পোৱা যায় যদিও বাসি ৰাম জৌহীলাও নামৰ মালিতাটিৰ বাহিৰে টীকাকাৰে

অন্য মালিতা উদ্ধাৰ কৰিব পৰা নাই। উনৈশ শতিকাত ভূটিয়া চুবাদাৰসকলৰ বৰ' প্ৰজা আৰু বিশেষকৈ গাভৰু সকলৰ ওপৰত কৰা অত্যাচাৰৰ বাবে ভূটিয়া চুবাদাৰ সকল যাতে সেইবেলি ভৈয়ামলৈ নামি আহিব নোৱাৰে, গিৰি পথতে ভেটি মাৰি কাটি খেদি পঠিয়াই তাৰ আহ্বান কৰিছিল ডেকা-গাভৰুসকলে। সেই আহ্বান লৈ বাসিৰামৰ নেতৃত্বত গিৰি পথত ভূটিয়া চুবাদাৰ আৰু বৰ' সকলৰ মাজত লগা তয়া ময়া ৰণত বহু ভূটিয়া মৰা পৰিল আৰু অল্প সংখ্যক প্ৰাণলৈ পলোৱা বুলি মালিতাটিত পোৱা হায়। এই মালিতাটি নৱম মান শ্ৰেণীৰ পাঠ্যক্ৰমত অন্তৰ্ভুক্ত কৰা বাবে ইয়াত দিয়া নহ'ল।

দৰঙী বৰ' লোক সাহিত্যৰ অধ্যয়নে দৰঙৰ বৰ' সমাজৰ সেই সেই সময়ৰ আৰ্থ-সামাজিক, ধৰ্মীয় অৱস্থা, ৰীতি-নীতি, জনবিশ্বাস, জন-মানস আদি নানা দিশৰ প্ৰতিফলন কৰে। ই দৰঙী লোক ভাষাৰ অনেক শব্দ, ধ্বনিগত বিশেষত্ব আৰু বাক্য গাঠনিৰ নিজস্ব শৈলীৰ পৰিচয় দাঙি ধৰে। দৰঙী লোক সাহিত্য অধ্যয়নৰ বহল ক্ষেত্ৰ এখন আছে। ইয়াত চমুকৈ ইঙ্গিত মাত্ৰ দিয়া হ'ল।□□

তথ্য যোগানকাৰী সকল-

- ✓ শ্ৰীমতী ধিলি মছাহাৰী ২ নং আমগুৰি
- ✓ শ্ৰীমতী জাপি বৰ', ২ নং আমগুৰি
- ✓ স্বৰ্গীয় দুবুৰা কছাৰী, ২ নং আমগুৰি
- ✓ স্বৰ্গীয় পচাৰাম বসুমতাৰী, ২ নং আমগুৰি
- ✓ শ্ৰীঘনকান্ত বৰ', কাহিবাৰী
- ✓ শ্ৰীজনাৰাম বৰ', কাহিবাৰী
- ✓ শ্ৰীমুগথাংসা বৰ', হৰিশিঙা
- ✓ শ্ৰীৰাতিকান্ত বসুমতাৰী, ওদালগুৰি
- ✓ শ্ৰীকমিৰাম কছাৰী, কলিতাপাৰা
- ✓ শ্ৰীমতী জাংলাব বৰ', কাহিবাৰী □□



# দৰঙী উপভাষাৰ ক্ৰমবিকাশ ইয়াৰ বৈশিষ্ট্য আৰু শব্দভাণ্ডাৰ

ড° জীৱন চন্দ্ৰ পাঠক

যিবোৰ ব্যক্তিভাষা বহল ভাবে একে, যিবোৰ ব্যক্তিভাষা কওঁতাসকলৰ পৰস্পৰৰ মাজত বোধগম্য সেইবোৰ ব্যক্তিভাষাক সমষ্টিগতভাৱে আঞ্চলিক ভাষা বা উপভাষা বুলি কোৱা হয়। অৰ্থাৎ যি জনসমষ্টিৰ ইজনে সিজনৰ ব্যক্তিভাষা বুজে সেই জনসমষ্টিৰ ব্যক্তিভাষাৰ সমগ্ৰতাই হ'ল এটা উপভাষা।[১]

উপভাষাৰ সৃষ্টিৰ মূল কাৰণ হ'ল মানুহৰ পাৰস্পৰিক যোগাযোগৰ অভাৱ। সাধাৰণতে দুটা অঞ্চলৰ মানুহৰ মাজত বিভিন্ন কাৰণবশতঃ যোগাযোগৰ অভাৱ ঘটিব পাৰে। এই ক্ষেত্ৰত প্ৰাকৃতিক আৰু সামাজিক উভয় প্ৰকাৰ বাধাৰ গুৰুত্ব দেখা গ'লেও সামাজিক বাধাৰ ভূমিকাহে তুলনামূলকভাৱে বেছি। পৰ্বত, পাহাৰ, অটব্য অৰণ্য, ডাঙৰ নদী আদিয়ে দুটা অঞ্চলৰ মানুহৰ মাজত যোগাযোগৰ অভাৱ ঘটাব পাৰে। কিন্তু এই যোগাযোগৰ অভাৱ উপভাষা সৃষ্টিৰ প্ৰধান কাৰণ হ'ব নোৱাৰে। অসমীয়া ভাষাৰ উপভাষা সমূহলৈ লক্ষ্য কৰিলে এই কথা সহজে বুজিব পাৰি দৰাচলতে উপভাষা সৃষ্টিৰ প্ৰধান কাৰণ হ'ল সামাজিক ব্যৱধান। যদি একেটা ভাষা কোৱা জনসমষ্টিয়ে দুটা ভিন্ন পৰিবেশত দুটা ভিন্ন শাসক গোষ্ঠীৰ অধীনত বসবাস কৰে আৰু তেওঁলোকৰ মাজত যদি পাৰস্পৰিক যোগাযোগৰ বাবে বিশেষ সুবিধা নাথাকে- - বিশেষকৈ সামাজিক উৎসৱ- অনুষ্ঠান, বিয়া-বাৰুৰ ৰীতি-নীতি আদি নিজ নিজ অঞ্চলতে আবদ্ধ থাকে, তেনেহ'লে সময়ত দুয়োটা অঞ্চলৰ ভাষাই কিছু কিছু দিশত সুকীয়া ৰূপ ল'ব পাৰে। এনেদৰে অঞ্চলভেদে উপভাষাৰ সৃষ্টি হ'ব পাৰে।

অসমীয়া ভাষাটো বিভিন্ন উপভাষাৰ এটি সংহত ৰূপ। অসমীয়া ভাষাৰ বিভিন্ন উপভাষাৰ ভিতৰত দৰঙীও এটা উপভাষা। কোচ ৰজা ধৰ্মনাৰায়ণ আৰু তেওঁৰো পূৰ্বৰ ভূঞা ৰজাসকলৰ ৰাজত্বকালৰে পৰা অতীতৰ 'দেশ দৰং' বা 'দৰং ৰাজ্য'ত এক বিশেষ ভৌগোলিক, ৰাজনৈতিক আৰু সাংস্কৃতিক পৰিৱেশ গঢ়ি উঠা বাবে দৰঙী প্ৰজাসাধাৰণৰ মাজত অসমীয়া ভাষাৰ এক আঞ্চলিক ৰূপৰ জন্ম হয়। এই আঞ্চলিক ৰূপেই হ'ল দৰঙী উপভাষাৰ সৈতে কামৰূপী উপভাষা আৰু মান্য অসমীয়া ভাষাৰ ধ্বনিতত্ত্ব, ৰূপতত্ত্ব, শব্দভাণ্ডাৰ, বাক্য বিন্যাস আৰু অৰ্থতত্ত্বৰ ক্ষেত্ৰত অমিল দেখা যায়। এই পাৰ্থক্যৰ মূলতে হ'ল— মান্য অসমীয়া ভাষা— অৰ্থাৎ যিটো অঞ্চলৰ উপভাষাক মান্য ভাষাৰ মৰ্যাদা দিয়া হৈছে, সেই অঞ্চল আছিল আহোম স্বৰ্গদেৱসকলৰ

শাসনাধীন। কিন্তু দৰঙী উপভাষা কোৱা তাহানিৰ দৰং ৰাজ্য শাসন কৰিছিল ভূঞা শাসক সকলে আৰু ধৰ্মনাৰায়ণৰ বংশৰ দৰঙী কোচ ৰজাসকলে। দুটা ভিন্ন শাসক গোষ্ঠীয়ে উজনি অসম আৰু দৰং ৰাজ্য শাসন কৰাৰ বাবে দুয়োটা অঞ্চলৰ জনসাধাৰণৰ মাজত পাৰস্পৰিক যোগাযোগৰ বিশেষ সুবিধা নাছিল। আনহাতে দৰঙী ৰজাসকলৰ ৰাজত্ব কালৰে পৰা দৰঙত এক সুকীয়া সংস্কৃতিয়ে গা কৰি উঠিছিল। সেয়েহে দৰঙৰ সামাজিক উৎসৱ- অনুষ্ঠান, ৰীতি-নীতি, আচাৰ- ব্যৱহাৰ আদি অসমৰপৰা কিছু পৃথক হৈ পৰিছে। আনকি সামাজিক অনুষ্ঠান বিয়াৰ নীতি-নিয়ম দুয়োটা অঞ্চলত আজিও কিছু পৃথক। আনহাতে দৰঙৰ মানুহৰ সামাজিক লেন-দেন— বিশেষকৈ বিয়া-বাৰু, ব্যৱসায়-বাণিজ্য আদি দৰঙৰ ভিতৰতে সীমাবদ্ধ আছিল। সেয়েহে দৰঙৰ জনসাধাৰণৰ ভাষাই উজনি অসমৰ মানুহৰ ভাষাৰ পৰা কিছু পৃথক হৈ এটি সুকীয়া ৰূপ লাভ কৰাৰ সুযোগ পালে। তদুপৰি( অবিভক্ত) কামৰূপ জিলাত কোৱা কামৰূপী উপভাষাৰ লগতো দৰঙী উপভাষাৰ বিভিন্ন দিশত অমিল দেখা যায়। এই দুই উপভাষাৰ পাৰ্থক্যৰ মূলতে হ'ল এই দুই উপভাষা কোৱা অঞ্চল দুটা বেলেগ বেলেগ শাসক গোষ্ঠীয়ে শাসন কৰিছিল। প্ৰাক্ ব্ৰিটিছ কাললৈকে এই দুই অঞ্চল ৰাজনৈতিকভাৱে সম্পূৰ্ণ পৃথক আছিল। ধৰ্মনাৰায়ণে প্ৰতিষ্ঠা কৰা দৰং ৰাজ্যত ব্ৰিটিছে অসম অধিকাৰ কৰাৰ সময়লৈকে কেৱল দৰঙী ফৈদৰ ৰজাসকলেহে ৰাজত্ব কৰিছিল। সেয়েহে কামৰূপৰ জনসাধাৰণৰ লগত দৰঙৰ জনসাধাৰণৰ যোগাযোগৰ ক্ষেত্ৰত কিছু বাধা আহি পৰিছিল। তদুপৰি দৰঙী ৰজাসকলৰ সুস্থিৰ শাসন ব্যৱস্থাই দৰঙৰ সমাজ- সংস্কৃতিত এক সুস্থিৰতা দান কৰিছিল। ফলত দৰঙী সংস্কৃতি তথা সংস্কৃতিৰ অন্যতম উপাদান ভাষাই এক সুকীয়া ৰূপ লাভ কৰিবলৈ সক্ষম হ'ল। এইদৰে ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক কাৰণত দৰঙৰ জনসাধাৰণৰ ভাষা কামৰূপৰ জনসাধাৰণৰ ভাষাৰ পৰা পৃথক হৈ পৰিল।

দৰঙী উপভাষাৰ প্ৰাচীনতম নিদৰ্শন পোৱা যায় তাহানিৰ দৰং ৰাজ্যত ৰচিত অসমীয়া কবি-সাহিত্যিকসকলৰ ৰচনাৰাজিত। ধৰ্মনাৰায়ণৰ বংশৰ দৰঙী ৰজাসকলে মঙ্গলদৈৰ মোহনপুৰত ৰাজধানী স্থাপন কৰি অসমীয়া সাহিত্যৰ এটি নতুন কেন্দ্ৰ প্ৰতিষ্ঠা কৰে।[২] এই দৰঙী ৰজাসকলৰ পৃষ্ঠপোষকতা লাভ কৰা অসমীয়া কবি-সাহিত্যিকসকলৰ ৰচনাৰাজিত দৰঙী উপভাষাৰ বৈয়াকৰণিক বৈশিষ্ট্য তথা শব্দভাণ্ডাৰৰ কিছু আভাস পোৱা যায়।

দৰঙী ৰজা ধৰ্মনাৰায়ণ, সমুদ্ৰনাৰায়ণ(মহেন্দ্ৰ নাৰায়ণ) আদিৰ পৃষ্ঠপোষকতাত অসমীয়া মহাভাৰতৰ কবি ৰামসৰস্বতীয়ে 'সিন্ধুযাত্ৰা', 'গীত গোবিন্দ কাব্য', 'সাবিত্ৰী উপাখ্যান' আদি পুথি ৰচনা কৰিছিল। ৰামসৰস্বতীৰ পুত্ৰ গোপীনাথ পাঠকে ধৰ্মনাৰায়ণৰ পৃষ্ঠপোষকতাত মহাভাৰতৰ 'সভাপৰ্ব', দ্ৰোণ পৰ্ব' আৰু 'স্বৰ্গাৰোহণ পৰ্ব'ৰ পদ কৰে। দৰঙী ৰাজ্যৰ আন এজন উল্লেখযোগ্য কবি হ'ল বিদ্যাপঞ্চানন। এওঁ 'বিৰাট পৰ্ব',



'ভীম পৰ্ব', ৰ অন্তৰ্গত, 'অম্বাৰ চৰিত্ৰ' আৰু 'কৰ্ণ পৰ্ব'ৰ পদ ৰচনা কৰে। ধৰ্মনাৰায়ণৰ ৰাজসভাত থাকি দামোদৰ দ্বিজে 'শল্য পৰ্ব'ৰ পদ আৰু শুভনাথদ্বিজ সৰস্বতীয়ে 'ধৰ্ম সম্বাদ' পুথি ৰচনা কৰে। পৰম্পৰা প্ৰচলিত আছে যে, এই গৰাকী ৰজাৰ ৰাজসভাৰ কবি সুকবি নাৰায়ণদেৱে 'পদ্মা পুৰাণ' ৰচনা কৰে। দৰঙী ৰজা হয়নাৰায়ণৰ আদেশক্ৰমে ৰতিকান্ত দ্বিজে 'ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণ ভাঙিবলৈ লয়। অৱশ্যে তেওঁ অষ্টম অধ্যায়ৰ পৰা আৰম্ভ কৰি প্ৰথম তিনিখণ্ড শেষ কৰি কৃষ্ণ জন্ম খণ্ডৰো কিছু অংশ পদ কৰে। তেওঁৰ অৱশিষ্ট অংশৰ নন্দীশ্বৰ দ্বিজ, বিশ্বেশ্বৰ দ্বিজ, খৰ্গেশ্বৰ দ্বিজ আৰু নৰোত্তম দ্বিজে ভাঙনি কৰে।[৩] দৰঙী ফৈদৰ ৰজা চন্দ্ৰনাৰায়ণৰ ৰাজত্ব কালত ভবানন্দ মিশ্ৰই 'গোবিন্দ চৰিত্ৰ' (খটৰা সত্ৰৰ ইতিহাস) নামৰ এখনি পুথি ৰচনা কৰে। আনহাতে দৰঙী ৰজা সমুদ্ৰনাৰায়ণৰ ৰাজত্বকালত মঙ্গলদৈ মহকুমাৰ বলদেৱপাৰা গাঁৱৰ বুৰঞ্জীবিদ তথা জ্যোতিষী পণ্ডিত বলদেৱ সূৰ্যখড়ি দৈৱজ্ঞই কোচ ৰজাসকলৰ বিৱৰণ 'শিৱ বংশাৱলী' বা 'ৰাজবংশাৱলী' নামৰ গ্ৰন্থখন ৰচনা কৰে। এইখনেই হৈছে 'দৰঙ্গ ৰাজবংশাৱলী'। দৰঙী ৰজা জগৎ নাৰায়ণৰ পুত্ৰ গন্ধৰ্ব নাৰায়ণৰ আদেশত সূৰ্যদেৱ সিদ্ধান্তবাগীশে ৰাজবংশাৱলী' বা 'গন্ধৰ্বনাৰায়ণৰ বংশাৱলী' নামৰ পুথিখন ৰচনা কৰে। ইয়াৰ বাহিৰেও মধু নাৰায়ণে কোঁৱৰৰ 'অগ্নি পুৰাণ' বা 'যমৰ ঘৰত জীয়ন্তা মনুষ্য', কবিৰাজ সূৰ্য বিপ্ৰৰ 'শিয়ালা বৈষ্ণৱ চৰিত্ৰ', জয়ৰামৰ 'শীতলা' আদি দৰঙী ৰাজ্যত ৰচিত উল্লেখযোগ্য পুথি। এই পুথিসমূহৰ পৰা পুৰণি দৰঙী উপভাষাৰ বিষয়ে কিছু আভাস পোৱা যায়। কিয়নো এই পুথিসমূহত লিখকসকলৰ অজ্ঞাতে দুটা- চাৰিটা দৰঙী উপভাষাৰ শব্দ সোমাই পৰিছে। উদাহৰণস্বৰূপে দৰঙৰ ৰচিত পুথিত দৰঙী উপভাষাৰ শব্দৰ ব্যৱহাৰ দেখুওৱা হ'লঃ অবাইচা (হালত নলগোৱা)ঃ

'অবাইচা গৰুক প্ৰভু যুৰি বাবে হাল।'[৪]

একেলা( অকলে)ঃ

'হেন মাতা এৰি মই যাইবো একেলা।'[৫]

খুণ্ড (খান্দ)ঃ

'হোম কুণ্ড খুণ্ডিলেক পৃথিবীৰ মাঝে।'[৬]

জুৱাৰু (জুৱাৰী)ঃ

'সৰ্বলোকে বোলে বেটাক জুৱাৰু টেন্টন।'[৭]

তবু (তথাপি)ঃ

'নাক কাণ কাটা গোধাৰ তবু লাজ নাই।'[৮]

উপৰ (ওপৰ)ঃ'ঝাম্প দিয়া উঠিলেক ৰথৰ উপৰ।'[৯]

দিকি ( পিনে)ঃ

'চাৰি দিকি চাহিলেক মহা ক্ৰোধ মনে।'[১০]

নেদা (নিদিয়া) ঃ
'কেনে নেদা সমিধান থাকি সমাজত।'[১১]
আন্বয় ( সদৃশ, দেখিবলৈ একে) ঃ
'জাতিত যে মেচ সিটো কিৰাট আন্বয়।'[১২]
ঝুলি ( জোলোঙা)ঃ
'কান্ধহস্তে ঝুলিখান মাটিত যে থৈলা।'[১৩]
ভেটুৰাঁ (এবিধ মাটিৰ পাত্ৰ) ঃ
তাকে ভেটুৰাঁ থৈলা কৰিয়া সন্মান।'[১৪]
নাগাৰা (নাগেৰা) ঃ
'ঢাক ঢোল ডগৰ নাগাৰা।'[১৫]
নিলা(নিলে)ঃ
কোলে তুলি জ্ঞাতিগণে নদী তীৰে নিলা।'[১৬]
লৰু ( এচাৰি)ঃ
'উতলাই লৰু আনি তথাতে পুতিলা।'[১৭]
শিথান( শিতান)ঃ
'কাথিৰ শিথান দিয়া ৰাজা আছে মৰি।'[১৮]

সকলো জাতিৰে সাহিত্যই লিখিত ৰূপ পোৱাৰ আগতে সেই জাতিৰ মাজত মৌখিক গীতমাত,প্ৰৱচন, সাধুকথা আদি থকাৰ প্ৰমাণ পোৱা যায়। দৰঙী উপভাষাতো বিবিধ গীত-মাত, সাধুকথা, ফকৰা-যোজনা, সাঁথৰ আদিৰ প্ৰচলন সুদূৰ অতীতৰ পৰা আছিল। এই মৌখিক গীত-মাত সাধুকথা, ফঁকৰা-যোজনা, সাঁথৰ আদিতো উপভাষাটোৰ প্ৰাচীন ৰূপ সংৰক্ষিত হৈছে। পুৰণি উপভাষাৰ বৈশিষ্ট্য বহনকাৰী কেইটামান গীতৰ নমুনা তলত দিয়া হ'লঃ

**(ক) আইনাম ঃ**

দিহা ঃ— জয় কৃষ্ণ বুলি হৰিবোলা।
হৰিবোলা, হৰিবোলা।

**পদ ঃ—**

ঠাইখিনি মচিলা নৈবদ বৰালা
নও যুৰি লগালা ধূপ (হৰি হে)
আলোৱা চাউলৰ মুঠি পদো ফুলৰ গুটি
তুলেহি উত্তম ফুল( হৰিহে)।।
নও ব'নীয়েকে চাব্ৰেই বেৰি বেৰি
শীতেলী আইৰে ৰূপ (হৰি হে)
ছানাটো ব'নীয়েকে চাৱেই বেৰি বেৰি



ডাঙাৰটো ব'নীয়েকৰ ৰূপ(হৰি হে)।।
আইৰনাম পতিমা কৈলাখে গেইছিলা
চম্পাফুল নাছিলা কিয়(হৰি হে)।।
চম্পাফুল আনিবা কৈলাখে গেইছিলোঁ
ভমৰাই কৰিলা চুৰা(হৰি এ)।[১৯]

**(খ) বিয়ানাম ঃ**

অ' বৰ ঘৰৰ পেৰে আহ্ লগৰী
অ' মাএৰেৰ মৰমৰ ছাৰিএ
শুন্ কেশেশ্বৰী ওলেই আহ্ লগৰী।
অ' কেংকে যাম লগৰী মাইৰ মৰমৰ ছাৰি
অ' বুকতে অগনি জ্বলেহে এ
শুন্ কেশেশ্বৰী ওলেই আই লগৰী।[২০]

**(গ) নিন্দাপদ ঃ**

কন্দলৰ মকুৰা বামুণটো খকুৰা
হৰি এ, পিঠা খাউঁ পিঠা খাউঁ কৰে( হে ৰাম)
বামুণৰ ঘন্নাকে পিঠা সাজ়বা নাজানে
হৰি এ বামুণটো খখতে মৰে–( হে ৰাম)[২১]

**(ঘ) মহোঁখুন্দা ঃ**

থুপুৰী হৌৰে থুপুৰী হৌ– হৌৰে মহহৌ।
কণা কুজা এক্‌ফাল হৌ – হৌৰে মহহৌ।
আথেৰ ঘৰৰ তুঁহৰ ধোৱা – হৌৰে মহহৌ।
ছ'লি কান্দে টোহা টোহা – হৌৰে মহহৌ।
আথেৰ ঘৰৰ কঠাৰ ঝাপ – হৌৰে মহহৌ।
মহে বোলে ঐ বাপ্ – হৌৰে মহহৌ।
আথেৰ ঘৰৰ নুন ঝালুক – হাইৰোকা হাইৰা।
ওলাই আহেই বুৰা ভালুক – হাইৰোকা হাইৰা।
আহ্ ভালুকী আহ্ ৰে – হাইৰোকা হাইৰা।
এটা নাচন দিয়া ৰে – হাইৰোকা হাইৰা।
ডাঙাৰ কাকেই ডাঙাৰ বৌ – হাইৰোকা হাইৰা।
পইচা আছে ক'ত কৌ – হাইৰোকা হাইৰা।
বাঁহৰ পাত চিকিমিকি– হাইৰোকা হাইৰা।
আমাক দিবো সিকি সিকি – হাইৰোকা হাইৰা।

বাঁহৰ পাত পকা পকা — হাইৰোকা হাইৰা।
আমাক দিবো টকা টকা — হাইৰোকা হাইৰা।
জয় ৰাম বোলা, জয় হৰি বোলা।[২২]

পুৰণি দৰঙী উপভাষা বৈশিষ্ট্য বহনকাৰী কেইটামান সাঁথৰৰ নমুনা তলত দিয়া হ'ল ঃ

(ক) লেঠেং ঠেং দুডাল বাৰী
তাৰে উপৰত মদৰ হাৰী
তাৰে উপৰত ভাঙা লোতা
তাৰে উপৰত জাবৰৰ সোতা। উত্তৰ- মানুহ[২৩]

(খ) সৰু সৰু চৰাইটোৰ
বৰ বৰ বুধি
মাটিৰ তলত ডিমা পাৰেই
গছৰ উপৰত উঠি। উত্তৰ ঃ কাঠ আলু।[২৪]

(গ) দীঘলো দীঘল বন্দীঘল
পানীও পানী বৰপানী
মৰাই আনেই জীয়াক টানি। উত্তৰ ঃ বৰশী।[২৫]

(ঘ) আগুৱেই যাই পিছুৱাই হাগেই
সেই বস্তুটু গোহেইক লাগেই। উত্তৰ ঃ পাৰ চৰাই[২৬]

(ঙ) পেটটো ডাঙাৰ
মুখখান সৰু
খাই হুলি মানুহ গৰু। উত্তৰ ঃ ঘৰ।[২৭]

(চ) গাছৰ উপৰত গুটি
গুটিৰ উপৰত গাছ। উত্তৰ ঃ আনাৰস বা সফুৰি কঠাল।[২৮]

দৰঙত প্ৰচলিত ফকৰা-যোজনাৰ নমুনা তলত দিয়া হ'লঃ

(ক) আইছ অতিথি বইভি শিলত।
ঘেতেৰ মেতেৰ ঝ'ম্লি মৰ্বি কিলত।।
অৰ্থ ঃ নিজে নিজৰ মৰ্যাদা ৰাখি চলা উচিত।[২৯]

(খ) তৰ পানীৰ মাছুৱেই।
টোপোৰ টেঙাৰ গাছুৱেই।
অৰ্থ ঃ অকৰ্মণ্য লোকৰ কৰ্ম।[৩০]

(গ) উল্লি উৰিয়া, পিঙ্কিলি চুৰিয়া।
অৰ্থ ঃ একোটা বস্তুকে নানা কামত লগোৱা।[৩১]

উল্লিখিত পুথি আৰু মৌখিক গীত-মাত, সাঁথৰ, ফকৰা আদিৰ পৰা পুৰণি



দৰঙী উপভাষাৰ বিষয়ে কিছু কথা জানিব পৰা যায়।

দৰঙী উপভাষাৰ ধ্বনিতত্ত্ব, ৰূপতত্ত্ব, বাক্য বিন্যাস, অৰ্থতত্ত্ব, শব্দমালা আনকি ফঁকৰা- যোজনা আদিতো এক সুকীয়া বৈশিষ্ট্য দেখা যায়।

**ধ্বনিতাত্ত্বিক বৈশিষ্ট্য ঃ**

(ক)দৰঙী উপভাষাৰ বিশিষ্ট ব্যঞ্জনধ্বনি একুৰি দুটা। মান্য অসমীয়া ভাষাৰ আটাইবোৰ বিশিষ্ট ব্যঞ্জন ধ্বনি দৰঙী উপভাষাত পোৱাৰ উপৰিও ইয়াৰ দন্তমূলীয় ঘৃষ্ট সঘোষ মহাপ্ৰাণ 'ঝ'(jh) ধ্বনি পোৱা যায়। কামৰূপী উপভাষাৰ দক্ষিণ অঞ্চলৰ ভাষাত কোনো কোনো শব্দ দৰঙী উপভাষাৰ দৰে 'ঝ'(jh) ধ্বনি উচ্চাৰণ শুনা যায় যদিও কামৰূপী উপভাষাত 'ঝ'(jh) ধ্বনি বিশিষ্ট ব্যঞ্জন নহয়। মান্য অসমীয়া ভাষাত 'ঝ' ধ্বনিৰ উচ্চাৰণ শুনা নাযায়। সংস্কৃত বানান পদ্ধতিৰে মান্য অসমীয়া ভাষাত কিছুমান শব্দত 'ঝ' আখৰ নিলিখিলেও তাৰ উচ্চাৰণ হয় 'জ!(j) ধ্বনিৰ দৰে। কিন্তু দৰঙী উপভাষাৰ দন্তমূলীয় ঘৃষ্ট সঘোষ মহাপ্ৰাণ 'ঝ'(jh) ধ্বনি স্পষ্ট উচ্চাৰণ শুনা যায়। দৰঙী উপভাষাৰ ই এক সুকীয়া বৈশিষ্ট্য। এই উপভাষাত পদৰ আদি, মধ্য আৰু অন্ত্য— তিনিওটা অৱস্থাতে 'ঝ'(jh) ধ্বনিৰ প্ৰয়োগ দেখা যায়। যেনে—

**পদৰ আদি অৱস্থানত ঃ**

/জ/ জীয়া(জীৱিত)— জুলি (সৰু নলা বা খাৱৈ)
/ঝ/ ঝীয়া ( ছোৱালী) — ঝুলি ( জোলোঙা)

**পদ মধ্যৱৰ্ত্তী অৱস্থানত ঃ**

/জ/ গাজেলি ( গজালি)
/ঝ/ মাঝেলি ( মজলীয়া)

**পদান্ত অৱস্থানত ঃ**

/জ/ বাজ ( শেনতকৈ ডাঙৰ এবিধ চিকাৰী চৰাই)
/ঝ/ মাঝ ( মাজ)

(খ) দৰঙী উপভাষাত শ্বাসাঘাতৰ কোনো নিৰ্দিষ্ট স্থান নাই। এই উপভাষাৰ কিছুমান শব্দত মান্য অসমীয়া ভাষাৰদৰে শ্বাসাঘাতৰ উপধা অক্ষৰত পৰে আৰু কিছুমান শব্দত কামৰূপী উপভাষাৰদৰে শ্বাসাঘাত আদি অক্ষৰত পৰে। যেনে—

| সংস্কৃত | দৰঙী উপভাষা | মান্য অসমীয়া |
|---|---|---|
| কুক্কুট | কুকুৰা | কুকুৰা |
| চণ্ডাল | চোতাল | চোতাল |
| কিন্তু | | |
| ৰদাল | বল্লি | বৰালি |
| ন-পাৰয়তি | ন'ৰৈই | নোৱাৰে |

(গ) দৰঙী উপভাষাত এক অক্ষৰযুক্ত শব্দৰ বাহিৰে আন শব্দৰ শেষত দ্বিস্বৰ

'ঐ' পোৱা নাযায়। মান্য অসমীয়া ভাষাৰ এক অক্ষৰযুক্ত শব্দৰ আন শব্দৰ শেষত থকা দ্বিস্বৰ 'ঐ'ৰ ঠাইত দৰঙী উপভাষাত–'এই' হয়। যেনে–

| মান্য অসমীয়া | দৰঙী উপভাষা |
|---|---|
| আমৈ | আমেই |
| খালৈ | খালেই |

মন কৰিবলগীয়া কথা যে মান্য অসমীয়া ভাষাৰ আদি অক্ষৰত থকা 'অ'-স্বৰৰ ঠাইত দৰঙী উপভাষাত কেতিয়াবা কেতিয়াবা দ্বিস্বৰ 'ঐ' পোৱা যায়। যেনে–

| মান্য অসমীয়া | দৰঙী উপভাষা |
|---|---|
| চ'ত | চৈত |
| ব'হাগ | বৈহাগ |
| ব'ঠা | বৈঠা |

(ঘ) দৰঙী উপভাষাৰ মহাপ্ৰাণ ধ্বনিৰ বহুল প্ৰয়োগ মন কৰিবলগীয়া। মান্য অসমীয়া ভাষাৰ অল্পপ্ৰাণ ধ্বনি কিছুমান দৰঙী উপভাষাত মহাপ্ৰাণ ধ্বনিৰূপে উচ্চাৰিত হয়। যেনে–

| মান্য অসমীয়া | দৰঙী উপভাষা |
|---|---|
| ঠোঁট | ঠোঁঠ |
| ধতুঁৰা | ধুথুঁৰা |
| ফাপৰ | ফাফৰ |

কিছুমান শব্দত মান্য অসমীয়া ভাষাৰ মহাপ্ৰাণ ধ্বনি দৰঙী উপভাষাত অল্পপ্ৰাণ ধ্বনিৰূপে উচ্চাৰিত হয়। যেনে–

| মান্য অসমীয়া | দৰঙী উপভাষা |
|---|---|
| জলফাই | জলপেই |
| ভনী | ব'নী/বৈনী |
| হাইঠক | হাইতল |

(ঙ) মান্য অসমীয়া ভাষাৰ ত্ৰি অক্ষৰযুক্ত শব্দৰ পদান্তত '-ই আৰু দ্বিতীয় অক্ষৰত '-অ-' বা 'আ' ধ্বনি থাকিলে দৰঙী উপভাষাৰ সেই '-অ-' বা '-আ-' ধ্বনি প্ৰায়ে '-এ-' ধ্বনিলৈ পৰিবৰ্তন হয়। যেনে–

| মান্য অসমীয়া | দৰঙী উপভাষা |
|---|---|
| কছাৰী | কছেৰী |
| চাকৰি | চাকেৰি |
| ডাঙৰি | ডাঙেৰি |

(চ) মান্য অসমীয়া ভাষাৰ কিছুমান শব্দৰ পৰৱৰ্তী অক্ষৰত নিম্ন স্বৰধ্বনি আৰু পূৰ্বৱতী অক্ষৰত উচ্চ-মধ্য, উচ্চ-নিম্ন-মধ্য স্বৰধ্বনি থাকিলে দৰঙী উপভাষাত



সেইবোৰ ধ্বনি নিম্ন স্বৰধ্বনিলৈ গতি কৰা দেখা যায়। যেনে–

| মান্য অসমীয়া | দৰঙী উপভাষা |
|---|---|
| কেঁকোৰা | কাকাৰা |
| খলিহ্না | খ'লহানা |
| নাগেৰা | নাগাৰা |

(ছ) দৰঙী উপভাষা কেতিয়াবা কেতিয়াবা পূৰ্বৱৰ্তী অক্ষৰত থকা উচ্চ স্বৰধ্বনিৰ প্ৰভাৱত পৰৱৰ্তী অক্ষৰত থকা নিম্ন স্বৰধ্বনি উচ্চ স্বৰধ্বনিলৈ গতি কৰা দেখা যায়। যেনে–

| মান্য অসমীয়া | দৰঙী উপভাষা |
|---|---|
| টিকনি | টিকিনি |
| নিগনি | নিঙিনি |
| বিচনা | বিচিনা |

(জ) দৰঙী উপভাষাত কেতিয়াবা কেতিয়াবা মান্য অসমীয়া ভাষাৰ এক অক্ষৰযুক্ত শব্দৰ পিছত, স্বাৰ্থিক '-আ' প্ৰত্যয় যোগদি শব্দটোক দ্বিঅক্ষৰীয় কৰা দেখা যায়। যেনে-

| মান্য অসমীয়া | দৰঙী উপভাষা |
|---|---|
| খেল | খেলা |
| বেৰ | বেৰা |
| সোণ | সোণা |

(ঝ) মান্য অসমীয়া ভাষাৰ কিছুমান শব্দত থকা 'ৰ' আৰু 'ন' ধ্বনি দৰঙী উপভাষাত 'ল' ধ্বনিলৈ পৰিবৰ্তন হয়। যেনে–

| মান্য অসমীয়া | দৰঙী উপভাষা |
|---|---|
| খৰালি | খ'ল্লি |
| তপিনা | তপিলা |
| নেজ | লেজ |

কিন্তু দুই এটা শব্দত ইয়াৰ বিপৰীতে মান্য অসমীয়া ভাষাৰ 'ৰ' আৰু 'ল' ধ্বনিৰ ঠাইত দৰঙী উপভাষাত 'ন' ধ্বনি পোৱা যায়। যেনে–

| মান্য অসমীয়া | দৰঙী উপভাষা |
|---|---|
| ৰবাব টেঙা | নবত টেঙা/ নবক টেঙা |
| লোণ | নুন |

তদুপৰি দুই এটা শব্দত মান্য অসমীয়া ভাষাৰ 'ন' ধ্বনিৰ ঠাইত দৰঙী উপভাষাত 'ৰ' ধ্বনি পোৱা যায়।

| মান্য অসমীয়া | দৰঙী উপভাষা |
|---|---|

| | |
|---|---|
| শেঙুন | শিঙুৰ |
| হাঁহ্নি | হাঁহ্বা |

**ৰূপতাত্ত্বিক বৈশিষ্ট্য ঃ**

(ক)মান্য অসমীয়া ভাষাৰ বহু বচন ৰূপ প্ৰকাশ কৰিবলৈ ব্যৱহাৰ কৰা—বোৰ, — বিলাক, -হঁত আদি প্ৰত্যয়ৰ সলনি দৰঙী উপভাষাত -গিলা, -হঁত/-হাঁত, -অংক/এংক, -মোকৰ, -থে, -মোখা/-মখা, -সোপা/ — হোপা আদি প্ৰত্যয় পোৱা যায়। যেনে-

| দৰঙী উপভাষা | মান্য অসমীয়া |
|---|---|
| আখেই-গিলা, আখেইগিলা | আখৈবোৰ |
| ঝীয়া—হাঁত, ঝীয়াহঁত/ ঝীয়া হাঁত ছোৱালীহঁত | |
| ব'নী-অংক/এংক-ৰ,ব'নী অংকৰ/ব'নী এংকৰ | ভনীহঁতৰ |
| আমেই-মোকৰ -ৰ, আমেইমোকৰ ৰ আমৈহঁতৰ | |
| মোমা/মুমি- থে-ৰ, মোমাথেৰ/মুমিথেৰ মোমাইহঁতৰ | |
| বগুলা-মখা | বগলীবোৰ |
| আঙাৰা-সোপা/-হোপা, আঙাৰাসোপা/আঙাৰাহোপা এঙাৰবোৰ | |

(খ) মান্য অসমীয়া ভাষাৰ দৰে দৰঙী উপভাষাতো পুৰুষবাচক ৰূপৰ পাছত কিছুমান প্ৰত্যয় যোগ দি স্ত্ৰীবাচক ৰূপ সাধন কৰা হয়। সেই প্ৰত্যয়বোৰ হ'ল ঃ -ঈ -নী, -ৰী আৰু -তী। যেনে-

| **দৰঙী উপভাষা** | **মান্য অসমীয়া** |
|---|---|
| কিটিঙা— ঈ > কিটিঙী | কটঙী |
| চোৰ-নী > চুন্নী | চুৰুণী |
| বেঙা-ৰী > বেঙেৰী | বেঙী |
| চুৱাখাৱা-তী > চুৱাখাইতী | নিলাজী |

(গ) দৰঙী উপভাষাত শব্দ বিভক্তি সাধাৰণতে পাঁচটা। যেনে — প্ৰথমা-এ, দ্বিতীয়া-ক, তৃতীয়া-দি, ষষ্ঠী-ৰ , আৰু সপ্তমী-ত। অৱশ্যে এই উপভাষাৰ নাথ সম্প্ৰদায়ৰ লোকে চতুৰ্থী বিভক্তিৰ চিন হিচাপে —'ল্লে' ব্যৱহাৰ কৰে। সাধাৰণতে এই উপভাষাত চতুৰ্থী আৰু পঞ্চমী বিভক্তিৰ কাৰ্য সম্পাদন কৰা হয় কেইটামান পৰসৰ্গৰ জৰিয়তে।

নিমিত্ত কাৰক ঃ- লেগি/-কেলি।

অপাদান কাৰক ঃ- -পে/-পেৰে/-পাই।

যেনে -

মই ঘৰল্লে যাম।( মই ঘৰলৈ যাম)

সি হাটকলেগি গেল।( সি হাটলৈ গ'ল)

সি পাত্দৰঙৰপেৰে আইছি। (সি পাতিদৰঙপৰা আহিছে)



অৱশ্যে কেতিয়াবা কেতিয়াবা মান্য অসমীয়া ভাষাৰ চতুৰ্থী বিভক্তিৰ সলনি দৰঙী উপভাষাত দ্বিতীয়া-'ক' বিভক্তি যোগ হয়। যেনে-

আপুনি ক'ক যাবি ?( আপুনি ক'লৈ যাব ?)

(ঘ) দৰঙী উপভাষাৰ ব্যৱহাৰ নিৰ্দিষ্টতা বাচক প্ৰত্যয়বোৰ হ'ল-

| | |
|---|---|
| - আখা | - কল আখা |
| - আখাৰ | - মাত আখাৰ |
| - খৰ | - জোকখৰ |
| - খুটৰ | - মংচখুটৰ |
| - চোকল | - আমচোকল |
| - চোৰেনি | - একচোৰেনি বাঁহ |
| - চোহা | -একচোহা আম |
| - চোহিয়া | -লাউচোহিয়া |
| - তাঙেনি | -কুঁইহাৰ তাঙেনি |
| - থোক | -কলথোক |
| - থোপোনা | - জাম্থোপোনা |
| - ডখৰ | -ঠাই ডখৰ |
| -দাই | -এই দাই |
| - ডোবল | - মাটিডোবল |
| -হালি | -ডিমা হালি ইত্যাদি। |

(ঙ) দৰঙী উপভাষাত বহু বচন বাচক শব্দত নিৰ্দেশক প্ৰত্যয় যোগ হ'লে মূল শব্দটোৰ পাছত -'গি-' আৰু '-কেই-' লগ লাগে। সাধাৰণতে নিৰ্দেশক প্ৰত্যয় '-টা' যোগ হ'লে '-গি-' লগ লাগে আৰু বাকীবোৰত '-কেই-' লগ লাগে। যেনে-

মানুহু গিটাই কাম বন নকৰেই।

য়ে য়ে য়ে সি ফুলকেইথোপোনা ছিঙি পেল্লা।

( ইচ্ ইচ্ ইচ্ সি ফুলকেইথোপা ছিঙি পেলালে।)

(চ) দৰঙী উপভাষাত বিশেষণৰ অতিশায়নৰ ক্ষেত্ৰত দুটা বা দুজনৰ ভিতৰত এটা বা এজনক আনটো বা আন এজনৰ লগত তুলনা কৰি দেখুৱাব লাগিলে যাৰ লগত তুলনা কৰা হয়, সেই শব্দটোৰ পিছত সপ্তমী বিভক্তিৰ চিন 'ত' যোগ দিয়া হয় আৰু তাৰ পিছত 'থাকি' শব্দ বহুওৱা হয় যেনে-

ধনীৰামত থাকি দুখীৰাম সৰু

( ধনীৰামতকৈ দুখীৰাম সৰু)

আনহাতে বহুতৰ মাজত এজনক শ্ৰেষ্ঠ বা নিকৃষ্ট কৰি দেখুৱাব লাগিলে দৰঙী উপভাষাত 'চব' শব্দৰ পিছত সপ্তমী বিভক্তি চিন 'ত' যোগ দিয়াৰ উপৰিও-

'কে' যোগ দি তাৰ পিছত বিশেষণ শব্দটো বহুওৱা হয়। যেনে-

ঝীয়াগিটাৰ ভিতৰত শোভেই চবতকে ভাল।

(ছোৱালী কেইজনীৰ ভিতৰত শোভেই সকলোতকৈ ভাল।)

কেতিয়াবা বহুতৰ মাজৰ পৰা এজনৰ তুলনা কৰিবলৈ দৰঙী উপভাষাত 'চব্‌চে' শব্দটোৰ ব্যৱহাৰ কৰি তাৰ পাছত বিশেষণ শব্দটো বহুওৱা হয়। যেনে-

কেশেইক মোৰ চব্‌চে ভাল লাগেই।

(কেশেইক মোৰ আটাইতকৈ ভাল লাগে।)

(ছ) দৰঙীৰ উপভাষাত মুখ্য ধাতুৰ পিছত '-ঔ' প্ৰত্যয় যোদ দি পাঁচনী ধাতু গঠন কৰা হয়। যেনে-

ক-ঔ > কৌ(কোৱা)

ঘুৰ-ঔ> ঘুৰৌ( ঘুৰোৱা)

(জ) দৰঙী উপভাষাত বিশেষ্য আৰু বিশেষণৰ পিছত -আ, -ইআ প্ৰত্যয় লগ লগাই নামধাতু সিদ্ধ কৰা হয়। যেনে-

ঘাঙাৰ- আ > ঘাঙাৰা(খেকেৰা)

চৰ-ইআ > চৰিয়া (চৰমাৰ)

(ঝ) দৰঙী উপভাষাত ব্যৱহৃত অব্যয় শব্দবোৰ মান্য অসমীয়া ভাষাৰ সৈতে একে নহয়। যেনে-

**যোজক অব্যয় ঃ-**

তবু ঃ হাতত পইচা পাতি নাই, তবু এক্‌খোৱা আইভিচোন।
(হাতত পইচা পাতি নাই, তথাপি এপাক আহিবিচোন।)

তেউঁ ঃ সি কামটো ক'ৰ্‌বো/ক'ৰ্‌বু, তেউঁ তই এক্‌খোৱা চাই আইভি।
( সি কামটো কৰিব, তথাপি তই এপাক চাই আহিবি।)

**পৃথকবোধক অব্যয় ঃ-**

নহয়তু/নাইতু ঃ সি পকাডলিক যাক নহয়তু/ নাইতু টঙলাকলেগি আহক।
( সি পকাডলিক যাওক নতুবা টংলালৈ আহক।)

নহ'লি/নুহুলি ঃ সিয়াৰ/তাৰ আজেৰি নাই, নহ'লি/নুহুলি তয়ে যাবি।
(তাৰ আজৰি নাই, নহলে তয়ে যাবি।)

**সন্দেহবোধক অব্যয় ঃ-**

যেদি/ যেতি ঃ সি যেদি/যেতি ইতা নাহেই আমাৰ কি হ'বো/ হুবৌ?
(সি যদিহে এতিয়া নাহে, আমাৰ কি হ'ব?)

হুংকু/হুনু ঃ মোৰ ঘৰ একসময়ত হুংকু/হুনু ডাঁহীত আছিল।
(মোৰ ঘৰ এসময়ত হেনো ডাঁহীত আছিল।)



**ভাববোধক অব্যয় ঃ**

ওৱাই(আও) ঃ ওৱাই ঝীয়াটোৰ এম্মান খং! (আও ছোৱালী জনীৰ ইমান খং!)

হিয়েহ/হিয়ে(ও) ঃ হিয়েহ্/হিয়ে আপুনিও আছা এতে! ( আপুনিও আছে ইয়াত!)

**সম্বোধনবোধক অব্যয় ঃ**

হেলেই ঃ কি হেলেই কি ক'চ্ছা? ( হেৰ কি কৰিছা?)

এ ঃএ ছানাই, ভাত দিছি, আহ্। ( অ' সৰু আইটি, ভাত দিছে, আহ।)

(ঙ) দৰঙী উপভাষাত ব্যৱহৃত বিশেষ্যবাচক পৰসৰ্গবোৰো মান্য অসমীয়া ভাষাৰ সৈতে একে নহয়। যেনে—

থাকি ঃ চোৰৰ থাকি থাক্‌বা ন'ৰি।(চোৰৰ বাবে থাকিব নোৱাৰি।)

ধৰি ঃ ধোঁহাৰ ধৰি ঘৰত সুৰ্‌কিবা/সুমাবা/ সুমবা ন'ৰা হৈছি।
(ধোঁৱাৰ বাবে ঘৰত সোমাব নোৱাৰা হৈছে।)

দিগি/দিগিৰঃ আমাৰ দিগি/দিগিৰ মান্হু এট্‌টাও নাই।
(আমাৰ পিনৰ মানুহ এটাও নাই।)

পোনে ঃ দুখীয়াৰ পোনে ভগৱানে নাচাবেই।
(দুখীয়াৰ প্ৰতি ভগৱানে নাচায়।)

বাজে ঃ সিয়াৰ/তাৰ বাজে অইনে নেনেই।
(তাৰ বাহিৰে অইনে নিনিয়ে।)

হাতেনে ঃ বতহুৰ হাতেনে কামটো ক'ল্লু।
(বতহুৰ হতুৱাই কামটো কৰিলো।)

হেতি ঃ তই ইতা কাৰ/ কোনে হেতি যাবি?
(তই এতিয়া কাৰ লগত যাবি?)

কোন্তে ঃ সেকোন্তে তই ম'ল্লি। (সেই কাৰণে তই মৰিলি।)

দি ঃ সি দি নাযেবি। (তাৰ সৈতে নাযাবি।)

বাদি/বেদি ঃ এনেবাদি/এনেবেদি কাম কেতৃতিয়াও নক'ৰবি।
( এই ধৰণৰ কাম কেতিয়াও নকৰিবি।)

(ট) ক্ৰিয়াবাচক পৰসৰ্গৰ ক্ষেত্ৰতো মান্য অসমীয়া ভাষাৰ সৈতে দৰঙী উপভাষাৰ অমিল দেখা যায়। যেনে-

-যাই/গেই ঃ সি ঘৰ পালা যাই/পালেগেই । ( সি ঘৰ পালে গৈ।)

-তেনি ঃ আমাৰে খাবালে নাইতেনি। (আমাৰ খাবলৈ নাই দেখোন।)

-নিকি ঃ ত'উ/ত'ইও খাবিনিকি? ( তয়ো খাবি নেকি?)

- নু ঃ গেলিনু কি হবো/হুবৌ? (গলেনো কি হ'ব?)

- হই-হুই ঃ দিয়া যেদি/ যেতি খালুহই/খালোহুই। (দিয়া যদি খালোহেঁতেন)

(ঠ) ক্রিয়া বিভক্তিৰ ক্ষেত্রতো দৰঙী উপভাষাৰ সুকীয়া বৈশিষ্ট্য দেখা যায়। যেনে--

- তুমি খা - তুমি খোৱা
- সি খালা/খালে -সি খালে
- তাই সোধেই - তাই সোধে
- তাক নেদেই - তাক নিদিয়ে

(ড) দৰঙী উপভাষাত দ্বিতীয় পুৰুষৰ তুচ্ছ আৰু মান্যাৰ্থৰ ৰূপৰ সৈতে ক্রিয়া ৰূপৰ বিশেষ ভেদাভেদ ৰখা নহয়। অৰ্থাৎ দ্বিতীয় পুৰুষৰ তুচ্ছ ৰূপৰ ক্ষেত্ৰত ক্রিয়াৰ যি ৰূপ প্রয়োগ হয়, দ্বিতীয় পুৰুষৰ মান্য আৰু অধিক মান্য ৰূপৰ ক্ষেত্রতো ক্রিয়াৰ একে ৰূপকে প্রয়োগ কৰা দেখা যায়। যেনে-

- তই যাবি নিকি- তই যাবি নেকি?
- তুমি যাবিনিকি- তুমি যাবা নেকি?
- আপুনি যাবিনিকি -আপুনি যাব নেকি?

**শব্দভাণ্ডাৰ ঃ-**

দৰঙী উপভাষাৰ শব্দ ভাণ্ডাৰৰ ক্ষেত্ৰতো এক সুকীয়া বৈশিষ্ট্য দেখা যায়। সচৰাচৰ ব্যৱহাৰ কৰা কিছুমান বস্তুকো মান্য অসমীয়া ভাষা আৰু দৰঙী উপভাষাৰ ভিন্ ভিন্ শব্দেৰে বুজোৱা হয়। তদুপৰি দৰঙী উপভাষাত এনে কিছুমান শব্দ আছে, যিবোৰ শব্দৰ প্ৰতি শব্দ মান্য অসমীয়া ভাষা পোৱা নাযায়। তলত কিছুমান উদাহৰণ দিয়া হ'ল।

| দৰঙী উপভাষা | মান্য অসমীয়া |
|---|---|
| ঝীয়া | ছোৱালী |
| ব'নী/বৈনী | ভনী |
| লিকিৰা | ল'ৰা |
| কব | কলি |
| পদো | পদুম |
| গৰিয়া আলু | মিঠা আলু |
| ধুৰফুলী/ধুপুত্‌তেৰী/ধুফুৰী | হলফলী |
| আল্লি/আলিবোন | এৰালি ঘাঁহ |
| কেঁহুৰি | কেঁহেৰু |
| ঝলা/ভিজলুক | জলকীয়া |
| পটা | মৰাপাট |
| বাঙানা | বেঙেনা |



| | |
|---|---|
| শিয়াৰ | শিপা |
| সীতাৰ ব | আকাশীলতা |
| টিঙিৰা | শিঙৰা |
| নিছিলা | মিছামাছ |
| ভেদ্‌ভেদী/ মাটিখাইতী/বাইভেদেলী | গেদগেদী |
| কঠাল গুটীয়া/কঠলগুটীয়া | টিপচী চৰাই |
| কাণী বগুলা | কণামুচৰী |
| কুপেতি/কুবতি / কুপতি | কপৌ |
| কেচেই | কেঁচু |
| গেন্দেৰলা | কুকুৰনেচীয়া বাঘতকৈ সৰু এবিধ জন্তু |
| ঘুটুলুকা/ ঘুটুকলুকা | হেতুলুকা |
| চকৰি | পখিলা |
| চোকা/ চোকাচৰেই/ গোৰাটোকোৰা | টোকাৰী চৰাই |
| ডেওঘটা | জিলী |
| ডেনা | ডেউকা |
| তেলভকুৰা | পইতাচোৰা |
| খখুৰি | অলপ ডাঙৰ খৰাহি |
| ঝাঁওপিতলৰ ডাঙৰ টৌ | |
| নিচ্‌কা | সৰুখৰাহি |
| চিন কৰা | আঙঠি পিন্ধোৱা |
| নিন্দাপদ | যোৱা নাম |
| পদুলী/পদেলী | নামতী |
| আচল | অসুবিধা |
| অজামিল | দুষ্ট |
| অথাকে | একেৰাহে |
| অনচ'ল্লিশটা | অসংখ্য |
| অন্নিয়া- বন্নিয়া | ৰঙবিৰঙ্ |
| অমুৰি | অশান্তি |
| অসহ | অবুজন |
| আঠ-ব'নী | একপ্ৰকাৰ বেজালি মন্ত্ৰ |
| আঠাশিঠাকে | কোনোমতে তিতাকে |
| আপ্ | আবুৰ |
| আলেনি | অপচয় |

| | |
|---|---|
| আহোঁৰা/আঁইহা | ৰুচি নলগা, ভাল নলগা |
| ইচ্ছাই | অনুসৰি |
| উঝুম-ঝুম | উদুলি-মুদুলি |
| উদ্‌দৰং | উপদ্ৰপ |
| উহেনি | ঘুহঘুহীয়া গৰম |
| এগেনা | সম্বন্ধীয় |
| কাউচি | কোনো বস্তু পাবলৈ কৰা নেৰানেপেৰা খাটনি |
| কাকাৰা চাবি | তলা-চাবি |
| কিচিম | ধৰণ |
| কেঞ্চি/ মেথাৰাজ | কেঁচি |
| খাইভোহ | অকামিলা |
| খেহেতি | মলিৰথুপ |
| খোচতোল | হাঁহিতোল |
| গহিৰা | কাকো কেৰেপ নকৰা স্বভাৱ |
| গাল | কাষ |
| গোলমাল | আলোচনা |
| ঘেলৌ-মেলৌ | অৱশ অৱশভাৱ |
| চটি ৰটি বাখৰ | বিভিন্ন বাখৰ |
| চতিজাতি মাত | অভইচ মাতেৰে পৰা গালি |
| টকেটীয়া | এটকীয়া |
| ঠাউৰ | চণ্ডাল |
| ঢালি বাকি দি | শেষ কৰি দি |
| তলগম | ভালবেয়া |
| তোহা | অটা |
| দেৰেচি | কম্পাউণ্ডাৰ |
| ধুমেনি | প্ৰকোপ |
| বৰীয়া বামুণ | নিকৃষ্ট বামুণ |
| বাবু ভায়া | ডা-ডাঙৰীয়া |
| বৈচেৰী বন | হিচাপত নপৰা ঘৰুৱা বন |
| মাজিমৰা | পালমৰা |
| মেথ-মেথীয়া | লেহেম |
| শাস্তি | অসুবিধা, জঞ্জাল, আমনি |
| সস্তা | সাঁথৰ |



| | |
|---|---|
| সাথাবিলা | দেখিবলৈ নোপোৱা |
| হুদ | উৱাদিহ্ |
| হিহা | বাগি |
| হুকচ কুচ/হুকুচ কুচ | লৰালৰি ।❑❑ |

**প্ৰসঙ্গ পুথি ঃ-**


১. দত্তবৰুৱা, ফনীন্দ্ৰনাৰায়ণ ঃ আধুনিক ভাষা বিজ্ঞান পৰিচয়, পৃঃ ৬১

২. নেওগ, মহেশ্বৰ ঃ অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃঃ ২০১

৩. নেওগ, মহেশ্বৰ ঃ উ.গ্ৰ. পৃঃ ২০৫

৪-৮. সুকবি নাৰায়ণদেৱ ঃ পদ্মা পুৰাণ

৯-১০. ৰামসৰস্বতী ঃ সিন্ধু যাত্ৰা বনপৰ্ব

১১. গোপীনাথ পাঠক ঃ সভাপৰ্ব

১২-১৪. কবিৰাজ সূৰ্যবিপ্ৰ ঃ শিয়ালা বৈষ্ণৱৰ চৰিত্ৰ

১৫-১৮. সূৰ্যখড়ি দৈৱজ্ঞ ঃ দৰঙ্গ ৰাজবংশাৱলী

১৯. সংবাদদাত্ৰী ঃ শ্ৰীমতী লক্ষী দেৱী (৪৮)
বৰজলাহ(টংলা),৪/৩/৯১

২০. সংবাদদাত্ৰী ঃ শ্ৰীমতী ৰথেশ্বৰী বৰা (৫৫)
নিজ ডলা (কলাই গাঁও), ৭/৩/৯১

২১. সংবাদদাত্ৰী ঃ শ্ৰীকনিকা দাস (১৯)
মাঁৰৈ ( ছিপাঝাৰ) ,৫/১/৯১

২২. সংবাদদাতা ঃ শ্ৰীসফুৰা বড়া (৬৫)
ভকতপাৰা (বুঢ়ীনগৰ) ,২/২/৯১

২৩-২৮. সংবাদদাতা ঃ শ্ৰীকমলাকান্ত শৰ্মা (৬৮)
বান্দেৰী গাঁও ,৬/১/৯১

২৯. সংবাদদাতা ঃ শ্ৰীশৈলেন্দ্ৰ শইকীয়া (২১)
ৰূপাখাট (টংলা) ,১০/১১/৯০

৩০. শৰ্মা, প্ৰভাতচন্দ্ৰ (সম্পা)ঃ দৰঙী শব্দকোষ পৃ.৩৯

৩১. সংবাদদাতা ঃ শ্ৰীকুশেশ্বৰ ভট্টাচাৰ্য (৫৮)
বৰজলাহ (টংলা),১২/১১/৯০❑❑

# দৰঙৰ সাঁথৰ

## কমিনাথ ডেকা

দৰঙীয়া বাৰেৰহনীয়া সংস্কৃতিৰ বহল পৰিসৰৰ ভিতৰত লোকসংস্কৃতিৰ অৱস্থান বৰ গজ্‌গজীয়া আৰু সমাজ জীৱনত ইয়াৰ প্ৰভাৱ এৰাব নোৱাৰা। কাৰণ অতীতৰে পৰা দৰঙী প্ৰজাৰ পেষা কৃষি। 'কৃষক সমাজৰ কৃষিয়েই লোক সংস্কৃতি'[১]। লোক সংস্কৃতিৰ ভিতৰৰ পৰা লোক-বিদ্যা (Folklore) সমূহৰ তালিকা কৰিলে বৰ্তমানে শতাধিক হ'ব যদিও, যিহেতুকেসংস্কৃতি স্থবিৰ নহয়-গতিশীল, এই তালিকাৰ সময়ে সময়ে পৰিবৰ্তন-পৰিবৰ্ধন হৈয়ে থাকে। সেয়ে হেমচন্দ্ৰ বৰুৱাৰ মতে 'দৃষ্টান্ত, পটন্তৰ, উপমা, ফকৰা আৰু যোজনা—সমাৰ্থক' বোলা কথাষাৰ বৰ্তমান লোকসংস্কৃতিৰ পণ্ডিতসকলৰ বহুল চৰ্চিত লোক বিদ্যাৰ বিশ্লেষণৰ ফলত সময়ত এই সূত্ৰ সলনি হৈছে। 'William R.Bascom ৰ মতে নৃতাত্ত্বিক দৃষ্টিভংগীৰ ফালৰ পৰা লোকবিদ্যা পদটোৱে পুৰাবৃত্ত, জনশ্ৰুতি, লোক কাহিনী, লোকোক্তি, প্ৰবচন, যোজনা-ফকৰা, দৃষ্টান্ত, সাথৰ (Riddles), কবিতা, গীত আৰু অন্যান্য কলাত্মক অভিব্যক্তিক ইঙ্গিত কৰে।'[২] অন্য প্ৰকাৰে লোকবিদ্যাক শাব্দিক বা বাচিক কলা (Verbal Art) বুলিবও পাৰি।[৩]

সময় সোঁতত এই লোকবিদ্যাৰ ওপৰত বহুত আলোচনা- সমালোচনা-গৱেষণা আদি হোৱাৰ পিচত ইয়াৰ নতুন শ্ৰেণীবিভাজন কৰা হ'ল। ব্যাপক লোকবিদ্যা বা লোকসংস্কৃতিক চাৰিটা ভাগত ভগোৱা হ'ল—

(ক) লোক পৰিবেশ্য কলা, (খ) ভৌতিক সংস্কৃতি, (গ) সামাজিক লোকপ্ৰথা বা লোকাচাৰ আৰু (ঘ) মৌখিক লোক সাহিত্য।[৪]এই চতুৰ্থ (ঘ)শ্ৰেণীৰ অন্তৰ্গত সাঁথৰবোৰ। শতিকাৰ পিচত শতিকা ধৰি কৃষিকাৰ্যত ৰত দৰংবাসীৰ 'শ্ৰমকাতৰ লোকজীৱনৰ শতিকাজোৰা অভিজ্ঞতাৰ ওপৰত জন্মলাভ কৰে'[৫] এই বাচিক কলাবোৰে। যেনে- সাঁথৰ, দিষ্টান আদি। সাঁথৰবোৰ কেতিয়াৰ পৰা সৃষ্টি হৈছে তাক কোনেও ক'ব নোৱাৰে। কিন্তু সাঁথৰবোৰত থকা ভাষা আৰু বস্তু বেহানিৰ দৰদাম তথা তাত উপস্থাপিত পৰিবেশৰ পৰা এইটো বুজিব পাৰি যে ই অতি পুৰণি আৰু পৌৰাণিক অসমীয়া সমাজ তথা দৰঙী সমাজৰ ই এক বিনন্দীয়া সৃষ্টি। সমাজৰ, বিশেষতঃ নিৰক্ষৰ সমাজৰ ই বৰ আমোদজনক আহিলা। হাঁহি ধেমালিৰ মাজেৰে ৰং-তামচা কৰি জীৱন অতিবাহিত কৰা শান্তিপ্ৰিয় আমাৰ অতীত সমাজত বুদ্ধিৰ পৰীক্ষাৰ যোগেদি আনন্দ উপভোগ কৰা আহিলা এই সাঁথৰ। বনৰ পশুপক্ষীৰদৰে মুকলিমুৰীয়া গাঁৱৰ ডেকা গাভৰু আৰু ছাত্ৰ-ছাত্ৰীৰ মাজত সাঁথৰৰ যোগেদি বিভিন্ন ধৰণৰ প্ৰশ্নৰ অৱতাৰণা আৰু উত্তৰদানৰ পাৰদৰ্শিতা প্ৰকাশৰ জৰিয়তে তেওঁলোকে



অৱসৰ বিনোদনৰ ব্যৱস্থা কৰিছিল আৰু তাৰ মাজেদিয়েই তেওঁলোকে লাভ কৰিছিল বিমল আনন্দ। এনেকুৱা আনন্দ উপভোগৰ মুহূৰ্তত অকল আওপুৰণি সাঁথৰবোৰৰেই যে তেওঁলোকে পৰস্পৰৰ মাজত প্ৰশ্নৰ অৱতাৰণা কৰিছিল তেনে নহয়, তেওঁলোকৰ মাজতো আছিল প্ৰতিভা থকা বহুতো মেধাবী ডেকা-ডেকেৰী, যিসকলে দুই চাৰিটা নতুন সাঁথৰৰ সৃষ্টি কৰি বন্ধুবৰ্গৰ মাজত কৌশলেৰে নিক্ষেপ কৰিছিল— আৰু তেতিয়া সেই বন্ধুবৰ্গৰ মাজত আৰু নতুন উৎসাহ-উদ্দীপনা, আনন্দ, কৌতুহল, কল্পনা আদিৰ সৃষ্টি হৈছিল আৰু তেনেকৈয়ে নতুন নতুন সাঁথৰ জনসমাজত বাঢ়ি গৈ আছিল। আজিৰ এই সাঁথৰবো তাৰেই পৰিণতি।

মনোবিজ্ঞানৰ মতে 'প্ৰথম প্ৰথম সাত বছৰ পোৱা শিক্ষাৰ সাঁচ জীৱনৰ উন্নতিৰ মূল'। কথাষাৰ উনুকিওৱাৰ কাৰণ হ'ল আমি যিবোৰ সাঁথৰ, দিষ্টান আদি শুনিছিলো, শিকিছিলো- সেই সকলোবোৰ শুনাৰ সময় আছিল আমাৰ সেই সোণালী শৈশৱ। এই সময়তে আমি সন্ধিয়া চোতালত ঢাৰি-পাটী পাৰি আইতাৰ দীঘল বিচনিৰ বা লৈ প্ৰাৰ্থনা কৰা, পঢ়া আৰু আমনি লাগিলে আমনি ভাঙিবলৈ আইতাই আমাক কোৱা সাধুকথা, গোসাঁই কথাবোৰ, সাথঁৰ- দিষ্টান (দৃষ্টান্ত)বোৰ, পথাৰৰ পৰা আহি ককাদেউতা, খুড়াহ'তে চোতালত ঢাৰি পাৰি খেল-ধেমালি (তাচখেল, কড়িখেল) কৰি আম-কঠাল-আনাৰস- চাহ -তামোল আদি খাই আমাক প্ৰশ্ন কৰা সাঁথৰ, দিষ্টানবোৰ আমি আজিও পাহিৰৱ পৰা নাই। সেই দিষ্টান-সাঁথৰবোৰে তেতিয়া আমাৰ কিমান উপকাৰ কৰিছিল আমি সেই সময়ত জুখিব নোৱাৰিছিলো। কিন্তু আজি আমাৰ উপলব্ধি হৈছে যে, সেই সাঁথৰবোৰৰ প্ৰভাৱ আমাৰ জীৱনত সুদূৰ প্ৰসাৰী। সেইবোৰৰ মাজত সীমাহীন কল্পনাৰ উৎস থকা সাধুকথা আছিল, প্ৰচুৰ আনন্দ দিব পৰা আমোদজনক সাঁথৰবোৰ আছিল, ককাদেউতাই সোধা 'শুভঙ্কৰৰ ফাঁকি' আদি' বিশিষ্টভাৱৰ আমোদজনক অংক'বোৰ[৬] আছিল— যিবোৰে আমাক প্ৰচুৰ মনোৰঞ্জন, আনন্দ প্ৰদান কৰিছিল, সাধুকথাৰ পৰীৰ দেশত উটি ভাহি ফুৰাৰ কল্পনা জগোৱাৰ উপৰিও আমাৰ পঢ়াৰ অৱসাদ ইতিমধ্যে আঁতৰাইছিল, হাঁহিৰ খোৰাক কৌতুকবোৰে আমাৰ মনৰ বৃত্তিক সতেজ কৰিছিল; সৰ্বোপৰি এইদৰে টোপনি আৰু অৱসাদ আঁতৰ হোৱাত আমি ৰাতিৰ ভাত হোৱালৈকে পুনৰাই পঢ়িবলৈ আগ্ৰহ আৰু মনোবল পাইছিলো। আজিৰ দৰঙৰ বহুত ছাত্ৰ-ছাত্ৰী স্বদেশ- বিদেশত সাহিত্যিক, উদ্যোগী, প্ৰযুক্তিবিদ, বিজ্ঞানী আদি হৈ স্বাচ্ছন্দ্যৰে নিজৰ জীৱন অতিবাহিত কৰি আছে— সিসকল আমাৰ গৌৰৱ। কিন্তু এসময়ত সেইসকলেই তেওঁলোকৰ শৈশৱত দৰঙৰ কোনোৱা জাকৈচুকীয়া গাঁৱৰ চেঁচুকীয়া চোতালত খেৰৰ জুগুণ্ডিৰ ধোৱাআৰু আইতাকৰ বিচনিৰ বা লৈ কেৰাছিন তেলৰ চাকিৰ পোহৰত ঢাৰিত পেটপেলাই পঢ়ি আমনি লগাত দৰঙৰ এই আপুৰুগীয়া লোকসংস্কৃতিৰ আৱেশত সোমাই পৰিছিল। সোণালী শৈশৱৰ সেই কল্পনাৰ ৰাজ্যত উটিভাহি আজিৰ সেই কল্পনাৰ কিয়দংশ হ'লেও বাস্তৱায়িত কৰিব পাৰিছে। আজি

কালিৰ চোতালত এনেধৰণৰ পৰিৱেশ খুব কমেইহে দেখা পোৱা যায় আৰু আজিকালি শিশুসকলো এনে আমোদজনক পৰিৱেশৰ পৰা বঞ্চিত। গতিকে' বিদ্যালয়ৰ শিক্ষকসকলে বৰ্তমান চলিত পাঠ্য অংক (আদি বিভিন্ন বিষয়)ৰ মত মানিলেও নিজে ল'ৰাৰ ভৱিষ্যত মঙ্গল কামনা কৰি আমোদপ্ৰিয় (সাধুকথা, সাঁথৰ, দিষ্টান) , অংক শিকাবলৈ সদায় সাজু থাকিব লাগে। আপদে-বিপদে ধৈৰ্য্য ধৰি শান্তি লাভ কৰিবলৈ মানুহ মাত্ৰেই যত্ন কৰিব লাগে। সেয়েহে, নৃত্য-গীত, বাদ্য-সংগীত, কৌতুক প্ৰভৃতি মনোৰঞ্জক বিষয় শিকি ল'ব লাগে।[৮]

এই খিনিতে সাঁথৰৰ বিষয়ে নিজাকৈ আৰু এবাৰ নকলে কথাখিনি সম্পূৰ্ণ যেন নেলাগিব। সাঁথৰ হৈছে অসমীয়া লোক-সংস্কৃতিৰ মৌখিক লোকবিদ্যাৰ এক উল্লেখযোগ্য কলা। সাঁথৰ- সাঁথৰ যেন লগা (সাঁথৰ মানে নুবুজিলেও) বুলিলে আমি কি বুজো— ? যেন কথাখিনি জনা জনা অথচ অৰ্থটো অস্পষ্ট, খাটাংকৈ ক'ব নোৱাৰা, ক'বলৈ খেলি-মেলি লগা, যিমানে চিন্তা কৰা যায় সিমানে অবুজ হৈ গৈ থকা অথচ অৰ্থটো নিচেই কাষতে থাকিলেও বিচাৰি কক্-বকাই ফুৰিবলগীয়া— সেয়ে ইংৰাজী ইয়াক Ironical, Puzzle, Riddle আদি শব্দেৰে বুজোৱা হয়। সাধাৰণতে কোনো এটা বস্তুৰ নাম বা ঘটনা আওপকীয়াকৈ কৌশল প্ৰয়োগ কৰি পদ্যছন্দত (যথা সাধ্য) শ্ৰোতাৰ সন্মুখত উপস্থাপন কৰা হয়। পদ্যছন্দৰ পংক্তিটো যেন এটা তাল ফল। প্ৰথমে মিহি শুৱনি ছালবাকলি, তাৰ পিচত ৰসাল মাংসল বাকলি; তাৰ পিছত আঁহীয়া-জেৰেপা বাকলি আৰু সদৌশেষত কঠিন খোলা- বাকলি গুছালেহে যেনেকৈ ভিতৰৰ গুটি বা বীজটো উন্মুক্ত হয়, তেনেদৰে পংক্তিটোৰ গুপ্তৰহস্য ভেদ কৰিবলৈও বহুতৰপ বাকলি গুছোৱাৰ দৰে মনেৰে বহু দিশ- বিদিশ, চিন্তা চৰ্চা, যুক্তি-তৰ্ক কৰিবলগীয়া হয়। তালৰ ফলত কামোৰ মাৰি তাৰ ৰস কিম্বা ভিতৰৰ সাঁহটো খাব খুজিলে যেনেদৰে মুখত বাকলি, আঁহবোৰ, খোলাটোৱে কষ্ট দিয়ে— তেনেদৰে সাঁথৰৰ পংক্তিৰ শুৱলা বৰ্ণনা শুনি খপ্‌কৈ উত্তৰ দিবলৈ খুজিলে উৱাদিহ্ নেপাই অন্ধকাৰত খেপিওৱাৰদৰে কৰিবলগীয়া হয়। সাঁথৰ সোধাটো যেনেকৈ এটা কলা, ঠিক তেনেদৰে ইয়াৰ উত্তৰটো দিব জনাটোও এটা কলা। ইয়াত মস্তিষ্ক, বুদ্ধি-বৃত্তি, মেধা, প্ৰত্যুৎপন্ন মতিতা, আদিৰ প্ৰয়োজন আছে আৰু সাঁথৰৰ উত্তৰ বিচৰাকাৰ্যত এইবোৰৰ উৎকৰ্ষ সাধন হয়, ব্যক্তিৰ ব্যক্তিত্ব গঠনৰ সহায়ক হয়। সাঁথৰৰ উত্তৰ আগতে ভাঙিব নজনাজনৰ বাবেই সঁচাকৈয়ে সাঁথৰ, জটিল। বহল পৰিসৰৰ জ্ঞানৰ অধিকাৰী নহ'লে, বুদ্ধিদীপ্ত মন এটা নহ'লে সাথঁৰৰ উত্তৰ উলিওৱা সহজ নহয়।

কৃষিজীৱি দৰংবাসীৰ মাজত প্ৰচলিত সাঁথৰ সমূহৰ সমল সমূহ প্ৰধানকৈ খেতিবাতি, খেতিবাতিৰ, সঁজুলি, কৃষিজাত সামগ্ৰী, নিত্যব্যৱহাৰ্য সামগ্ৰী, হাবি-বননি, খেতি-বাতিৰ গছ গছনি, শিক্ষাৰ সজুলি, খাদ্য, ঘৰদুৱাৰ, জীৱজন্তু, আদিৰ উপৰিও



অঙ্কৰ সাঁথৰ, বুদ্ধি বৃত্তি পৰীক্ষাৰ সাঁথৰ, বস্তু বা ব্যক্তিৰ নাম প্ৰকাশক সাঁথৰ উল্লেখযোগ্য। উপৰোক্ত বিভাগসমূহৰ উদাহৰণ বুজোৱা সাঁথৰ কিছুমান আমি দিবলৈ যত্ন কৰিলো।— - ইয়াৰে কিছুমানত দৰঙীয়া ভাষা প্ৰয়োগ লক্ষণীয়।

(১) চি ৎ পখিলা, তিনিমূৰ দহ ঠেং ক'ত দেখিলা?

(২) একদেঁতীয়া হাতী,
ধাম খায় পাঁচি পাঁচি।।

(৩) ৰজাৰ ঘৰৰ কলী গাই,
এক্ পিয়ান দি মৰি যায়।।

(৪) উপৰৰূপে পৰিল ধূম,
ধূমৰ কটিত এদাল লোম।।

(৫) কোৱাহে পণ্ডিত বেটা,
কি গছৰ পাত গোটা।।

(৬) কথা আছে মাত নাই,
পাত আছে গাছ নাই।।

(৭) জলত উৎপত্তি থলত বাস।
মাকে চুলিয়ে সৰ্ব্বনাস।। ( চুলিয়ে- চুলেই)

(৮) খালেও খোৱা, নাখালেও খোৱা।।

(৯) হাত-ভৰি-চকু-কান নাক নাই।
এইটোনো কি বস্তু কোৱা ভাই।।

(১০) চাৰি ভাইৰ কান কটা,
দুই ভাইৰ পেট ফুটা।
দুই ভাইৰ কঁকালত জৰি
চাৰি ভাই আছেই পোটত পৰি।।

(১১) কি চাইছা মোক, খাই থম তোক।
চাবা আইভু মোক, লৈ যাবোতোক।।

(১২) ঘৰৰ কাষৰ ৰঙা চৰেই (চৰাই)।
মুখ চাই চাই উত্তৰ কৰেই (কৰে)।।

গৱেষকসকলে সাঁথৰবোৰক পাঁচটা ভাগত ভাগ কৰা দেখা যায়। সেই কেইটা হ'ল—

(১) বৰ্ণনাত্মক সাঁথৰ ( Descriptive riddles)

(২) টেট কুটি মূলক সাঁথৰ ( Joking Question)

(৩) জ্ঞানমূলক সাঁথৰ ( Wisdom Question)

(৪) সমস্যা প্ৰধান সাঁথৰ ( Puzzle)

(৫) ছল প্ৰধান সাঁথৰ ( Catch riddle)

এইবোৰৰ কিছু কিছু উদাহৰণ এনেধৰণৰ—

(১) ৰৌ মৰিল ৰৌ জানত,
হৰিনী মৰিল কোমল ঘাঁহত;
লোভত চিলনী, পন্থৰ গণক
চাৰি ভাই বজিল একেটা জানত।

**অৰ্থ ঃ** এটা দোঙৰ কোবাল সোঁতত পানীৰ জানত ডাঙৰ 'বহা' এটা ( বহা- - মাছ ধৰা যতন) পাতি থোৱা আছিল। তাত এটা বৰ ডাঙৰ ৰৌ মাছ বজি আছিল। জানটোৰ সিপাৰৰ কোমল ঘাঁহ দেখি ইপাৰৰ হৰিণীজনীয়ে খাবলৈ গৈ পিচলি বহাৰ মুখত বজি মৰি থাকিল। ওপৰৰ পৰা ছিলনী এজনীয়ে মাছটো দেখি থাপ মাৰোঁতে মাছ উঠাব নোৱাৰি সিও সোঁতৰ মুখত বজি ৰ'ল। বাটৰুৱা গণক এজনে লোভত মাছ-মাংস একেলগে দেখি আনিবলৈ চেষ্টা কৰোঁতে সিজনো জানৰ মুখত লাগি থাকিল।

(২) হাতী দাঁতৰ ৰুৱা, বেলা দিপেৰীয়া পুৱা
ঝিকা ফুল্‌লিয়ে ভাত,
মোৰ লিকিৰাক ঝিয়া নেদি দিবি কাক?

**অৰ্থ ঃ** উৰুখা ছালৰ ৰুৱাত বগা বগা কাঠফুলাই ধৰি আছে; ল'ৰা শুই উঠে দুপৰীয়াকৈ; জিকা ফুলে আবেলি— তেতিয়া হয় ভাত; গতিকে এনে এখন ঘৰৰ ল'ৰাক ছোৱালী নিদি দিবি কাক বুলি ল'ৰাৰ বাপেকে ছোৱালীৰ বাপেকক কয়। ইয়াত ঘৰখনৰ এটা দুঃখলগা পৰিৱেশ আৰু ল'ৰাৰ সোৰোপালিক ভেঙুচালিৰে বুজোৱা হৈছে।

ঠিক এনেদৰে ল'ৰাই ছোৱালীৰ আসৈ পাবলৈ কিবাকিবি কৰিলে চতুৰ ছোৱালীয়ে সাঁথৰৰ যোগেদি ল'ৰাক উপযুক্ততা বিচাৰ কৰাও দেখা যায়।

(৩) আঁখিত পখী, গননাত ছয়;
এই সাঁথৰ ভাঙৰা পাৰ্‌লি
তোৰ তাক যাম মই।

**অৰ্থ ঃ** পানী নিবলৈ অহা ছোৱালীক ল'ৰাই জোকোৱাত পুখুৰীৰ পাট্‌নাত ঠিয়দি ছোৱালীয়ে ল'ৰাক এই প্ৰশ্ন কৰিছিল। সেই সময়ত পুখুৰীৰ পাট্‌নাত খুটিৰ মূৰৰ আখিত এটা মাছৰোকা চৰাই পৰি আছিল। গতিকে (আখি + পানী+ পাটনাৰ দুই খুটি + ল'ৰা+ ছোৱালী= ৬ টা)।



(৪) আতা ঐ আতা, কি গাছত লতা
আধাৰে চানাক খালা, কি আছৰিত কথা?

**অৰ্থ ঃ** হুদু এটাই ৰাতি মেকুৰী এটা ধৰি নি পোৱালীক খাবলৈ দিছিল। লতাৰে মেৰিয়াই থকা শিমলু গছৰ বাঁহত মেকুৰীয়ে ইয়াদ্ পাই হুদুৰ পোৱালী কেইটা খাই আকৌ গৃহস্থৰ ঘৰ পোৱাত সাঁথৰৰ উৎপত্তি।

(৫) মৰিল বাটত, খৰি দিলা ঘাটত;
সেই ঝিয়া ওলাল যাই মণি পুৰী হাটত।
খট্ খট্‌কে বোৱেই তাঁত—
মোকোচিনেই তাইকো চিনো
সাক্ষীবাদী নহ'লি কেংকে জিনো?

**অৰ্থ ঃ** এক মণিপুৰী চাকৰে সাউদ মালিক বেপাৰৰ পৰা ঘূৰি আহি পোৱাৰ সময়ত উটি অহা মৰাশ' এটা ঘাটত দাহ কৰি আছিল। মালিকে প্ৰশ্ন কৰাত সাউদৰে সৰু কইনা বুলি কান্দি কান্দি কৈ তাৰাতাৰি ঘৰলৈ ঘূৰি আহি সৰু কইনাকলৈ উধাও। বহুদিন পিচত আকৌ বেপাৰলৈ যাওঁতে মণিপুৰী হাটত সেই কইনাই তাঁত বৈ থকা দেখি সাউদে চিনি পালে, কইনায়ো সাউদক চিনি পালে। কিন্তু নিৰূপায়! সাক্ষীবাদী নহ'লে কেনেকৈ আনিব? সাউদৰ নিৰূপায় অৱস্থাত ওলোৱা বক্তব্যৰ সাঁথৰ।

কেতিয়াবা বুদ্ধি বৃত্তিৰ পৰীক্ষা কৰিবলৈও কেতবোৰ সাঁথৰৰ সৃষ্টি হয়। তলত তাৰ উদাহৰণ দাঙি ধৰা হ'ল।

(৬) নাৱেদি পাৰ কৰ্‌বা পাৰি দুজন
মেম্ দুই চাহাব দুই মুঠ চাৰিজন;
চাহাব দুই অকলে হ'লে কৰে অথন্তৰ।
মেম চাহাব লগ লাগিলেই হয় অন্তৰ।।
কি বুদ্ধিৰে পাৰ কৰা উপায় উলিওৱা।।
(বুদ্ধিৰ পৰীক্ষা ভাঙণি দিয়া নহ'ল।)

নাইবা-

(৭) একুৰি তিনিটা চৰাই থকা গছত বন্দুক মাৰি
এবাৰত একুৰি চৰাই মাৰিলে, গছত বাকী
কিমান চৰাই থাকিব? ( বুদ্ধিৰ পৰীক্ষা- উত্তৰ দিয়া নহ'ল)

পুৰণি দিনত কায়স্থ সকলৰ দ্বাৰা সমাজত অঙ্ক বিষয়ৰ সমস্যাবোৰ সমাধান কৰা হৈছিল আৰু সেই দিশত তেওঁলোকৰ সমাজত এক সুকীয়া আসনো আছিল। বিভিন্ন কায়স্থ পণ্ডিতৰ বিভিন্ন সাঁথৰ আজিও আমাৰ সমাজত চলি আছে। তেওঁ

বিলাকৰ অনুকৰণত বিভিন্ন নতুন সাঁথৰবো জন্ম হৈছে। তাৰে কেইটামান ন-পুৰণি সাঁথৰৰ উদাহৰণ দাঙি ধৰা হ'ল। যেনে-

(১) মানুহ কুৰি কলো কুৰি,
কোনেও নেখায় গোট গোট কৰি,
মুনৃহিক দুই তিৰিক ডেৰ
আধা ছলিক দি।
মুনৃহি- তিৰি-ছলি কিমান কিমান
উত্তৰ দি তাৰা তাৰি।।(৬+১+১৩)

(২) এক দিশে আহে পখী একজাক।
আনদিশে আহে আৰু একজাক।।
ইজাকে কয় দুগুণ হও, খোজে সিহঁতৰ এটা।
সিজাকে কয় বোলে সমান হওঁ আহা তাৰে এটা।।
কোনজাকত কিমান পক্ষী দিয়া বুজাই।
দুয়ো জাকৰ মুঠ পক্ষী কিমান হোৱয়।।(৫/৭=১২)

(৩) বোলো এশ যেন দেখি আছানো কিমান?
বোলো, আইছো যিমান, আইভু সিমান
তাৰে আধা, তাৰে আধা
তোৰ সৈতেএশ হম,
গনৃতি কৰ পাবি গম।(৩৬)
( এই সাঁথৰটো অঙ্ক হিচাপে হাইস্কুলীয়া গণিতৰ কিতাপটো সন্নিবিষ্ট কৰা হৈছিল।

(৪) এক বুঢ়াৰ নওটা তিৰি
নওটা নওটা হ'ল ছলি
নওটা নওটা খালা কল
কলে ছলিয়ে বুঢ়াই তিৰিয়ে কিমান হ'ল?(৯১০)

(৫) কথাৰ লেঠেং ঠেং
নও কুৰি হাতীৰ কেইকুৰিঠেং?(৩৬)

(৬) এক বুঢ়াই নিছিল বাঘএটা, ছাগ এটা, একুৰি পাণ
বাঘে খায় ছাগ, ছাগে খায় পাণ,
নৌকাতো এযোৰ হে হয় পাৰ,
নদী পাৰ কৰাৰ উলিওৱা উপায়।( উত্তৰ দিয়া নহ'ল)



(৭) পাচ টকাত হাতী, আধেলিত ঘোঁৰা, সিকিত ছাগলি।
কুৰি গোটা টকাত কুৰিগোটা জন্তু কেনেকৈ কিনিলি? (৩+৩+১৪)

(৮) লাঠি খোৰা গৰিয়াক কাণত আলেই থউ।
গৰিয়া খোৰা কুকুৰক খুটাত বান্ধি থউ।।
( বাহ- বেতৰ খেৰি ঘৰৰ বেৰা আৰু দুৱাৰত)

যাঠীয়া বুঢ়াৰ পানী নিবলৈ অহা ঘৈণীয়েকক গৰখীয়া ল'ৰাই পৈয়েকৰ নাম সোধাত বুঢ়ীয়ে সাঁথৰেৰে নামটো কেনেকৈ কৈছে লক্ষণীয়। অসমীয়া সমাজত ঘৈণীয়েকে গিৰিয়েকৰ নাম নকঢ়াৰ উদাহৰণ।

(৯) চাৰি চৈধ্যং আৰু চাৰি, লৰু পাতৃছা শাৰী শাৰী।
গুছ লিকিৰা ঘৰক যাও, মোৰ স্বামীৰ সেয়ে নাউ।।

(১০) শুভঙ্কৰৰ ফাঁকি
যাঠিৰ গ'ল যাঠি
থাকিল উণযাঠি। ( ৫৯ মিনিট বা ৫৯চেকেণ্ড)

(ওপৰৰ ৭ নং সাঁথৰৰ বজাৰ ভাও দেখিলেই বুজিব পাৰি আমাৰ সাথঁৰবোৰ কেতিয়াৰ পৰা সমাজত চলি আছে।)

সামৰণিত আন কেইটামান উল্লেখযোগ্য সাঁথৰ তলত উল্লেখ কৰা হ'ল-- যিবোৰ আমাৰ সমাজত ল'ৰা-ছোৱালীৰ মাজত আজিও প্ৰচলিত--

১। দহৰ আগত শূণ্য বহিলে কি জন্তু হয়? (OX)
২। তিনিটা আখৰেৰে গঠিত মোৰ নামটি
ঘৰে ঘৰে অপকাৰ কৰোঁ দিনে ৰাতি;
ওলোটাই দিলেও নাম একেটাই ৰয়,
কোৱাচোন মোৰ নামটো কিনো বাৰু হয়? ( নিগনি)
৩। ভাবি চিন্তি কোৱাচোন,
মূৰত টিকনিলৈ পুৰিমৰে কোন?( মমবাতি)
৪। দুই জিভা কিন্তু নোহে সপিনী,
পঞ্চপতি যুক্ত কিন্তু নোহে পাঞ্চালি,
খৰতৰ বেগে চলে দক্ষিণে গমন,
নোহে সৰ্পৰাজ কৰে গৰ্ত্তত শয়ন।।( কলম)
৫। ওঠৰ কুৰি পাঁচটা হাতীৰ পাল,
দ্বাদশ পৰ্বতত চৰে সৰ্বকাল।।
ত্ৰিশ কুম্ভ খাই পানী,

সাতোটা স্তম্ভত বান্ধি থয় আনি।। (১বছৰ)

৬। এজোপা শিমলুত নওটা ঠাল।
ঠালে প্ৰতি নও নও দাল।।
দালে প্ৰতি নও নও ফেঁচা।
প্ৰতি ফেঁচাৰ নও নও ফেঁচী।।
নও নও ফেঁচীৰ নও নও কণী।
কিমান পোৱালী কোৱা চোন গণি।।(৫৯০৪৯)

**সহায়ক গ্ৰন্থপঞ্জী-**

১। অসমীয়া লোকসংস্কৃতিৰ আভাস — ড° নবীনচন্দ্ৰ শৰ্মা
২। সাঁথৰ— ৰেৱণ চন্দ্ৰ নাথ
৩। কৌতুক আৰু কাইথেলি অংক - দণ্ডীৰাম দত্ত
৪। 'দীপ্তি' — দেওমৰনৈ উঃ মাঃ বিদ্যালয়ৰ মুখপত্ৰ
৫। ডাকে বোলে শুনা উপায় — অতুল চন্দ্ৰ বৰুৱা
৬। সাঁথৰ সংগ্ৰহ কৰি দিয়া আৰু নিজমুখে কোৱা কাৰণে পাতিদৰঙৰ ৰবিৰাম ডেকা( ভাতৃ)।

**বিঃ দ্ৰঃ - প্ৰথম ১২ টা সাথৰৰ উত্তৰ ঃ**

১। হালবোৱা
২। ঢেঁকী
৩। কলগছ
৪। বেজী বতীয়া
৫। পিয়াঁজ
৬। কিতাপ
৭। লোণ
৮। বেৰৰ তলত চোঁচ সুমুৱাই দিয়া 'খোৱা'
৯। মানুহ
১০। তাঁত শালৰ খুটা
১১। ছেঁপা
১২। পকা জলকীয়া।❑❑



# দৰঙৰ লোক সাহিত্য আৰু বৰ ঢুলীয়াৰ গীত

**হৰেন ডেকা**

দেৱতাৰ ৰঙ্গ ভূমি ৰূপে খ্যাত দৰঙৰ লোক সংস্কৃতিৰ ক্ষেত্ৰখন বৰ বিশাল। প্ৰাচীন কামৰূপৰ অন্তৰ্গত দৰঙ্গ দেশৰ সেই সময়ৰ পৰাই সুকীয়া সংস্কৃতিয়ে গঢ় লৈ উঠিছিল। স্বকীয় মৰ্যাদাৰে মণ্ডিত দৰঙৰ লোক সংস্কৃতিয়ে প্ৰাচীন কালৰে পৰা ৰূপান্তৰৰ বাটেদি আহি আহি এক অনন্য সংস্কৃতি ৰূপে পৰিগণিত হৈছে। পাহাৰ-ভৈয়াম তথা আৰ্য-আৰ্য ভিন্ন জন গোষ্ঠীৰ সংস্কৃতিৰ সংমিশ্ৰণত আৰু সমন্বয়ত সৃষ্টি হোৱা দৰঙৰ লোক সংস্কৃতি অতি আঢ্যৱন্ত। অতীজৰ পালবংশীয়, শালস্তম্ভ বংশীয়, ভূঞা বংশীয় ৰজাসকল আৰু শেষৰ ফালে আহোম আৰু কোঁচ ৰজা সকলৰ ৰাজ পৃষ্ঠপোষকতাত দৰঙৰ লোক সংস্কৃতিৰ পূৰ্ণ বিকাশ ঘটিছিল।

অসমৰ সংস্কৃতিৰ পথাৰখনত দৰঙৰ লোক সংস্কৃতিৰ বিশেষ স্থান আছে। অসমৰ সংস্কৃতি হৈছে সমন্বয়ৰ সংস্কৃতি। বিভিন্ন জনগোষ্ঠীৰ লোক সংস্কৃতিৰ সমহাৰত গঠিত বাৰেৰহনীয়া সংস্কৃতিয়ে অসমৰ সাংস্কৃতিক দিশত বিশেষ মাত্ৰা দান কৰিছে। স্বীকাৰ্য যে, একোটা জাতিৰ লোক সংস্কৃতি আৰু লোক সাহিত্যই জাতিটোৰ সামগ্ৰিক স্বাক্ষৰ বহন কৰে । প্ৰসংগ ক্ৰমে উল্লেখ্য যে, একোটা জাতিৰ সামাজিক জীৱনৰ সম্পূৰ্ণ ইতিহাস বুৰঞ্জীয়ে সঠিক ভাবে দিব নোৱাৰে। যিবোৰৰ কোনো প্ৰমাণ নাই , সেইবোৰত বুৰঞ্জীও একেবাৰে নিমাতে ৰয় । কিন্তু এই কথাও সত্য যে, ইতিহাস বা বুৰঞ্জীয়ে ঢুকি নোপোৱা বা প্ৰমাণ নোহোৱা কালতো মানুহে খোৱা- বোৱা, পিন্ধা-উৰা, গীত-মাত, কাম কাজ আদিৰ মাজেৰে স্বাভাৱিক ভাবে জীৱন নিৰ্বাহ কৰিছিল। তাহানিৰ প্ৰমাণ নোহোৱা যুগটোৰ বিষয়ে আলোচনা-বিলোচনা কৰিবলৈকে প্ৰয়োজন হয় লোক-সাহিত্য, লোকসংস্কৃতি, পুৰাতত্ত্ব আদি লোকতাত্বিক সমলসমূহৰ। জনগণৰ আচাৰ-ব্যৱহাৰ, মাত- কথা, ধৰ্ম-সংস্কাৰ, বিশ্বাস-অবিশ্বাস, সামাজিক সাংস্কৃতিক উপাদন সমূহৰ বিষয়ে লোক সাহিত্যই কিছু পৰিমাণে হ'লেও আভাস দিব পাৰে। ইংৰাজী 'Folk lore' শব্দৰ পৰাই আহিছে জনকৃষ্টি বা লোকসাহিত্য অভিধাটি, 'ফৌক' হৈছে জনসাধাৰণ, 'লোৰ' হৈছে সঞ্চিত অভিজ্ঞতা বা জ্ঞান। লোক সাহিত্য জন গণৰ অভিজ্ঞতালব্ধ জ্ঞানৰ ভঁড়াল স্বৰূপ; সেয়ে লোক লাহিত্য একোটা জাতিৰ জাতীয় আত্মা। পণ্ডিত গৱেষক ড০ প্ৰফুল্ল দত্ত গোস্বামীয়ে জন কৃষ্টি বা লোক সংস্কৃতিৰ বিষয় বস্তু সৰ্ন্দভত এষাৰ লাখটকীয়া কথা কৈছে -'যি আচাৰ-বিচাৰ ভাল হওঁক বেয়া হওঁক পৰম্পৰাগত, আৰু মৌখিকভাৱে বৰ্তি থাকে সিহে জনকৃষ্টিৰ বিষয়বস্তু'।

কৃষ্টিৰেই এটা বিভাগ হৈছে জনসাহিত্য বা লোক সাহিত্য। লোক সাহিত্য

জনগণৰ সাহিত্য। অখ্যাত কবিৰ বিখ্যাত ৰচনা পুৰণি নাম, পদ মালিতা, সাঁথৰ, সাধুকথা, যোজনা পটন্তৰ আদি প্ৰধানকৈ লোক সাহিত্যই সামৰি লয় লোকসহিত্যৰ এটা প্ৰধান অংগ। লোকগীতবোৰৰ মাজত অনুভবৰ আন্তৰিকতা প্ৰকাশ ভংগীৰ স্বচ্ছতা আৰু ছন্দৰ সাবলীলতা মনকৰিব লগীয়া । লোকসাহিত্যৰ এনে স্মৰণীয় কাব্যিক গুণৰ বাবেই লোকগীত -মাত যুগ অতিক্ৰম কৰি একোটা জাতিৰ মাজত জীয়াই থাকে। সেয়ে লোক সাহিত্য পুৰণি হৈয়ে ই নিত্য নতুন। সুৰ লগাই গালেই লোক গীত, নাগালেই ই কবিতা হৈ পৰে। আনহাতে জনজীৱন মটিৰ স'তে সম্পৰ্ক আছে, গতিকে মাটিৰ মানুহৰ জীৱন গাঁথা লোক সাহিত্য সমূহত সুন্দৰ ভাৱে ছন্দিত হৈছে।

অসমৰ ঐশ্বৰ্যময় লোক-সাহিত্য ভঁড়ালত দৰঙৰ লোকসাহিত্য মানিকী মধুৰী জহা হৈ জিলিকি আছে। দৰঙৰ আপুৰুগীয়া লোকসাহিত্য সমূহৰ মাজেদি সামগ্ৰিক ভাবে প্ৰকাশ পাইছে দৰঙৰ সাংস্কৃতিক চিত্ৰ । "দৰঙত মাৰ্গীয় সংস্কৃতি, জনজাতীয় সংস্কৃতি, লোক সাংস্কৃতি এই তিনিবিধ ধাৰাৰে সংমিশ্ৰণ ঘটিছে যদিও প্ৰাধান্য লাভ কৰিছে লোক সংস্কৃতিয়ে । দৰঙৰ লোক সাহিত্যৰ মাজেৰেও সেয়ে প্ৰধান ভাবে লোক সংস্কৃতিৰ প্ৰতিফলন ঘটিছে যদিও মাৰ্গীয় আৰু জনজাতীয় বৈশিষ্ট্যও ই একেবাৰে পৰিহাৰ কৰা নাই" ।

দৰঙৰ লোক সাহিত্যক বৈচিত্ৰ্যৰ ফালৰ পৰা লোকগীত, লোককথা আৰু লোকোক্তি হিচাপে তিনিটা ভাগত ভগাই আলোচনা কৰিব পাৰি। এই তিনিটা শ্ৰেণীৰ ভিতৰত লোকগীতেই প্ৰধান। অসমৰ লোকগীত সমূহৰ যি চাৰত্ৰিক বৈশিষ্ট্যৰে বিশিষ্ট, সেই একে বৈশিষ্ট্যৰে দৰঙৰ লোক সাহিত্য গৰিমাময়। বিশিষ্ট লেখক, গৱেষক ড০ কনক চন্দ্ৰ চহৰীয়াই দৰঙৰ লোকগীত সংগ্ৰহ গ্ৰন্থৰ পাতনিতে। দৰঙৰ লোকগীত সমূহক আলোচনাৰ কাৰণে তাত্বিক দিশৰ পৰা (১) পূজা সেৱাৰ গীত (২) লোক উৎসৱ-অনুষ্ঠানৰ গীত (৩) সংস্কাৰমূলক গীত (৪) আখ্যান মূলক গীত (৫) কৰ্মমূলক গীত (৬) লোক কাব্য-লোক মহাকাব্য লোক পুৰাণ (৭) দাৰ্শনিক ভাৱৰ গীত (৮) বিবিধ বিষয়ক গীত (৯) নিচুকণি গীত আৰু খেল-ধেমালি গীত আদি কেইবাটাও উপশ্ৰেণীত ভাগ কৰিছে।

উল্লেখযোগ্য যে পৰিবেশ্য কলা ঢেপাঢুলীয়া, বৰঢুলীয়া; খুলীয়া ভাউৰীয়া আদি কৃষ্টিৰ লগত বিবিধ বিষ য়ক গীতখিনি বিশেষভাৱে জড়িত। দৰঙৰ ঐতিহ্যপূৰ্ণ পৰিবেশ্যকলা সমূহৰ ভিতৰত বৰঢুলীয়াৰ কৃষ্টি অন্যতম। ই ঢেপাঢুলীয়া সমগোত্ৰীয়। মূলত অনাৰ্য মূলীয় ঐতিহ্য পূৰ্ণ বৰঢুলীয়া কৃষ্টি দৰঙী কোচৰজা সকলৰ ৰাজ পৃষ্ঠপোষকতাত বিশেষ ভাৱে ঠন ধৰি উঠিছিল। ৰাজকীয় পৃষ্ঠপোক্ষকতা লাভ কৰাত দৰঙৰ বৰঢুলীয়াই তদানীন্তন কালত বিশেষ সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছিল। ঢেপাঢুলীয়াৰ দৰেই বৰঢুলীয়া ও দৰঙৰ পুৰাতনীয়া পৰিবেশ্য কলা। বৰ বৰ



আকাৰৰ ঢোল ব্যৱহাৰ কৰা হয় বাবেই সম্ভৱত বৰঢুলীয়া আখ্যা দিয়া হৈছে। অসমত ঢোলৰ প্ৰচলন অতি পুৰণি যদিও দৰঙত তিনিবিধ ঢোলৰ হে প্ৰচলন সৰ্বাধিক আছিল। ঢেপাঢোল, বৰঢোল আৰু জয়ঢোল বা দেৱ ঢোল। বৰঢোলবোৰ গোলাকৃতিৰ পাতল কাঠৰ পৰা তৈয়াৰ কৰা হয়। ডেৰহাতমানৰ পৰা আঢ়ৈহাতমান দীঘল আৰু ঢোলৰ বেৰটো প্ৰায় দুহাত আৰু চাৰিহাত পৰ্যন্ত হয়। চামাৰাৰে চিয়াই কান্ধত ওলোমাই লৈ বিভিন্ন বাদীৰ লহৰ তোলে। বৰঢুলীয়াৰ বাদীৰ নমুনা এটি তলত উল্লেখ কৰা হ'ল—

"তেই-তেই-তে গিন, তেই গিন-গিন
গিন-তেই তে গিন, তেই গিন গিন
তেই গিন-তেই গুৰু
গিন-তেই -গুৰু,
গিন-গিন-তেই
খিত-তেই।।
তেই, গিৰ গিৰ গিন
গিন-তেই-গুৰু
গিন-তেই-গুৰু
গিন গিন তেই
খিত তেই।।" (৩)

বৰঢুলীয়াই চাপকন চোলা দীঘল জামা পিন্ধে। জামা পিন্ধাৰ বাবে বৰঢুলীয়া কৃষ্টিত মোগলাই প্ৰভাৱ পৰাযেন লাগে। বৰঢোলৰ বাদীৰ চেৱে চেৱে ঢুলীয়াই মৃদুভাবে নৃত্য কৰে। ঢোলৰ ওপৰতে কৌশল পুৰ্ণ ভাবে খোদ মাৰে। বৰঢুলীয়াৰ খোদ বোৰ বিভিন্ন প্ৰকাৰৰ যেনে গুৰু পাদ খোদ, ধুমখোদ উল্টাখোদ, নেউলঘুপি খোদ আদি। খোদ মৰাৰ উপৰিও বৰঢুলীয়াই চাৰ্কাচৰ দৰে কুক্তি খেলে। কেতিয়াবা একোজন ঢুলীয়াই চাৰিপাঁচটা ঢোল আঁৰি লৈ বৃত্তাকাৰে মৃদু ভাবে ঘূৰি ঘূৰি ঢোল বজাই নৃত্য কৰে। আকৌ কেতিয়াবা ইজনে সিজনৰ কান্ধত উঠি ধৰাধৰি কৈ গম্বুজ তৈয়াৰ কৰি তাৰ ওপৰতে বাঁহ লৈ চাৰ্কাচ কৰি দেখুৱায়। কেতিয়াবা ওপৰতে খোদ মাৰে। দৰঙত বৰঢুলীয়া কৃষ্টি সগ্ঢালনিভাবে প্ৰচলন আছিল যদিও এইবিধ পৰিবেশ্য কলা চৰ্চাকাৰী লোক সম্প্ৰতি নোহোৱা হৈ আহিছে । কিছু বছৰ পুৰ্বে দৰঙৰ নগাওঁ হাতীমাৰা অঞ্চলত এটি বৰঢুলীয়াৰ দল আছিল। সোণাৰাম কেওট, দধি কেওট (চকিদাৰ) মহী কেওঁট, কালীয়া কেওঁট, বংশী কেওঁট, সন্তো ৰাম কেওট, চানা হীৰা, দয়াহীৰা, চেনীৰাম কেওঁট আদিয়ে এই বিদ্যা চৰ্চা কৰিছিল। সম্প্ৰতি ছিপাঝাৰৰ তুৱা পাৰাত বৰঢুলীয়াা কৃষ্টিবিধ জীয়াই আছে যদিও নতুন প্ৰজন্মই এই বিধ পৰিবেশ্য কলাক আকোৱালি নোলোৱাত ই ক্ৰমশ লোপ পাই আহিছে। অতীজত তুবাপেৰীয়া

বৰঢুলীয়াৰ দলটো দৰঙৰ বিখ্যাত বৰঢ়লীয়াৰ দল আছিল। থুলেশ্বৰ নাথ, ফণীধৰ নাথৰ পৰিচালনাত বৰঢুলীয়াৰ দলটিয়ে দৰঙৰ বাহিৰতো বিশেষ সমাদৰ লাভ কৰিছিল। বৰ্ত্তমান কুলেন নাথৰ পৰিচালনাত দলটোৱে বৰঢুলীয়া প্ৰদৰ্শন কৰি আছে।

বৰঢুলীয়াৰ আকৰ্ষণীয় এক নৃত্য হৈছে পুতলা নাচ। বিশেষ কাৰু কাৰ্যৰে নিৰ্মিত কাঠৰ মাৰি এডালৰ সহায়ত বিশেষ সাজ পৰিধান কৰা ঢ়লীয়া এগৰাকীয়ে নাচি নাচি গীতটো গায় ৰাইজক আমোদ দিয়ে। পুতলানাচৰ গীতটো জুনা আৰ্হিৰ আৰু হাস্য মধুৰ। গীতৰ সুৰটো বৰ মোহনীয়া। গীতটো তলত উল্লেখ কৰা হ'ল -

দিহাঃ- অ মোৰ ডাঙাৰ বাপা ঐ
ভাল কৰি নাচন দিবি
অ মোৰ চানা বাপা ঐ
ভাল কৰি নাচন দিবি
গুৰু পাদ খোদ দি
আৰু এটা জুৰবি
মোৰ ডাঙাৰ বাপা ঐ...........

পদ ঃ

ঐ এ সৰস্বতী মাতৃ মোৰ কণ্ঠে হৈবা থিতি।
যিখিনি পাহাৰো মাতৃ দিবা অনুমতি ।।
ঐ এ গুৰু মানি ভক্তি ধুলা শিৰে তুলি লওঁ।
বৰ পটুৰাৰ দিনৰ কথা দুই চাৰি আষাৰ কওঁ।।
ঐ এ চেক্ চেক্ কৰেই টাং টিঙেলি টেপোৰ টেঙাৰ পাত।
ঠক্ ঠক্ কৰেই মইহৰ গাখীৰ মালভোগ ধানৰ ভাত।।
ঐ এ ডাঙাৰ বাপা চানা বাপা দুই ভায়াক আছিল।
দুয়োমিলি বৰঢুলীয়াৰ কুস্তি কৰ্‌বা আহিল ।।
ঐ এ ডাঙৰ বাপাই নাচন দিছি ৰাইজে চাইছি বেৰি।
চানা বাপাই নাচন দিছি দেহাৰ আশা এৰি।।
ঐ এ ডাঙৰ বাপাই নাচন দিছি ভৰি এখান পেলাই ।
চানা বাপাই নাচন দিছি গাতো ঘেলেই ঘেলেই।।"৪

পুতলা নচুৱাই গোৱা গীতটোৰ মাজেদি ঢুলীয়া গৰাকীৰ কবিত্ব প্ৰতিভাৰ চানেকি লক্ষ্য কৰা যায়। ঢুলীয়া গৰাকীয়ে পুতলাটোক বিভিন্ন অংগী ভংগীৰে নচুৱাই ৰাইজৰ প্ৰশংসা লভে। এইদৰে পুতলা নচুৱা গীতৰ বাহিৰেও আন কিছুমান নৈদানিক গীত পৰিবেশন কৰে। ৰভাৰ জন্ম, তালৰ জন্ম, নৰ মনুষ্যৰ কথা (দাৰ্শনিক ভাব সম্পন্ন) গীত পৰিবেশন কৰে। গীতবোৰ দৰঙী লোক সাহিত্যৰ অনুপম গীতি সাহিত্য ৰূপে চিহ্নিত হৈছে। কেইটিমান গীতৰ নমুনা তলত উল্লেখ কৰা হ'ল।



(১) দিহাঃ-

গুৰু, মানীৰ ভৰিৰ ধূলা শিৰে তুলি লওঁ
ৰভা জন্মৰ কথা ভাইহাত চাৰি আষাৰ মান কওঁ"
বছৰকৰপে গিৰি ঘৰে বস্তু থৈছিল সাঁচি
একদোন মাটি আগুৰি ৰভা থৈছি পাতি ।।
গুৰিত দিছি মাটি ভাই হাত আগত দিছি কাণ
খুটাই মাৰলি লগেই থৈছি তিনিমেৰীয়া বান্ধ।।
মাৰলিত গড় কামী দিছি তাৰ ওপৰত বোন
অন্তৰ ৰূপে ৰভাখান দেখি সুলক্ষন
সুৰ্দনাৰ সভাখন আকাশে আছিলা
ব্ৰহ্মাদেৱে নমাই আনি পৃথিবীত পাতিলা।
চন্দ্ৰ হৈলা চন্দ্ৰতাপ বায়ু যে চোঁৱৰ ।
ধৰণী হৈলা যজ্ঞৰ ভূমি নক্ষত্ৰ মণ্ডল
চাৰি কাষে চাৰি সিদ্ধ আসন থৈছি পাতি ।
সবাৰে মাজত থৈছি প্ৰভুৰ আসন পাতি ।।
গৰুড়ত চৰি আজি আহিবো শ্ৰীহৰি ।
পদ্মৰ আসনত বহিব শংখ চক্ৰ ধৰি ।।
হৰি ধ্বনি কৰ বাপুসৱ বৈকুণ্ঠকে যাক ।
বৈকুণ্ঠৰ শ্ৰীহৰি চকু মেলি চাক।।"৫

(২) দিহাঃ-

যমুনাৰে হৰি পাৰ কৰি থোৱাৰে
নন্দেৰ কাণাই এ ।।

পদঃ-

যমুনাক যাবা লেগি
মাৰে দিলা বাধা ৰে
সেই বাধা নামানিলা
কলংকিনী ৰাধা ৰে
ঘাটুৰৈ বোলো তোক
আগে পাৰ কৰা মোক
নন্দেৰ কাণাই এ,
যমুনাৰে হৰি পাৰ কৰি থোৱাৰে
নন্দেৰ কানাই এ
অন্য ৰাধাক পাৰ কৰিলে

লও আনা আনা ৰে
তই ৰাধাক পাৰ কৰিলে
লম কাণৰ সোণা ৰে

(৩) দিহাঃ-

যায় এ কি যায় এ
যায় যমুনাৰ জলে
যায় এ কি যায়

পদঃ-

ঘাটে নাযাও বাটে নাযাও
পানীক নাযাও লাজে
কাষৰ কলচী ভাগিল
লোক অপবাদে এ
অইনৰ বাচা ডাঙৰ দীঘল
আমাৰ বাচা সৰু
চাৰৱা পাৰা বান্ ভা নৰা
গোহালিৰে গৰু এ"

(৪) দিহাঃ-

গুৰু মানীৰ ভৰি ধূলা শিৰে তুলি লও।
কলি যুগৰ নৰ মনিচৰ কথা চাৰ আষাৰ কও।।
ঈশ্বৰক নাজানিয়া পাপী আটাহ পাৰয়।
সেই সময়ত এই পাপী ৰক্ষা নপৰয়।।
মুখে নোবোলয় ভাই ৰাম কৃষ্ণ বাণী।
নাকে মুখে শলামাৰি জিভা কাটে টানি।।
দুখীয়াৰ দুখ সুখ তিলকতে চুৰ।
যমৰ কিং কৰে ধৰি নিয়ে যমৰ পুৰ।।
যমৰ পুৰে নিয়া তাক কৰে বিকুৰ থনা।
দুৰ্ঘোৰ নৰকে পেলাই ভুঞ্জাইবো যাতনা।।
নাক কাটে কাণ কাটে আৰু কাটে চুলি।
যমৰ ঘৰত সইত খাই মিছা নকওঁ বুলি।।
কিনো ৰূপে কম কথা গাত এ হেৰাল থৰ।
আই সকলে জোকাৰদি বাপু সকল হৰি ধ্বনি কৰ।।

(৫)দিহাঃ- চাকাৰ্চ কৰে মহাৰাজ কে ব'লে

পদঃ- প্ৰথমে প্ৰনামো ব্ৰহ্মা ৰূপী সনাতন এ ...........



সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ন এ।।
তযু নাভি কমলত ব্ৰহ্মা ভৈলাজাত ।
যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত।।
মৎস্যৰূপে অৱতাৰ ভৈলা প্ৰথমত।
উদ্ধাৰিলা চাৰিবেদ প্ৰলয় জলত।।(৮)

এনেদৰে দশাৱতাৰ পদ গাই গীতটোৰ সামৰণি মাৰে। গীতটোৰ মাজত বৈষ্ণৱীয় প্ৰভাৱ লক্ষণীয়। ইয়াৰ বাহিৰে জুনা বিষয় গীত বা নৈদানিক মূলক গীত কেইটি মাজত হাস্যৰসৰ সোৱাদ লক্ষ্য কৰা হয়। আনহাতে কাহিনী মূলক গীত কেইটিৰ মাজেদি ঢুলীয়াৰ বিচক্ষণতা আৰু গীতৰ বৰ্ণনা চমৎকাৰিত্ব মন কৰিব লগীয়া। গীত সমূহৰ মাজেদি প্ৰকাশ পোৱা সামাজিক চিত্ৰ আৰু গায়ন পদ্ধতিৰ স্বকীয়তাই দৰঙীয়া সমাজখনৰ প্ৰতিচ্ছবি ভাস্বত কৰি তুলিছে। এই দিশৰ পৰা চাবলৈ গ'লে দৰঙৰ বৰঢুলীয়াৰ গীত সমূহৰ ঐতিহাসিক আৰু সাংস্কৃতিক মূল্য অনস্বীকাৰ্য°।

সন্দেহ নাই, সমাজ এখনৰ সামাজিক-সাংস্কৃতিক পশ্চাৎপট আৰু জন সাধাৰণৰ মানসিকতাক বুজিবলৈ হ'লে সেই সমাজখনৰ প্ৰচলিত গীতপদ বা লোক সাহিত্যৰ জৰিয়তেহে সম্ভৱ। এগৰাকী প্ৰখ্যাত জনকৃষ্টি আলোচকৰ ভাষাৰে ক'বলৈ হ'লে - 'বুৰঞ্জী আৰু ভূগোলেও যদি কোনো একজাতিৰ মনৰ পৰিচয় দিবলৈ অসমৰ্থ হয়, তেনেহ'লে সেই পৰিচয় দিব পাৰে সেই জাতিৰ মাজত প্ৰচলিত গীত-পদ সাধুৱেহে।"-[৯]□□

**পাদটীকা ঃ**

১। গোস্বামী ড০ প্ৰফুল্ল দত্ত - অসমীয়া জন সাহিত্য - পৃ-১২
২। চহৰীয়া ড০ কনক চন্দ্ৰ দৰঙীলোক গীত সংগ্ৰহ -পৃ-২৩
৩। বৰুৱা ৰজনী কান্ত - দৰঙী কলাকৃষ্টি চমু কথা -পৃ-১৩৭
৪। সংবাদ দাতা- কুলেন্দ্ৰ নাথ (৬৫) তুবাপাৰা, ছিপাঝাৰ
৫। সংবাদ দাতা- কু লেন্দ্ৰ নাথ (৬৫) তুবাপাৰা, ছিপাঝাৰ
৬। সংবাদ দাতা- কুলেন্দ্ৰ নাথ - ৬৫ তুবাপাৰা, ছিপাঝাৰ
৭। বৰুৱা ৰজনীকান্ত দৰঙী কলাকৃষ্টিৰ চমু , ছিপাঝাৰ
৮। সংবাদ দাতা - পুৰন্দৰ চহৰীয়া ৫০ তুবাপাৰা।
৯। গোস্বামী ড° প্ৰফুল্ল দত্ত অসমীয়া জনসাহিত্য পৃ-১৭□□

# দৰঙৰ বৈশিষ্ট্যপূৰ্ণ লোক পৰিৱেশ্য কলা ঃ ছেওচাপৰি নাম

ড° ৰামচন্দ্ৰ ডেকা

সকলো পৰিৱেশ্য কলাৰ লগত লোকসমাজৰ এক নিবিড় সম্পৰ্ক থাকে। লোকসমাজৰ সমৰ্থনপুষ্ট নহ'লে কোনো লোকপৰিৱেশ্য কলা বৰ্তি থাকিব নোৱাৰে। সাধাৰণতে কোনো উৎসৱ-পাৰ্বণৰ গোন্ধৰ নিশা (অধিবাসৰ নিশা) ছেওচাপৰি নাম অনুষ্ঠিত হয়। পিছলৈ বিয়া-সভা, দেউল, পাচেতি, মথেনী আদি লোক উৎসৱত ছেওচাপৰি নাম প্ৰদৰ্শিত হয়। উৎসৱ-পাৰ্বণৰ গোন্ধৰ নিশা ছেওচাপৰি নাম অনুষ্ঠিত হ'লে দুটা দল একেলগে আহ্বান কৰা হয়। দুয়োটা দলৰ মাজত এক প্ৰকাৰ মুকলি প্ৰতিযোগিতা অনুষ্ঠিত হয়। এই প্ৰতিযোগিতাক স্থানীয় লোকে 'যুঁজৰ নাম' বুলি কয়। এটি দলে নাম পৰিৱেশন কৰি উঠাৰ পাছত আনটো দলে নাম পৰিৱেশন কৰে। এই ক্ষেত্ৰত ৰভাস্থলীত সমবেত অগণন দৰ্শক-শ্ৰোতাৰ সহযোগ আৰু উদ্দীপনাই এক উৎসাহজনক পৰিৱেশৰ সৃষ্টি কৰে।

এই নামৰ মুখ্য শিল্পীজনক ওঝা বা পাঠক বুলি কোৱা হয়। চাপৰি বজাই পদ গোৱাসকলক 'পালি' আৰু নাগাৰা বজোৱা শিল্পীজনক 'নাগৰু' বুলি জনা যায়। পালিসকলৰ চাৰিগৰাকীমানে ভোৰতাল বজায়। তেওঁলোকক তালুৱৈ বুলি কোৱা হয়। নাম পৰিৱেশনৰ সময়ত ওঝা বা পাঠকে লগাই দিয়া পদ পালিসকলে একে সুৰত সমূহীয়াভাৱে আবৃত্তি কৰে। প্ৰতিগৰাকী পালিয়ে এই ছেওচাপৰি নাম পৰিৱেশনৰ সময়ত ছন্দায়িত গতিৰে নিজৰ দেহত এক নৃত্যভংগীৰ লহৰ তোলে। লগে লগে চাৰিগৰাকী বা ছয়গৰাকী আৰু কেতিয়াবা আঠগৰাকী পালিয়ে বহি থকাৰ পৰা ক্ৰমে নৃত্যভংগীৰে থিয় হৈ নানা ছেও প্ৰদৰ্শন কৰিবলৈ আৰম্ভ কৰে। তাল, নাগাৰা আৰু চাপৰিৰ সুসংহত বাদ্যধ্বনিৰ মাজেৰে 'সৰ্‌কি নাচন', 'খেদানাচন', 'খুটিনাচন' আদি প্ৰদৰ্শন কৰে।

সৰ্‌কি নাচনত শিল্পীসকলে পৰস্পৰৰ বাহুৰ তলেদি বা কেতিয়াবা দুগৰাকী শিল্পীৰ ফাকেৰে ছন্দায়িত গতিৰে পাৰ হৈ গৈ এক শৃঙ্খল প্ৰস্তুত কৰে। দেখাত বৃহৎ আকাৰৰ এটি প্ৰস্ফুটিত পদুম ফুল একে ঠাইতে ঘূৰাই থকা যেন দেখি। তেনেদৰে খেদানাচন আৰু খুটিনাচনৰ মাজেৰেও অন্যান্য গতিশীল আৰ্হি ছেওচাপৰিৰ নামৰ শিল্পীসকলে প্ৰদৰ্শন কৰে। আকৌ কেতিয়াবা এই নৃত্যভংগীৰ সময়ত পালিসকলে দুই হাতেৰে তাল ঘূৰাই ঘূৰাই ছেও বা চং দেখুৱায়। এই পৰিৱেশ্য কলাৰ প্ৰতিগৰাকী



শিল্পীয়েই চাপৰিৰ মাজেৰে বাদ্যযন্ত্ৰ সংগত কৰাৰ দৰে তাল ৰক্ষা কৰে। অৰ্থাৎ নাম পৰিৱেশনৰ সময়ত পালি শিল্পীসকলৰ চাপৰিৰো বিশেষ ভূমিকা থাকে। চাপৰিৰ মাজেৰেও এই শিল্পীসকলে ছেও প্ৰদৰ্শন কৰে। দুয়োটা বৈশিষ্ট্য এইবিধ পৰিৱেশ্য কলাত বিশেষভাৱে পৰিস্ফুট হয় কাৰণেই এইবিধ কলা লোকমাজত ছেওচাপৰি নাম হিচাপে সমাদৃত হ'ল।

ছেওচাপৰি নামৰ শিল্পীসকলে পৰিৱেশন কৰা গীত-পদত আৰোহণ, গুৰু বন্দনা, দিহা, পদ বা গীত আৰু সামৰণি— এই পঞ্চ অংগ বিশিষ্ট সংগীত শৈলীৰ প্ৰভাৱ লক্ষ্য কৰিব পাৰি।

**ছেওচাপৰি নামৰ পদ বা গীত ঃ**

ছেওচাপৰি নামৰ শিল্পীসকলে পূৰ্বতে ৰামায়ণ আৰু মহাভাৰতৰ পদ আবৃত্তি কৰিছিল। কালক্ৰমত এই দুই মহাকাব্যৰ উপৰিও কীৰ্তন-ঘোষা, নাম-ঘোষা আৰু দশমৰ পদ গোৱাৰ পৰম্পৰা ছেওচাপৰি নামত অন্তৰ্ভুক্ত হয়।

তাল নাগাৰাৰ বাদ্য ধ্বনিৰ লগত পালিসকলে চাপৰি সংগত কৰি ছেওচাপৰি নামৰ আৰোহণ পৰ্ব দেওবাদিৰে পাতনি কৰি আৰম্ভ কৰে।

দ্বিতীয় পৰ্ব হ'ল বন্দনা। সকলোবোৰ লোকপৰিৱেশ্য কলাত গুৰু বন্দনাৰ পৰম্পৰা এক মুখ্য অংগ। ছেওচাপৰি নামত পূৰ্বৰে পৰা গুৰু বন্দনাত ৰামচন্দ্ৰৰ বন্দনা কৰা হৈছিল। যথা-

দিহা ঃ অ' ৰাম বোল - হায় হায় কোন গুণে,  
অ' হায় হায় কোন গুণে  
ৰাঘৱৰ ভজিম চৰণে।।

পদ ঃ প্ৰথমে বন্দিবো ৰাম  মুক্তিপ্ৰদ যাৰ নাম  
প্ৰভুৰাম কমললোচন।  
অযোধ্যাৰ পতি ৰাম  তনু দুৰ্ব্বাদল শ্যাম  
প্ৰণাম কৰো কৌশল্যানন্দন।।  
প্ৰণামোহো শ্ৰীৰাম  মন্ত্ৰী যাৰ জাম্ববান  
মিত্ৰযাৰ গুহক চণ্ডাল।  
ৰিপু যাৰ দশানন  সৱে শত্ৰু পৰায়ণ  
কীৰ্ত্তি যাৰ সাগৰ বন্ধন।।  
দিবা ৰাত্ৰি নিশাচৰে  সৱে যাক নিৰন্তৰে

পক্ষীৰাজ যাহাৰ বাহন।  
লক্ষ্মী যাৰ সুবণিতা  সীতা যাৰ বিবাহিতা  
ভাতৃ যাৰ অনুজ লক্ষ্মণ।।

হৰিতে ভূমিৰ ভাৰ অৱনীত অৱতাৰ
হেৰ দেখ ৰঘুৰ নন্দন।
সূৰ্য্যবংশ উতপন ভুবন মোহিতে মন
ধন্য পুৰী অযোধ্যা ভুৱন।।
কৰ্ণৰ সমান দাতা প্ৰজাৰ পালনে হিতা
ৰাম বৰ গুণৰ সাগৰ।
সমস্ত ভূমিৰ ভাৰ খণ্ডাইবাক বাৰম্বাৰ
ৰামৰূপে ভৈলা অৱতাৰ।।
হস্তে ধনুৰ্ব্বান ধৰি শত্ৰু পলাই লৰৰি
অনুগত জানা দয়াময়।
শ্ৰীৰামৰ চৰণ মনে কৰি সোমৰণ
বিপ্ৰক জানকীনাথে গায়।।

ছেওচাপৰি নামত পৰৱৰ্তী কালত ৰাম বন্দনাৰ লগতে শিৱ বন্দনাও যুক্ত হয়। লৌকিক দেৱতা হিচাপে জনজাতীয় সমাজত শিৱৰ প্ৰভাৱ অপৰিসীম। দৰঙৰ সকলোবোৰ লোকপৰিৱেশ্য কলাত এক জনজাতীয় প্ৰভাৱ লক্ষ্য কৰিব পাৰি। এই প্ৰভাৱ ছেওচাপৰি নামতো যে পৰিছিল তাৰ এক নিদৰ্শন হ'ল এই শিৱ বন্দনা।

গুৰু বন্দনাৰ পিছত দিহা আৰু পদ আৰম্ভ কৰে। ইয়াৰ পিছত পালিসকলে সমস্বৰে তাক একে সুৰত আবৃতি কৰে। ইয়াৰ পিছত পাঠকে পদসমূহ আবৃতি কৰে আৰু পালিসকলে প্ৰতিটো পদৰ পিছত দিহা আবৃতি কৰে। যথা-

দিহা ঃ অজৰাজৰ পুত্ৰ মই নাম দশৰথ।
তোমাৰ পুত্ৰ সিন্ধুমণিক কৰিলো বধ।
পদ ঃ হস্তীয়ে পানী খোৱা শৱদ শুনিলো।
তোমাৰ পুত্ৰ বুলি তাক নজানিলো।।
আহে দশৰথ পাপী কৰিলি অকৰ্ম।
মোহোৰ পুত্ৰ মাৰি তই দেখুৱালি মৰ্ম।।
সূৰ্য্যবংশী ৰাজাইহে মোৰ পুত্ৰক বধিলি।
মোৰ অভিশাপে পুত্ৰশোকে প্ৰাণক তেজিবি।।

আকৌ—
দিহা ঃ যদুমণি যাদৱ যাদৱ যদৱানন্দ হৰি।
পদ ঃ লংকাত পশিলা সাগৰত বান্ধি সেতু।
ৰাৱণ বধিলা সীতা হৰণৰ হেতু।।
বধিলা ৰণত আনো ৰাক্ষস অনেক।
ভক্ত বিভীষণক কৰিলা অভিষেক।।



অগ্নিত পৰীক্ষা আনি কৰিলা সীতাক।
ব্ৰহ্মাদেৱে স্তুতিবাণী বুলিলা তোমাক।।
সম্বৰিলা সীতা দশৰথৰ বচনে।
অযোধ্যাক আসিলা সভাৰ্য্যা ৰংগমনে।।

এইদৰে দিহা আৰু পদাংশৰ শেষত সামৰণি পৰ্ব আৰম্ভ হয়। সামৰণি পৰ্বক অপৰাধ ভঞ্জন বুলি কোৱা হয়। ছেওচাপৰি নামৰ এটি সামৰণী নাম এনে ধৰণৰ ঃ

দিহা ঃ লৈয়াহে লৈয়াহে শ্ৰীৰামৰ নামখিনি লৈয়া হে
লৈয়াহে লোৱাহে শ্ৰীৰামৰ নামখিনি লৈয়া হে
পদ ঃ অ' শ্ৰীৰামৰ নামখিনি অময়া মাধুৰী
আছুৰি চিণ্ডিম চুলিহে..........।

**ছেওচাপৰি নামৰ বাদ্যযন্ত্ৰ ঃ**

ছেওচাপৰি নামত মুখ্যভাৱে নাগাৰা আৰু ভোৰতাল বাদ্যযন্ত্ৰ হিচাপে ব্যৱহাৰ কৰা হয়। পূৰ্বতে বৃহৎ আকাৰৰ নাগাৰা ছেওচাপৰি নামত ব্যৱহাৰ কৰা হৈছিল। বৰ্তমান আকাৰত কিছু সৰু নাগাৰাও ছেওচাপৰি নামৰ শিল্পীসকলে ব্যৱহাৰ কৰে। অৰ্দ্ধডিম্বাকৃতিৰ মাটিৰে নিৰ্মিত খোলা জন্তুৰ শুকান ছালেৰে আবৃত কৰি নাগাৰা প্ৰস্তুত কৰা হয়। এই খোলা মাটিৰ সলনি কাঠ আৰু পিতলৰো নিৰ্মাণ কৰা হয়। নাট্যশাস্ত্ৰত উল্লেখ কৰা অনুসৰি এইবিধ বাদ্যক অনবদ্ধ বাদ্যযন্ত্ৰৰ শ্ৰেণীত ধৰিব পাৰি। এই নাগাৰাৰ লগত এটি সৰু নাগাৰাও ব্যৱহাৰ কৰা হয়। সেইটোৰ নাম কুলকুলি। তাল ৰক্ষাৰ বাবে নাগৰুৱে বাওঁহাতেৰে সৰু মাৰিৰে কুলকুলিটো বজায়। ডাঙৰ নাগাৰাটো বজাবলৈ অলপ শকত মাৰি ব্যৱহাৰ কৰা হয়।

ভোৰতাল ছেওচাপৰি নামত ব্যৱহাৰ কৰা আনবিধ বাদ্যযন্ত্ৰ। কাঁহ ধাতুৰে নিৰ্মিত এইবিধ বাদ্যযন্ত্ৰক নাট্যশাস্ত্ৰত 'ঘন' শ্ৰেণীত অন্তৰ্ভুক্ত কৰা হৈছে। এইবিধ অসমৰ প্ৰায় সকলো পৰিৱেশ্য কলাত বহুলভাৱে ব্যৱহৃত হয়।

**ছেওচাপৰি নামৰ শিল্পীসকলৰ আভৰণ ঃ**

ভৰতৰ নাট্যশাস্ত্ৰত পুৰুষ শিল্পীৰ বেশ-ভূষাক শুদ্ধ, বিচিত্ৰ আৰু মলিন এই তিনি শ্ৰেণীত ভাগ কৰিছে। সেই অনুসৰি ছেওচাপৰি নামৰ শিল্পীসকলে ব্যৱহাৰ কৰা আভৰণক শুদ্ধ আভৰণ বুলি কব পাৰি।

এই নামৰ শিল্পীসকলে শুভ্ৰ বস্ত্ৰ পৰিধান কৰে। পাঠক আৰু পালিসকলৰ অধঃ আৰু উৰ্দ্ধ দুয়োবিধ আভৰণেই শুক্ল বস্ত্ৰৰ দ্বাৰা প্ৰস্তুত কৰা হয়। পূৰ্বতে পাঠক গৰাকীয়ে ধুতী আৰু চাপকন চোলা পৰিধান কৰিছিল। আজিকালি পাঠক আৰু পালি আটায়ে বগা ৰঙৰ চোলা আৰু ধুতী পিন্ধাৰ লগতে বগা চাদৰৰে মূৰত পাগুৰি মাৰে। সন্মুখফালে কেই আঙুলিমান চাদৰখনৰ আগটো ফুলি থকাকৈ কৌশলেৰে

মৰা পাগুৰিটোক 'মৈৰাছালি' পাগুৰি বুলি কোৱা হয়। ওজা বা পাঠক প্ৰমুখ্যে ছেওচাপৰি নামৰ শিল্পীদলৰ তালুৰৈ-নাগৰু আৰু পালিসকলে বগা চন্দনৰ তিলক ধাৰণ কৰে। এই তিলক ভক্তিভাৱৰ পৰিচায়ক।

ছেওচাপৰি নাম দৰঙৰ এক বৈশিষ্ট্যপূৰ্ণ লোকপৰিৱেশ্য কলাৰ সকলো উপাদানেৰে সমৃদ্ধ এইবিধ কলাৰ শিল্পীদল দৰঙত এতিয়া মাত্ৰ পাঁচ-ছয়টা মানহে বৰ্তি আছে। দৰঙৰ এই আপুৰুগীয়া পৰিবেশ্য কলাবিধৰ সংৰক্ষণ, প্ৰসাৰ আৰু প্ৰচাৰ কৰা উপৰিও শিলপী সকলক উপযুক্ত স্বীকৃতি আৰু সন্মান প্ৰদৰ্শনৰ ব্যৱস্থা কৰাটো অতি প্ৰয়োজন। ❑❑

**সহায়ক গ্ৰন্থপঞ্জী ঃ**


১) ড° নবীন চন্দ্ৰ শৰ্মা, অসমৰ পৰিৱেশ্য কলা ওজাপালি, বাণী প্ৰকাশ, ১৯৯৬

২) কুশেশ্বৰ বৈশ্য সম্পাদিত, খটৰা সত্ৰৰ মুখপত্ৰ, ১ম প্ৰকাশ, ২০০২

৩) কমলাকান্ত ডেকা সম্পাদিত, স্মৃতিগ্ৰন্থ, সোণালী জয়ন্তী মহোৎসৱ, খটৰা সত্ৰ কৃষ্টি সংঘ, ২০০৩

৪) অক্ষয় কুমাৰ নাথ সম্পাদিত, দৰঙৰ সাহিত্য-সংস্কৃতিৰ ৰূপৰেখা, ছিপাঝাৰ সাহিত্য সভা, ১৯৯৭

৫) ড° ৰামচন্দ্ৰ ডেকা সম্পাদিত, দৰঙী কলাকৃষ্টি প্ৰবাহ, দৰঙী কলাকৃষ্টি উন্নয়ন সংঘ, ২০০১

৬) নবেশ্বৰ শৰ্মা বৰুৱা, গীত মালচী বন্দনা , ১৯৭৫

৭) ৰজনীকান্ত বৰুৱা, দৰঙী কলাকৃষ্টিৰ চমু কথা, ১৯৮১

৮) ডাঃ অমৰেন্দ্ৰ নাৰায়ণ দেৱ সম্পাদিত, দৰঙৰ লোক-সংস্কৃতি সমীক্ষা, দৰং জিলা সাহিত্য সভা, ২০০১

৯) শশীধৰ নাথ সম্পাদিত, দৰঙী কলাকৃষ্টি, ১৯৭৮❑❑




# দৰঙৰ আইনাম আৰু বিয়ানামৰ কাব্যিক বৈশিষ্ট্য

**অনিতা দেৱী**

ভাষাই লিখিত ৰূপ পোৱাৰ আগেয়ে সাহিত্যৰ যে উদ্ভৱ হোৱা নাছিল তাক ক'ব নোৱাৰি। কাৰণ সকলো জাতিৰ সাহিত্যই লিখিত ৰূপ পোৱাৰ আগেয়েই মানুহৰ মুখে মুখে কিছুমান গীত-মাত, সাধুকথা, প্ৰবচন আদিৰ প্ৰচলন আছিল। অসমীয়া সাহিত্যতো তেনেকৈ প্ৰচলিত গীত-মাত, সাধু আদি পোৱা যায়। অতীজৰে পৰা পৰম্পৰাগত ভাবে মুখে মুখে চলি অহা বাবেই এনে সাহিত্য সম্পদখিনি মৌখিক বা লোক সাহিত্য। অনাখৰী জনসাধাৰণৰ উদ্দেশ্যে কোনো অজ্ঞাত কবিয়ে ৰচনা কৰা এই সাহিত্য খিনি সহজ সৰল চহা জীৱনৰ মূৰ্ত প্ৰকাশ । ইয়াৰ মাজেদিয়েই জীৱনৰ আশা- নিৰাশা, প্ৰেম-প্ৰীতি, বিশ্বাস-অবিশ্বাস, আনন্দ উৎসৱৰ নানান অভিব্যক্তি প্ৰকাশ কৰিছিল।

অসমৰ আন ঠাইৰদৰে দৰঙতো এনে সাহিত্য সম্পদ বৰ্তমান। লোক সাহিত্যৰ ভিতৰ প্ৰধান হ'ল লোকগীত সমূহ। এইলোক সংগীতত দৰঙো পিচপৰা নহয়। মুখ পৰম্পৰাত প্ৰচলিত লোকগীত সমূহৰ ৰচকসকল হোজা, সহজ-সৰল, কবিত্ব গুণ সম্পন্ন লোক। বিভিন্ন উৎসৱ-অনুষ্ঠান, পূজা-পাতল আদিত আনুষঙ্গিক গীত-মাত গোৱাৰ পৰম্পৰা আছে। বিয়ানাম আইনাম, অপেচৰা সবাহৰ গীত, বিহুগীত, হুচ ৰি আদি এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি। ইয়াত কেৱল আইনাম আৰু বিয়ানামৰ ওপৰত চমু আলোকপাত কৰিবলৈ প্ৰয়াস কৰিলোঁ।

দৰঙ প্ৰচলিত এইগীত পদ সমূহৰ সুকীয়া বৈশিষ্ট্য আছে। নাৰীসুলভ ৰচনাৰ প্ৰাধান্য থকা এই গীতখিনি কাব্যিক সৌন্দৰ্য তথা সাহিত্যিক মূল্যৰ ফালৰ পৰাও অতুলনীয়। আন আন ঠাইতকৈ দৰঙৰ লোকগীতৰ সুৰ, তাল, লয় আদিৰ পাৰ্থক্য আছে। আনকি নামটোৰ ক্ষেত্ৰতো। উল্লেখ কৰিব পাৰি যে 'গীত' বা 'নাম' বুলি নকৈ তাৰ সলনি 'পদ' শব্দটিৰহে প্ৰয়োগ আৰু জনপ্ৰিয়তা বেছি। অৱশ্যে 'গীত' বা 'নাম' শব্দৰযে একেবাৰে ব্যৱহাৰ নাই এনেও নহয়। উজনি অসমত 'নাম' পদটিৰ প্ৰয়োগ বেছি। একেদৰে গীত-পদ লগাই দিয়া মহিলাক উজনিত বা অসমৰ আন ঠাইত 'নামতী' বা 'গিদেলী' আদি বোলাৰ বিপৰীতে দৰঙত সাধাৰণতে 'ওঝা' বা 'পদেলী' শব্দৰ ব্যৱহাৰ দেখা যায়।

প্ৰকৃতি জগতৰ ৰূপ সৌন্দৰ্য, বিশাল আৰু বিচিত্ৰ শক্তি প্ৰত্যক্ষ কৰিয়েই মানুহে ভয় আৰু বিস্ময়ত অভিভূত হৈ নানাবিধ শক্তিশালী দেৱ-দেৱীৰ কল্পনা কৰি

তেওঁ বিলাকত অলৌকিক শক্তি আৰোপ কৰি লৈছিল। ভয় আৰু আতংকৰ প্ৰতীক দেৱ-দেৱী সকলক বিভিন্ন ৰোগ ব্যাধিৰো হৰ্তা-কৰ্তা বুলি ধাৰণা কৰিছিল। এই দেৱদেৱীসকলৰ কোপদৃষ্টিত পৰিলে বেমাৰ-আজাৰে লগ দিয়ে আৰু বিপৰীতে তেওঁলোকক পূজা-উপাসনাৰে সন্তুষ্ট কৰিলেই এই ৰোগ ব্যাধি নিৰাময় হয়। এয়াই সৰল মনা চহা মানুহ খিনিৰ সৰল বিশ্বাস। তেনে এটা ধাৰণা বা বিশ্বাসতেই শীতলা দেৱীয়েও বিকাশ লাভ কৰিছে।

নাৰীসুলভ কমনীয়তা, সৰল বিশ্বাস, প্ৰগাঢ় ভক্তিৰে সমৃদ্ধ আইনাম সমূহ ভক্তিমূলক গীত। ভক্তিৰ প্ৰাবল্য ইয়াৰ ঘাই বৈশিষ্ট্য। গাঁৱত যেতিয়া জ্বৰ বসন্ত আদি ৰোগ হয় মানুহৰ সীমাবদ্ধ জ্ঞান বুদ্ধি আৰু শক্তিৰে ইয়াৰ প্ৰতিৰোধ কৰিব নোৱাৰি বুলিয়ে সৰল তিৰোতাৰ সৰল বিশ্বাস। সেয়ে ধৰ্মীয় অনুষ্ঠানৰ মাজেদি বসন্ত ৰোগৰ অধিষ্ঠাত্ৰী বুলি বিশ্বাস কৰা শীতলা বা ভগৱতী আইক ভক্তিভাৱে স্তুতি কৰে আৰু তেৰাৰ সাত (ঠায়ে ঠায়ে ন) গৰাকী বাই-ভনীক উদ্দেশ্যি গোৱা স্তুতি গীত খিনিয়েই 'শীতলাৰ গীত' বা 'আইনাম'। দৰঙৰ ঠাই লৈ ইয়াক 'আইখানৰ' নামো বোলা হয়।

আইনাম সচৰাচৰ অবেই ঝিয়াই (অকুমাৰী ছোৱালী) গায়। বসন্ত ৰোগ হোৱা গৃহস্থৰ ঘৰৰ চোতালৰ সন্মুখৰ ঠাইখিনি সাৰি মুচি লৈ এটা বেদী সাজে। বেদীটোৰ ওপৰত এটা খুটিত জাপি এটা দেৱীৰ ছত্ৰৰ প্ৰতীক স্বৰূপে দিয়া হয়। আগ কলপাতত নৈবেদ্য সজাই লৈ বগা ফুল, ধূপ- চাকি জ্বলাই ইষ্ট দেৱতাক স্মৰণ কৰি নাম আৰম্ভ কৰে—

দিহা ঃ- জয় কৃষ্ণ বুলি হৰি বোলা হৰিবোলা
হৰি এ

পদ ঃ- ঠাইখিনি মুচিলা নৈবেদ্য ৰবালা
ন যুৰি লগালা ধূপ হৰিয়ে।
সাতো বৈনাকে চাৰেই বেৰি বেৰি
নুমেলী বৈনাকৰ ৰূপ হৰি এ।
আগপাত থাকোতে চকপাত কাটিলো
শীতেলী আই বইভো বুলি হৰি এ।
খখুৰিতে আদা গাজি কৰস্তিতে পান।
নৈবদ লৈয়া কৰযোৰে মাগো জীউ দান
হৰি এ।

ওঝাই লগাই দিয়ে বাকীবোৰে নিৰ্দিষ্ট লয়ত চাপৰি বজাই নাম ধৰে। পদখিনি ওঝাই গাই যায় তাৰ মাজে মাজে দিহাখিনিহে বাকীবোৰে গায়। আইনামৰ বৈশিষ্ট্য এয়ে যে ইয়াত কোনো বাদ্য বজোৱা নহয়, কেৱল চাপৰিহে। তুতিমূলক গীত খিনিত আনকি চাপৰিও বজোৱা নহয়।



শীতলাৰ পৰিচয়, শীতলাৰ মাহাত্ম্য, দেৱীৰ পূজাত বা আইনামত কি কি বস্তুৰ প্ৰয়োজন আদি বিষয় বস্তুৰে এই গীতসমূহ সমৃদ্ধ। গন্ধ-পুষ্প, ধূপ-দীপ, জল-ফুলেৰে মৰ্ত্যত শীতেলী আইক পূজা সেৱা কৰা হয়—

দিহা ঃ- হে আই শীতেলীয়ে মৰ্ত্যত নামিলা
সোণা ৰূপাৰ পাত ফুলে পূজা আৰম্ভিলা
আই শীতেলী এ

পদ ঃ- আহিলা শীতেলী আই বহিলা আখনে
গন্ধে- পুষ্পে, ধূপে-দীপে পূজিবো চৰণে।
স্বৰ্গত-পূজে দেৱগণে পাতালত নাগে
মনিচেও পূজে আই জল ফুলে আগে।।"

........................................................

হালি আছে বৰ গাছ এ ধৰি আছে কৰি
আইনামত ফুল দেও হাতযোৰ কৰি হে....
হালি আছে বৰগাছ এ।।

তুতিমূলক আৰু কাকুতিৰে ভৰা আইনাম সমূহ নাৰী মনৰ গভীৰ একাগ্ৰতা আৰু হৃদয় ভৰা ভক্তিৰ নিজৰা। ভগৱতী আইক সন্তুষ্ট কৰিবলৈ পাৰ্থিৱ একো বস্তুৱেই বিচাৰি নেপাই শেষত ভক্তিত গদ গদ হৈ ভক্তিমতী নাৰীয়ে সকাতৰে আত্ম নিবেদন কৰিছে—

দুখীয়াৰ ঘৰলৈ আইলোক আহিছে
দিবলৈ নাই যে একো
মূৰৰ কেশেৰে পাৰ মলচিমে
দেহেৰে পাৰি দিম সাকো হৰি এ।

তেওঁলোকৰ সৰল বিশ্বাস 'আই শীতলা দুখীয়াৰ পুতলা, ভক্তিমতী নাৰীৰ কাতৰ আহ্বানত ভগৱতী আই কৈলাসৰ পৰা নামি আহে ভক্তৰ মনোবাঞ্ছা পূৰ্ণ কৰিবলৈ—

ওলেই আহেই ৰঙা ৰ'দে
পুৰি মাৰেই গা হৰি এ।
নামি আহেই শাতেলী আই
জুৰেই আহেই গা হৰি এ।
হাবিতে দেখিলো মৈৰা চৰাই যুৰি
পাখি জলমল কৰে হৰিয়ে।
শীতেলী আইৰে গাটো দেখিলে
ৰূপে জলমল কৰে হৰি এ।।

এই গীত সমূহৰ স্ৰষ্টা অনাক্ষৰী চহা কবি। তেওঁলোকৰ জীৱন প্ৰণালীও তেনেই সহজ। ধৰ্ম আৰু লোক বিশ্বাসৰ সমন্বয়ত সৃষ্টি হোৱা এই আইনাম খিনিত আমাৰ সমাজ জীৱনৰ চিত্ৰও ফুটি উঠিছে। বাস্তৱ অভিজ্ঞতাৰ পৰশত উপযুক্ত শব্দ চয়নেৰে নিভাঁজ দুখীয়া গাঁৱলীয়া সমাজখনো প্ৰকাশি উঠিছে।

'দুখীয়াৰ ঘৰলৈ আইলোক আহিছে, দিবলৈ নাই যে একো।'
'চোতালে চোতালে আইৰ নাম ধৰে, দুখীয়া মনিচে কি দিব পাৰে।'

অনাক্ষৰী চহা কবিসকলৰ কল্পনা শক্তি অতুলনীয়। কবিত্বগুণ সমৃদ্ধ কবি সকলৰ কল্পনাত প্ৰকৃতিৰো সুন্দৰ চিত্ৰ প্ৰস্ফুটিত হৈছে। প্ৰকৃতি ইয়াত কেৱল পটভূমি হৈয়েই থকা নাই। নৈসৰ্গিক সৌন্দৰ্য্য সদায় নিৰ্জীৱ। কিন্তু ভক্তিমতী তিৰোতা সকলৰ কল্পনাত মানৱীয় সৌন্দৰ্য সম্পৃক্ত হৈ সি সজীৱ আৰু জীৱন্ত হৈ উঠিছে—

উজাই আহিলে আইৰে সাতেভনী
লুইতত মাৰিলে খুটি
তৰু তৃণ লতা সৱে মাথা দোৱায়
আই আহিবৰে শুনি।
আইও আহিছে জগতে জানিছে
মোৰ বসন্তে বাৰ বলাই
বনৰ পশু -পক্ষী সৱে মাথা দোঁৱায়
সাগৰেও জল যোগায়।

প্ৰকৃতিৰ ৰূপ-সৌন্দৰ্য্য প্ৰকাশক এনে আইনাম আৰু বহুতো পোৱা যায়—

'ইপাৰে ধুলো আইৰ মাহৰ গাজি
সিপাৰে লাগিলে ঢৌ হৰি এ।
ঢৌতে মৰিলা পুঠি খলহেনা
কমেনি ধৰিলা বৌ হৰি এ।
'আলি আলি যায় ডাউকী চৰাইটো
পথৰ নামি যায় ঘোঁৰা হৰি এ।
ঘোঁৰাৰে পিচতে মনিচ লৰি যায়
ওপৰে চঁপা ফুল ধৰি হৰি এ।'

ভাষাৰ সৰলতা, সহানুভূতিৰ আন্তৰিকতাই ভক্তিমূলক গীতখিনিৰ বিশেষত্ব। অনুভৱৰ আন্তৰিকতা আৰু প্ৰকাশ ভংগীৰ স্বচ্ছতাই আইনাম সমূহক উত্তম কবিতাৰ শাৰীলৈ তুলি নিছে। সহজ-সৰল ভাষাৰ সহায়ত নাৰীমনৰ কাৰুণ্যকাতৰ অভিব্যক্তি হৃদয়স্পৰ্শী ৰূপত ফুটি উঠিছে—

'আই ঠাকুৰাণী আই / তোমাৰ নীলাচলে ৰতি
দুখানি চৰণত প্ৰাৰ্থনা কৰিছো/ ৰক্ষা কৰা ভগৱতী।'



'শীতলাৰ ঘৰজুৰি বকুল/ কামি হৰি এ
কিবা ফুলে পুজ্বা লাগবো নাজানিলো আমি— হৰি এ।'

দৰঙত প্ৰচলিত কথিত ভাষাৰ সুকীয়া বৈশিষ্ট্য আইনাম বোৰতো স্পষ্ট। এক অক্ষৰ যুক্ত শব্দ'আ' প্ৰত্যয়যুক্ত (...... সোণাৰূপাৰ পাত ফুলে পুজা আৰম্ভিলা), মান্য অসমীয়াৰ 'অ' বা 'আ' ইয়াত 'এ' হিচাপে ব্যৱহৃত হৈছে—( ওলেই আহে ৰঙা ৰ'দে পুৰি মাৰেই গা হৰি এ)। সাধাৰণতে ক্ৰিয়াযুক্ত বাক্যবোৰত ক্ৰিয়াটো পিছত বহি বিশেষ্য সৰ্বনাম আদি আগত বহে। কিন্তু কিছু সংখ্যক আইনামত দেখা যায় ক্ৰিয়াটো আন পদৰ আগত বহিছে। 'নধৰিবি দোষ', 'মাৰিলে খুটি', চাৰেই বেৰি বেৰি', 'মাগো জিউ দান', 'আছিলে ৰৈ'............ আদিৰদৰে বাক্যৰ যথেষ্ট প্ৰয়োগ হৈছে। এই বোৰে আইনামৰ সৌন্দৰ্যত বাধা বিঘিনি দিয়া যেন অনুভৱ নহয়।

আইনাম সমূহৰ শব্দ চয়ন মন কৰিব লগীয়া। স্বকীয় বৈশিষ্ট্যেৰে সমৃদ্ধ দৰঙী উপভাষাৰ শব্দ সম্ভাৰে পদ খিনিক সুকীয়া মৰ্য্যাদা প্ৰদান কৰিছে। মান্যভাষাৰ লগত মিল নথকা দৰঙী উপভাষাত প্ৰচলিত শব্দৰ প্ৰাচুৰ্য ইয়াৰ অন্যতম বৈশিষ্ট্য। বইভা, আইভা, আইছা, চাৰেই, পদো, খলহেনা, দিপৰ বেলা, নুমেলী, পালেতী, নৈবদ, বল্পী আদি শব্দ উল্লেখ কৰিব পাৰি। তদুপৰি 'কাযে কাযে', 'শাৰী-শাৰী', 'ওলাও - ওলাও', এনেধৰণৰ অনুকাৰ শব্দও ভালেমান আইনামত দেখা যায়। থলুৱা ভাষা, ঘৰুৱা, শব্দৰ ব্যৱহাৰে গীত-পদ খিনি উজলাই তুলিছে।

**বিয়ানাম ঃ**

বিবাহ এটা সামাজিক অনুষ্ঠান। উপযুক্ত সময়ত ডেকা গাভৰুৰ বিয়া পাতি দিয়া হয়— এয়া সংসাৰৰ নিয়ম। শাস্ত্ৰত আঠ প্ৰকাৰ বিবাহৰ কথা পোৱা যায় যদিও প্ৰজাপত্য বিবাহৰেই আদৰ বেছি। এই বিবাহ কাৰ্য্য একেলগে দুখন ঘৰত (দৰা আৰু কইনাৰ) অনুষ্ঠিত হয়। এই অনুষ্ঠানৰ বিভিন্ন অৱস্থাত আয়তীসকলে গোৱা গীত পদবোৰ অসমীয়া লোক সাহিত্যৰ বৰ ভঁৰালৰ আন এবিধ আপুৰুগীয়া সম্পদ। বিয়াৰ আগদিনা তেলৰ ভাৰ (জোৰণ)। তেলৰ ভাৰৰ পৰা আৰম্ভ কৰি বিয়াৰ পিছদিনা দৰাৰ লগত কইনা উলিয়াই দিয়ালৈ, দৰাই কইনা লৈ ঘৰত প্ৰৱেশ কৰালৈকে বিয়াৰ বিভিন্ন প্ৰসঙ্গত আয়তীসকলে নানা গীতপদ গায়। অধিবাস, তেলৰ ভাৰ, পানীতোলা, দৰা কইনাক গা ধুওৱা, সুৱাগতোলা, আঁখে তোলা, আঙুঠি লুকুৱা আদি বিভিন্ন পদ গাই আয়তীসকলে বিয়া ঘৰত আনন্দ মুখৰ পৰিবেশৰ সৃষ্টি কৰে। দাম্পত্য জীৱনৰ আদৰ্শ, বৰ- কইনাৰ ৰূপ-যৌৱন, উলিয়াই দিবলৈ লোৱা কইনাৰ বিচ্ছেদৰ কাৰুণ্য, নাৰী-জীৱনৰ আশা-আকাংক্ষা আৰু ঘৰুৱা চিত্ৰৰ সুন্দৰ প্ৰকাশ বিয়াগীত সমূহত লক্ষ্য কৰা যায়। পৃথিবীৰ প্ৰায়বোৰ লোক-উৎসৱ অনুষ্ঠান আদি আদিম মানুহৰ লোক-বিশ্বাস, ঐন্দ্ৰজালিক কৰ্মকাণ্ড, উৰ্বৰতা বৃদ্ধি আদিৰ ভিত্তিত গঢ়ি উঠিছে। দৰঙৰ বিয়াগীত সমূহতো এনে প্ৰতীকাত্মক আচৰণেই নিহিত আছে।

দৰঙত সাধাৰণতে দৰাক 'বৰ' বুলি কোৱা হয়। বিয়াগীত সমূহত বৰ-কইনাৰ গাত 'ৰাম-সীতা', 'কৃষ্ণ-ৰুক্মিণী', 'উষা- অনিৰুদ্ধ' 'হৰপাৰ্বতী' আদি পৌৰাণিক চৰিত্ৰসমূহ আৰোপ কৰাটো এটা বৈশিষ্ট্য। এই গীত খিনিয়ে স্বাভাৱিকতেই একোটা ধৰ্মীয় পৰিৱেশৰ সৃষ্টি কৰে-

'ঢোলত চাপৰ মাৰি ওলাল চিৰি হৰি
ঐ ৰাম দেউতাকক নমস্কাৰ কৰি হে।
মূৰ তুলি দেউতাকে কৰেই আশীৰ্বাদ,
ঐ ৰাম মংগলে আহ্ গেই বুলিহে।।'
'কান্দি কাতি ৰুক্মিণীয়ে নাখাই আছে ভাত ঐ ৰাম
সুধি চোৱা ৰুক্মিণীকে বিয়া দিবো কাক।
নিবিচাৰো ঘৰ পিতা নিবিচাৰো ঘৰ ঐ ৰাম
তুমি পিতা যৈতে দিয়া তৈতে মোৰ ঘৰ।'

অনাখৰী কবিৰ ৰচনাৰ সৰলতা, কল্পনাৰ কমনীয়তা লক্ষ্য কৰিব লগীয়া। সৌন্দৰ্য অংকনত তেওঁলোক পিচপৰা বিধৰ নহয়। ৰূপ-সৌন্দৰ্য্যৰ এনে বৰ্ণনাত কবিৰ দক্ষতাৰ সুন্দৰ প্ৰকাশ ঘটাৰ লগতে গীতবোৰৰ সাহিত্যিক সৌন্দৰ্য্য বৰ্দ্ধনতো সহায় কৰিছে—

'চন্দ্ৰ চিকুণ সূৰ্য চিকুন আৰু চিকুণ তৰা
সবাতকৈ চিকুণ আমাৰ ৰামচন্দ্ৰ
সীতাৰ মন মুহিব পৰা।
'কাঁহী ঘূৰণীয়া বাতি ঘুৰণীয়া
আমাৰে আইদেউ সোণ বৰণীয়া।'
/...... আমাৰ বোপাটি তেনেই কুমলীয়া
যেন তিয়হঁৰে জালি হে।'

দৰা-কইনাৰ সাজ-পাৰৰ বৰ্ণনাত ছন্দময় কল্পনা জিক মিকাই উঠে।

কবিত্বময় কল্পনাৰে পৰিপূৰ্ণ বিয়াপদখিনিৰ চকুত পৰা দিশ ইয়াৰ ৰচনাশৈলী। ৰচনাৰীতি সাৱলীল, নিভাঁজ থলুৱা ভাষাতে এই গীত পদ সমূহ ৰচিত। দৰঙী কথিত ভাষাত ৰচিত গীত খিনিৰ ভাষিক বৈশিষ্ট্যও মন কৰিবলগীয়া। ইয়াত স্থানীয় উপভাষাৰ বৈশিষ্ট্য অনুযায়ী শ্বাসাঘাত প্ৰায়ে উপধা আখৰত (বল্লী মাছৰে তিন্‌টা টোতোলা। ঐ ৰাম টেঙাদি খাবলৈ ভাল হে), দ্বি স্বৰ 'ঐ'ৰ সলনি 'এই' (আখেই তোলা আখেই তোলা মৰমৰে ভাই), বহুবচন বুজাবলৈ 'গিলা' প্ৰত্যয় (দোকানৰে সিন্দুৰ। কইনাঘৰীয়া ঝিয়া গিলা খাটৰ তলৰ ইন্দুৰ, মান্য 'পৰা উপসৰ্গৰ ঠাইত 'পে' বা পেৰে (ক'ৰ পে/ পেৰে আহিলি), 'অ' বা 'আ' ধ্বনিৰ সলনি 'এ', কেতিয়াবা 'অ' ৰ সলনি 'আ' (অ' ক'লা পাৰা...) আদিৰ প্ৰয়োগ দেখা যায়। কোনো কোনো গীতত ক্ৰিয়া পদ,



আন পদৰ আগত বহিছে ('নধৰিবি দোষ', 'নাখাই আছে ভাত')। এই বৈশিষ্ট্য সমূহেৰে কম- বেছি পৰিমাণে বিয়াগীত খিনি পূৰ্ণ। বাক্য গাঁঠনিতো সুকীয়া ঠাঁচ এটা লক্ষ্য কৰা যায়। অৱশ্যে সময়ৰ সোঁতত ইয়াৰ ভাষাৰ পৰিবৰ্তন নোহোৱাকৈ থকা নাই।

শব্দৰ ব্যৱহাৰো চকুত পৰা বিধৰ। সুন্দৰ সাৱলীল ঘৰুৱা শব্দৰ ব্যৱহাৰ কৰি সৰল মনৰ আলসুৱা ভাৱ কল্পনা আকৰ্ষণীয় ৰূপত প্ৰকাশ কৰিছে। আখেই, দাপানা, কুঁৱেৰী, চৰেই, উৰেই, জঁৰেই বিহেই, ডাঙেৰি, দোলেনি, ভাখেৰী, জানেকী, গেল, লৌ, যৌ, সোহ্কা, সোণা, চিকুন, ঝীয়া, আধেলীয়া আদি এই বিয়াগীত সমূহত পোৱা শব্দসমূহে আমাক দৰঙী ভাষাৰ পুৰণি ৰূপটোৰ কথা মনত পেলাই দিয়ে।

কিছুমান সংস্কৃত শব্দ উচ্চাৰণ অনুযায়ী কোমল ৰূপত ব্যৱহাৰ কৰাও দেখা গৈছে। সৰেচতী, পাৰবতী, সইত আদি তেনে শব্দ। লগতে সূৰ্য্য, কৃষ্ণ আদি সংস্কৃত শব্দও ব্যৱহৃত হৈছে।

চিত্ৰ বৰ্ণনাত চহা কবি সিদ্ধহস্ত। দৰা বা কইনাক লৈ কবিৰ কল্পনাত সৰু বৰ অসংখ্য মনোৰম চিত্ৰ ভাঁহি উঠিছে—

'দেউতাই মইনা পুহিছিল/ সোণাৰ সজাত ৰাখিছিল।
মইনাটিযে ডাঙৰ হ'ল/ সজাটিযে ভাঙি গ'ল।
উৰণীয়া ভাটৌ পাই /আমাৰ মইনা উৰি যায়।
যোৱা মইনা যোৱা গৈ/ নতুন সজা লোৱাগৈ।

এনে প্ৰতীকী চিত্ৰ, অৰ্থঘন ব্যঞ্জনাই বিয়াগীত সমূহৰ সৌন্দৰ্য্য বৃদ্ধিত সহায় কৰে। উপমা, ৰূপক আদি অলংকাৰ প্ৰয়োগতো কবিৰ দক্ষতা স্বীকাৰ কৰিব লগীয়া-
-

'.... কণ্ঠে শোভা কৰে গজমতী হাৰ
ঐ ৰাম ককলত ৰত্নৰ মেখেলা
বদন সুন্দৰ দেখি মনোহৰ
ঐ ৰাম যেন পূৰ্ণ চন্দ্ৰ কলা হে।
হংসৰ গমণে মহামায়া চলেই
ঐ ৰাম যোগানে সহস্ৰ দাসী হে।
সভাৰ মধ্যতে উপনীত হৈলা
ঐ ৰাম যেন পুৰ্ণিমাৰে শশী হে।......'

লোকগীত হ'ল স্মৃতিৰ ওপৰত বৈ থকা, সৰ্বসাধাৰণৰ সুখ-দুখ, আনন্দ-বিষাদ, ভক্তি আদি বিবিধ ভাব প্ৰকাশক ছন্দোবদ্ধ ৰচনা। এই বিয়াগীত খিনিৰ এটা বৈশিষ্ট্য হ'ল চিন্তা ভাব-অনুভূতিৰ সাল সলনিৰ লগত সংগতি ৰাখি ছন্দৰ পৰিবৰ্তন। লোকগীতৰ সৰলতাৰে চহা প্ৰাণৰ মুক্ত আৰু অকৃত্ৰিম প্ৰকাশ এই গীত সমূহৰ ছন্দ, ভাব-ভাষা বহুক্ষেত্ৰত শৃঙ্খলিত নহয়, সাৱলীল আৰু উন্মুক্ত। ছন্দ বা সুৰ, লয় অব্যাহত

ৰাখিবলৈ ঠায়ে ঠায়ে মূল ভাবৰ লগত সংগতি থকা বা নথকা একোফাঁকি পদ ব্যৱহাৰ কৰাও দেখা যায়—

"অ মন জৰী পানী তুলিবলৈ নানিলে লৰি
অ' মন জৰী আহোতে যাওঁতে বিহেই গেল ভৰি।'
ফুল চন্দন তুলসী
ভৰি ল নে নভৰিল
ৰাধা তোমাৰ কলচী'।

বিয়াগীত খিনিৰ সুৰ, বৈচিত্ৰ, তালৰ সাংগীতিক লয় মন কৰিবলগীয়া। বিষয় আৰু প্ৰসংগ, ৰস, ভাব- চিন্তা অনুযায়ী তাৰ সুৰো বেলেগ বেলেগ দেখা যায়। উল্লেখ্য যে বিয়াৰ পদ সমূহত বিয়াহৰ ওজাপালিৰ গীতৰ সুৰ আৰু লয় স্পষ্ট। দৰঙৰ বিয়াগীত খিনিৰ গায়ন শৈলীও সুকীয়া বৈশিষ্ট্য পূৰ্ণ। 'ৰাম ৰাম', 'ৰাম কৃষ্ণ', ' অৰে ৰবি', আদিৰে গীতবোৰ আৰম্ভ কৰা হয়—

'ৰাম কৃষ্ণ পানী তুলিবলৈ
ৰামকৃষ্ণ ওলেইচি দৈবকী
হৰি মোৰ ঐ হাততে কলচী লৈ।' গীতৰ আগত, কেতিয়াবা মাজত বা শেষত 'ঐ ৰাম', 'হৰি এ', 'হে' আদি শব্দ ব্যৱহাৰ কৰি সুৰৰ প্ৰবাহ ৰক্ষা কৰা দেখা যায়—

কাৰ ঘৰে ওলেলি বুকুৰে বাচা তই
ঐ ৰাম ছিঙিলি সম্বন্ধৰ সুতা হে।
আজি একে তিলে বিদায় লৈ ওলেলি
ঐ ৰাম মোৰ ঘৰ হৈ গ'ল শুধা হে।

বিয়াগীতৰ মাজে মাজে আয়তীৰ উৰুলি জোকাৰে এটা মনোৰম পৰিবেশৰ সৃষ্টি কৰে।

সাহিত্যৰ শ্ৰেষ্ঠতম শব্দ কাৰুণ্য। কৰুণ ৰসে যিমান সোনকালে মানুহৰ হৃদয় পৰশিব পাৰে আন একোৱে নোৱাৰে। বিয়াৰ আনন্দময় পৰিবেশৰ মাজত অনবৰতে এটা কৰুণ সুৰো বিয়পি থাকে। চহা কবিৰ অনুভূতিৰ আন্তৰিকতাত, কোমল কল্পনাত ভাঁহি অহা কৰুণ অথচ মনোৰম পৰিবেশে সকলোৰে চকু সেমেকাই তোলে। যথাযুক্ত ভাষাৰে দুখৰ পৰিবেশ একোটা হৃদয়স্পৰ্শী ৰূপত প্ৰকাশ কৰিব পৰাটো কবিৰ কুশলী হাতৰ পৰিচায়ক—

'আইদেউ সোণাৰ কল ৰপুলি 'ক'তেনো এৰিলি
আইদেউ ৰূপাৰ কলৰপুলি পাই হে।
আইদেউ মৰমৰ দেউতাকে ক'তেনো এৰিলি
আইদেউ অচিনা শহুৰক পাই হে।.............'



'কাৰ ঘৰৰ শুৱনি লখিমী ছোৱালী ঐ ৰাম
কোনে বনে কৰাই খাব হে
কেনেকে এৰিব নিজৰ ঘৰে খনি ঐ ৰাম
কেনেকৈ পাহৰি যাব হে।....'

বিচ্ছেদৰ সৰল প্ৰকাশৰ মাজেৰে কৰুণ ৰস সুন্দৰ ৰূপত ব্যঞ্জিত হৈছে। ক'ব পাৰি গীতখিনিত সোমাই থকা কৰুণ ৰসেই যেন তাৰ মূল্য নিৰ্দ্ধাৰণ কৰে।

বিভিন্ন ৰসৰ সমাবেশ লক্ষ্যণীয়। ইয়াত কৰুণ আৰু হাস্য ৰস হাতত ধৰা ধৰিকৈ আছে। হাঁহি-অশ্ৰুৰ মিলন অতি কৰুণ আৰু বিচিত্ৰ হোমৰ গুৰিত বহা দৰা-কইনাৰ মিলন আনহাতে কইনাজনীৰ এখন ঘৰৰ লগত বিচ্ছেদৰ সূত্ৰপাত— এনে পৰিবেশত আয়তীসকলে এবাৰ হাঁহে- এবাৰ কান্দে। নামতীসকলে ঠাট্টা মস্কৰা কৰি গোৱা নিৰ্দোষ ধেমালিৰ 'নিন্দাগীত' খিনিয়ে নিৰ্মল হাঁহিৰ খোৰাক যোগায়—

'গাজি ধোৱা খখুৰি
দৰা ঘৰীয়া ঝিয়া গিলাৰ
মুখ আছেই ভখুৰি।'
'ৰাভাৰ খুটা হেলেকা
কইনা ঘৰৰ লিকিৰা গিটাৰ
চকু কেইটা টেলেকা।'

ধৰ্মীয় অনুষ্ঠানত পৰিবেশিত এই বিয়া গীত সমূহত ভক্তি ৰসৰ সোৱাদো নোপোৱাকৈ থকা নাই—।

এইদৰে দেখা যায় যে দৰঙত প্ৰচলিত আইনাম বিয়ানামকে ধৰি লোকগীতখিনি স্বকীয় বৈশিষ্ট্যৰে পূৰ্ণ। সুকীয়া ঠাঁচ, চাতুৰ্য, পূৰ্ণ ৰচনা ৰীতি, নিজা ভাষা ,শব্দ আদিৰে ৰচনা কৰা লোক সাহিত্যৰ অমূল্য সম্পদ খিনিৰ মূল্য অপৰিসীম। এই অমূল্য সম্পদ, পৰম্পৰা আজি আধুনিকতাৰ কৰাল গ্ৰাসত। আধুনিকতাৰ হেচাত, সময়ৰ হেচাত এই পৰম্পৰাৰ যাতে বিলুপ্তি নঘটে তাৰৈ দৃষ্টি ৰখাটো বাঞ্ছনীয়। ইয়াক ৰক্ষা কৰাটো আমাৰ দায়িত্ব আৰু কৰ্তব্য।□□

**সহায়ক গ্ৰন্থ ঃ**

(১) অসমৰ লোক-সংস্কৃতিৰ আভাস
ডঃ নবীন চন্দ্ৰ শৰ্মা
(২) দৰঙৰ লোক-সংস্কৃতি সমীক্ষা
দৰং জিলা সাহিত্য সভা
(৩) দৰঙী লোক গীত সংগ্ৰহ
সম্পাদনা ঃ ডঃ কনক চন্দ্ৰ চহৰীয়া

# দৰঙী লোককাব্য-এটি দৃষ্টিপাত

অখিলৰঞ্জন ভট্ট

লোকসাহিত্য লোক জীৱনৰ সৃষ্টি। লোক- মানসত জন্মলাভ কৰা লোক সাহিত্য সদায়ে মুখ পৰম্পৰা আশ্ৰয়ী। মুখে মুখে পৰম্পৰাক্ৰমে প্ৰচলিত হোৱা বাবেই এনে বিধ সাহিত্যৰ নামকৰণ কৰা হৈছে মৌখিক সাহিত্য ৰূপে। ইয়াৰ সৃষ্টিও কাগজ কলমৰ মাধ্যমত নহয়। ইয়াৰ জন্ম মানুহৰ মুখে মুখে। তেনে অৰ্থতো মৌখিকভাবে সৃষ্ট লোক সাহিত্যৰ নাম মৌখিক সাহিত্য। অৰ্থাৎ মুখে মুখে সৃষ্টি হৈ মুখ পৰম্পৰাতে জীৱন্ত হৈ থকা সাহিত্যই মৌখিক সাহিত্য। মৌখিক সাহিত্যৰাজিক সূচাবৰ বাবে অলিখিত সাহিত্য, জনসাহিত্য, আদিম সাহিত্য পৰম্পৰাগত সাহিত্য আদি পদো প্ৰয়োগ কৰা হয়, 'লোক সাহিত্য' ব্যক্তি নিৰপেক্ষ,অন্যহাতে লিখিত সাহিত্য ব্যক্তি সাপেক্ষে। লোক সাহিত্য ব্যক্তি বিশেষৰ সচেতন ৰচনা নহয়; কিন্তু লিখিত সাহিত্য ব্যক্তি বিশেষৰ সচেতন ৰচনা। লোক সাহিত্য ব্যক্তি বিশেষৰ ৰচনা নহয় বুলি কোৱা হৈছে ,যদিও এইবিধ সাহিত্য ব্যক্তি বিশেষেই ৰচনা কৰে, কিন্তু তেওঁ তেওঁৰ নিৰ্মিতি সমাজলৈ ঠেলি দিয়ে। সেই নিৰ্মিতি ব্যক্তি বিশেষৰ ৰচনা হ'লেও তাত ব্যক্তি চেতনা নাথাকে, থাকে সামাজিক চেতনা।'[১]

সাহিত্যৰ বুৰঞ্জী ৰচোঁতাসকলে মৌখিক সাহিত্য সাহিত্যৰ বুৰঞ্জীত মৰ্যাদা পূৰ্ণ স্থানত অধিষ্ঠিত কৰিছে। প্ৰত্যেক জাতিৰে সাহিত্যৰ লিখিত ৰূপৰ আগতে আছে মৌখিক ৰূপ। এনে ক্ষেত্ৰত সাহিত্যৰ বুৰঞ্জীত মৌখিক সাহিত্যক যথাযথ স্থান প্ৰদান কৰি সাহিত্যৰ বুৰঞ্জীক পূৰ্ণতা প্ৰদান কৰিছে। তাত্বিক শ্ৰেণী বিভাজনৰ নীতি অনুসৰি লোক সাহিত্য বা মৌখিক সাহিত্যক তলত দিয়া ধৰণে বিভক্ত কৰা হৈছে।

(১) লোক কবিতা বা লোকগীত(Folk poems, oral song or verbal poem/song)

(২) গদ্যধৰ্মী লোককথা (prose narratives)

(৩) প্ৰবচন, লোকোক্তি, যোজনা, পটন্তৰ(proverbs, sayings, maxims, etc)

(৪) সাঁথৰ, দিষ্টান (riddles)

(৫) লোকভাষা (Folk speech or folk language)

লোক সাহিত্যৰ দিশত অসমৰ নাম বিশেষভাবে অগ্ৰগণ্য। লোক সংস্কৃতিৰ উৰ্ব্বৰ ভূমি অসমত মুখে মুখে লোক সাহিত্যৰ সৃষ্টি হৈ আহিছে। শ্ৰমজীৱি জনতাৰ অভিজ্ঞতাৰে হেপাহৰ বুকুত অসচেতনভাবে সৃষ্ট অসমৰ লোক সাহিত্য ভাৰতীয় সাহিত্যৰ অনুপম সম্পদ। অসমীয়ালোক সাহিত্যৰ ভঁৰাললৈ দৰং জিলাত সৃষ্ট লোক



সাহিত্যৰ বৰঙণিও বিশেষভাৱে তাৎপৰ্যপূৰ্ণ। লোক সংস্কৃতিৰ ৰত্ন ভঁড়াঁল দৰং লোকসাহিত্যৰ ক্ষেত্ৰতো যথেষ্টভাবে আগবঢ়া। লোক-সংস্কৃতিৰ অনেক অমূল্য উপাদানেৰে ধন্য দৰঙতো অনেকজন অখ্যাত কবিয়ে ৰচনা কৰি থৈ গৈছে অনেক গীতপদ সাথঁৰ, দিষ্টান,সাধুকথা আদি। সেইবোৰত সময় সোঁতৰ চাপ পৰি হ'লেও আই-বাই-দাদা ভাইৰ মুখ পৰম্পৰাৰেএতিয়াও জীৱন্ত হৈ আছে। লোকসাহিত্যৰ স্বৰূপ আৰু বৈচিত্ৰ্য অনুযায়ী দৰঙৰ লোক সাহিতকো প্ৰধানত তিনিটা ভাগত বিভক্ত কৰি আলোচনা কৰিব পাৰি।[২]

যেনে-

(ক) লোকগীত

(খ) লোককথা

(গ) লোকোক্তি

ড০ কনকচন্দ্ৰ চহৰীয়াই দৰঙৰ 'বাৰেবৰণীয়া গীত পদ সমূহক আলোচনাৰ সুবিধাৰ কাৰণে তাত্বিক দিশৰ পৰা ভালেমান উপশ্ৰেণীত ভাগ কৰিব পাৰি বুলি উল্লেখ কৰিছে।[৩]

সেইবোৰ হ'ল-

(১) পূজা সেৱাৰ গীত

(২) লোক উৎসৱ -অনুষ্ঠানৰ গীত

(৩) সংস্কাৰমূলক কৃত্যৰ গীত

(৪) আখ্যানমূলক গীত

(৫) কৰ্মমূলক গীত

(৬) লোককাব্য- লোকমহাকাব্য-লোকপুৰাণ

(৭) দাৰ্শনিক ভাবৰ গীত

(৮) বিবিধ ভাবৰ গীত আৰু

(৯) নিচুকনি আৰু খেলধেমালিৰ গীত ইত্যাদি।

ওপৰত উল্লেখ কৰা গীত সমূহৰ ক্ষেত্ৰত দৰং বিশেষভাবে সমৃদ্ধিশালী। উল্লেখযোগ্য যে উপৰিউক্ত গীতসমূহৰ বিষয়ত প্ৰণালীবদ্ধভাবে গৱেষণা কাৰ্যত ব্ৰতী হৈ দৰঙী সুসন্তান, অধ্যাপক ড০ কনক চন্দ্ৰ চহৰীয়াই শেহতীয়াভাবে 'দৰঙী লোকগীত সংগ্ৰহ' সম্পাদনা কৰি উলিয়াইছে।

লোককাব্যৰ দিশতো দৰং পিছপৰা বুলিব নোৱাৰি। কিয়নো লোককাব্যৰূপে পৰিচিত দুখন কাব্য বিশেষে দৰঙী লোককাব্যৰ উপযুক্ত প্ৰতিনিধিত্ব কৰিব পাৰে। দৰঙী লোককাব্য বুলিলে সাধাৰণতে ' শিয়ালা বৈষ্ণৱ কথা' (শিয়ালা বৈষ্ণৱ চৰিত) আৰু 'দলিপুৰাণ'কে বুজা যায়। আনহাতে ডঃ কনক চন্দ্ৰ চহৰীয়াই 'গুটিপুৰাণ'কো লোককাব্যৰ পৰিসীমাত অন্তৰ্ভুক্ত কৰিব পাৰি বুলি মন্তব্য কৰিছে। প্ৰকৃতাৰ্থত

লোকাকাব্য দীৰ্ঘ পৰিসৰ বিশিষ্ট মালিতাই। সেইপিনৰ পৰা 'শিয়ালা বৈষ্ণৱ কথা'ক 'জনশ্ৰুতিমূলক মালিতা' আৰু 'দলিপুৰাণ'ক বুৰঞ্জীমূলক মালিতাৰ অন্তৰ্ভুক্ত কৰিব পাৰি।

লোককাব্য যিহেতু লোক সাহিত্যৰে অন্তৰ্গত সেয়েহে এইবিধ কাব্য লোক মানসেৰে সৃষ্টি। লোককাব্যৰ কেতবোৰ বিশেষ বৈশিষ্ট্য চকুত পৰে। সেইবোৰক তলত দিয়া ধৰণে দেখুৱাব পাৰি—

(১) ই মুখে মুখে সৃষ্ট আৰু মুখে মুখে প্ৰচলিত।

(২) আখ্যান প্ৰধান আৰু বৰ্ণনামূলক।

(৩) অসাধাৰণ মানৱ দুঃসাহসিক কাৰ্যাৱলীৰ বৰ্ণনা ইয়াৰ প্ৰতিপাদ্য বিষয়।

(৪) বীৰত্বব্যঞ্জক বৰ্ণনাৰ ক্ষেত্ৰত অতিৰঞ্জনৰ গুৰুত্ব দেখা যায়।

(৫) ইয়াত লেখকৰ নামধামৰ উল্লেখ পোৱা নাযায়।

(৬) সময়ৰ সোঁতত ই লিখিত ৰূপ লাভ কৰে।

(৭) অবৰ্ণিত ঐতিহাসিক চৰিত্ৰ আৰু ঘটনাৰ অভিব্যঞ্জন আৰু স্মৰণীয় ঘটনাৱলীৰ লগত মিথ জনশ্ৰুতি আদিৰ পৰা আধৃত কাল্পনিক আনুষঙ্গিক বিষয়ৰ সমাহাৰ আৰু সেই বিচ্ছিন্ন ঘটনাবোৰক অবিচ্ছেদ্য ৰূপত অথচ শিথিল বন্ধী গঢ়ত কল্পনা আৰু বাস্তৱৰ ভিত্তিত ৰূপায়ণ আদিতেই লোককাব্যৰ প্ৰধান বিশেষত্ব। লোককাব্যৰ ইতিহাসৰ লগত সাধুকথাৰ সমন্বয় অনস্বীকাৰ্য্য।[8]

(৮) কাব্যৰদৰে লোককাব্যৰ আৰম্ভণি, মধ্য আৰু পৰিসমাপ্তি লক্ষ্য কৰা যায়। লোককাব্যৰ আৰম্ভণি হয় উপাস্য দেৱ-দেৱীৰ বন্দনাৰে।[৫] আনহাতে পৰিসমাপ্তিও হয় ভগৱানৰ শ্ৰেষ্ঠত্ব ঘোষণাৰে।

বিভিন্ন ঘটনা পৰিঘটনাই সমাজত বাস কৰা লোকসকলৰ মনত প্ৰভাৱ পেলায়, হৃদয় স্পৰ্শ কৰে। এনে হৃদয় স্পৰ্শী ঘটনা পৰিঘটনাকে অখ্যাত— স্বভাব কবিয়ে পাহি লাহি কল্পনাৰ ৰহন লগাই কাব্যৰূপ দিয়ে। লোককাব্য ৰচনা ৰীতি সহজ সৰল। ভাষা সহজবোধ্য। ছন্দোবদ্ধভাবে ৰচিত বাবে ইয়াক সুৰ লগাই গাব পাৰি আৰু সেই কাৰণেই লোককাব্য মুখে মুখে প্ৰচলিত হোৱাত সুবিধা হয় স্বাভাৱিকভাৱেই।

(৩)

বহুতো অখ্যাত স্বভাৱ কবিৰ ওপজা তীৰ্থ দৰঙত যথেষ্ট সংখ্যক লোককাব্য নাথাকিলেও যিকেইখন লোককাব্য পোৱা গৈছে-ইয়ে লোককাব্যৰ দাবী নিশ্চিতভাৱে পূৰণ কৰিব পাৰে। আগতে উল্লেখ কৰা হৈছে যে দৰঙী লোককাব্যৰ পৰিসীমাত প্ৰধানকৈ দুখন কাব্য অন্তৰ্ভুক্ত। সেইকেইখন হৈছে— (১) শিয়ালা বৈষ্ণৱ কথা বা শিয়ালা বৈষ্ণৱ চৰিত্ৰ বা শিয়ালা গোঁসাইৰ বংশাৱলী। (২) দলিপুৰাণ বা পথৰুঘাটৰ ৰণৰ গীত।

লোককাব্য হিচাপে 'শিয়ালা বৈষ্ণৱ কথা' অসমীয়া লোকসাহিত্যৰ এক



ঐশ্বৰ্যমণ্ডিত নাম। লোককাব্য হিচাপে 'শিয়ালা বৈষ্ণৱ চৰিত বা শিয়ালা গোঁসাইৰ বংশাৱলী'ৰ তাৎপৰ্য যথেষ্ট। লোককাব্য হিচাপে ইয়াৰ লেখকৰ নাম অনুপস্থিত হ'বলগা যদিও কাব্যখনিৰ লেখক 'কবিৰাজ কবি সুচন্দ' বুলি উল্লেখ আছে। কিন্তু এনেধাৰণাও কৰিব পাৰি যে মৌখিক ৰূপত প্ৰচলিত কাব্য কাহিনীটো কবিৰাজ সুচন্দৰ হাতত লিখিত ৰূপ পৰিগ্ৰহ কৰে। কিয়নো কবিয়ে নিজেই কৈছে যে—

'নামে কবিৰাজ কবি সুচন্দ সদাই।
চাউল মাগি ফুৰো এই কবিতা বৰ্ণাই।।'

ডঃ কনক চন্দ্ৰ চহৰীয়াৰ মন্তব্য এই ক্ষেত্ৰত প্ৰণিধানযোগ্য—'সন্দেহ নাই লিখিত ৰূপ লাভ কৰিলেও শিয়ালা গোঁসাইৰ কাব্যই মৌখিক ৰূপো হেৰোৱা নাছিল। চাৰণ জাতীয় মগনিয়াৰ কবি কবিৰাজে মৌখিক ৰূপত ইয়াক গাই শিয়ালা গোঁসাইৰ অসাধাৰণ মাহাত্ম্য প্ৰচাৰ কৰি ফুৰিছিল।[৬] মৌখিক ৰূপত প্ৰচলিত আৰু পিচলৈ অষ্টাদশ শতিকাৰ কবি সুচন্দৰ হাতত সুসংবদ্ধভাৱে লিখিত ৰূপ লাভ কৰা লোককাব্যখনিৰ জনপ্ৰিয়তা মন কৰিবলগীয়া। প্ৰাচীন কালৰ উপৰিও ইয়াৰ আকৰ্ষণ কমা নাই। কবি সুচন্দৰ দ্বাৰা লিখিত ৰূপ পৰিগ্ৰহ কৰাৰ পিচত দুই এজন সংগ্ৰাহী আৰু সংৰক্ষণশীল স্বভাৱৰ কাব্যপ্ৰেমীয়ে ইয়াৰ সাঁচিপতীয়া প্ৰতিলিপি কৰিছিল। তাৰ পৰাই ১৯২৭ চনত পথৰুঘাট মধ্য ইংৰাজী বিদ্যালয়ৰ তদানীন্তন প্ৰধান শিক্ষক ৰতিৰাম দত্ত আৰু সহকাৰী শিক্ষক জনাৰাম দাসে ইয়াক " শিয়ালা বৈষ্ণৱ চৰিত্ৰ" নামে ছপা কৰি উলিয়াই বাইজৰ তুলি দিছিল। উক্ত পুথিখন সময়ত দুষ্প্ৰাপ্য হোৱাত ছিপাঝাৰৰ সাহিত্যিক শিক্ষাপ্ৰেমী শ্ৰীভাৰত চন্দ্ৰ নাথে ১৯৮৯ খ্ৰীষ্টাব্দত ( ১৪এপ্ৰিল) সৰাবাৰীৰ তৰুণ ডেকাৰ ঘৰৰ পৰা এখন সাঁচিপতীয়া পুথি সংগ্ৰহ কৰি কিছু আলোচনা সন্নিবেশ কৰি 'শিয়ালা বৈষ্ণৱ চৰিত' নামেৰে ইয়াৰ পুনৰ প্ৰকাশ কৰে। পুথিখন প্ৰকাশ কৰে মঙ্গলদৈ ভেবাৰঘাটৰ নৰেশ্বৰ মেধিয়ে। পুথিখনৰ পদৰ সংখ্যা ৪৮৬। উল্লেখ্য যে উক্ত সাঁচিপতীয়া পুথিখনৰ প্ৰতিলিপি কৰিছিল বৰ ঔতলাৰ দেবানন্দ শৰ্মা গোস্বামীয়ে আজিৰ পৰা ১৪০ বছৰ মানৰ আগেয়ে।

শিয়ালা বৈষ্ণৱ চৰিত বা শিয়ালা বৈষ্ণৱ চৰিত্ৰ নামকৰণ কৰিলেও পুথিখনত ' শুনিয়োক সৰ্বনৰ....../ আৰু কথা মহন্তৰ/ শিয়ালা বৈষ্ণৱ কথা চয়'(পদ- ২৫৪) বুলিহে উল্লেখ কৰাৰ উপৰিও 'কীৰ্তি এক মহন্তৰ'( পদ-৬) 'কথা মহন্ত জনৰ'(পদ-৬১, ৮০), সম্বৎসৰ বৈষ্ণৱৰ কথা বিতোপন(পদ-২৬০) বুলিও উল্লেখ আছে। আনহাতে 'ইতো বংশাৱলী কথা বৈষ্ণৱ বিপ্ৰৰ' (পদ-৬১) বুলি উল্লেখ কৰা হৈছে। সেইফালৰ পৰা লোককাব্যখনিক অধ্যাপক প্ৰভাত চন্দ্ৰ শৰ্মাশাস্ত্ৰীয়ে দিয়া 'শিয়ালা বৈষ্ণৱ কথা' নাম সিঃসন্দেহে গ্ৰহণীয়।[৭]

লোককাব্যখনিৰ কাহিনীভাগ একেবাৰে সংক্ষেপে এনেধৰণৰ— ধৰ্মদেৱ নামে এজন বিপ্ৰ বৰভূএাই দৰঙৰ বৰাবাৰীত বাস কৰিছিল। তেওঁ আছিল অলৌকিক

শক্তিসম্পন্ন পুৰুষ। ধৰ্মকাৰ্য কাৰক ধৰ্মদেৱে দুজনী ঘৈণীয়েকৰ সৰুজনী চান্দতৰা গৰ্ভৱতী হোৱাৰ সময়ত তীৰ্থ ভ্ৰমণলৈ যোৱা বাবে ছোগ পাই ডাঙৰ ঘৈণীয়েক কুন্দতৰাই চান্দতৰাৰ পুত্ৰ সন্তান জন্মাত চল কৰি হাবিৰ মাজত পেলাই থৈ আহিল। এবছৰৰ মূৰত ধৰ্মদেৱ তীৰ্থৰ পৰা ঘূৰি আহিল। তেওঁ এদিনাখন বাৰীৰ পিছফালে এটা ছলিয়ে শিয়ালৰ পোৱালীৰ লগত উমলি থকা দেখি অনুসন্ধান কৰি অৱশেষত শিয়ালীৰ গাতৰ পৰা নিজৰ ল'ৰাটিক উদ্ধাৰ কৰিলে আৰু ঘৰলৈ লৈ আহে। লগত আহে শিয়ালী আৰু তাইৰ পোৱালী তিনিটা আৰু ল'ৰাটিক পহৰা দি থকা সাপডাল। সময়ত ল'ৰাটোৱে মাতৃকে ধৰি মানুহৰ সঙ্গত থাকিবলৈ ললে। ছমাহৰ মূৰত সাপডাল আৰু এবছৰৰ মূৰত পোৱালিৰ সৈতে শিয়ালীও বনলৈ গুছি গ'ল। এবছৰ কাল সাপ আৰু শিয়ালৰ লগত বনত থকা বাবে ল'ৰাটিৰ নাম সম্বৎসৰ। কিছুদিন পিছত সম্বৎসৰৰ পিতৃ ঢুকাল। সম্বৎসৰে যথোপযুক্ত বিধি বিধানেৰে পিতৃৰ শ্ৰাদ্ধাদি কৰ্ম সমাপন কৰে।

সম্বৎসৰৰ আশ্চৰ্যজনক কাহিনী কোচ ৰজা ৰঘুদেৱে শুনিবলৈ পাই তেওঁক নিবৰ বাবে দূত পঠিয়াই দিলে। পিতৃ ধৰ্মদেৱৰ দৰে সম্বৎসৰো আছিল অলৌকিক মহিমাৰ গৰাকী। ৰজাই সম্বৎসৰৰ মহিমা দেখি স্তম্ভিত আৰু সন্তুষ্ট হ'ল। ধন সোণ দি দৰগুত এখন সত্ৰ পতাৰ নিৰ্দেশ প্ৰদানেৰে হাতী এটাই সূৰ্যোদয়ৰ পৰা সূৰ্যাস্তলৈ যিমানখিনি যাব পাৰে সিমানখিনি চৌহদ কৰি মাটি ল'বলৈ দিলে। পিছে মাউতে ৰজাৰ দোষত পৰে বুলি শংকা কৰি নানা লেজু উলিয়াই হাতীটো যোৱাত বিলম্ব ঘটাবলৈ ধৰিলে। নৈ এখনত হাতীক গা ধুৱাবলৈ নি অনাৱশ্যক পলম কৰাত মাউতৰ ওপৰত সম্বৎসৰৰ অতিপাত খং উঠিল আৰু হাতী মাউত দুয়োকে মৰিবলৈ শাও দিলে। দুয়োৰে মৃত্যু হোৱাৰ লগতে নৈ খনো মৰানৈত পৰিণত হ'ল। সেইখনেই পথৰুঘাটেদি বৈ যোৱা দিগ্‌গজনৈ। সম্বৎসৰ পুনৰ নিজ ঠাইলৈ ঘূৰি আহি গৰৈমাৰাত সত্ৰ পাত থাকিল। সময়ত তেওঁ বিয়াবাৰু কৰালে। সম্বৎসৰৰ সত্ৰৰ পশ্চিম দিশত এখন নৈ। তেওঁৰ পত্নী ৰত্নাৱতী এদিন নৈ লৈ পানী আনিবলৈ গৈ সাউদ এজনে নাও ঘাটত ৰখা দেখি বহু সময় অপেক্ষা কৰিও সাউদ নোযোৱা বাবে পানী ননাকৈ ঘূৰি আহে। ইফালে পত্নী ঘূৰি অহাত দেৰি হোৱা দেখি সম্বৎসৰৰ খঙে চুলিৰ আগ পালেগৈ। ঘৈণীয়েকৰ পৰা আচল কথা জানিব পাৰি তেওঁ গৈ সাউদক শাও দিলে। ফলত নৌকাৰে সৈতে সাউদ পানীত বুৰ গ'ল। নৈখনো হৈ পৰিল মৰানৈ। স্মৰ্তব্য যে সম্বৎসৰ মহন্তদেৱে মৰা নৈ বাবে সেই ঠাইখনৰ নাম হয় দেৱে-মাৰা-নৈ আৰু পিছলৈ 'দেওমৰনৈ' (বৰ্তমান সেই ঠাইখন দেওমৰনৈ নামেৰেই পৰিচিত)। সম্বৎসৰৰ পুত্ৰ পৰমানন্দ। পৰমানন্দৰ পিছৰ গোঁসাই সকল ক্ৰমে কৃষ্ণানন্দ, উমানন্দ, মহাদেৱ আৰু নাৰায়ণদেৱ। উল্লেখ্য এই যে কাহিনীৰ মাজে মধ্যে শেষে কবি সুচন্দই নিজৰ বৰ্ণনাও নিদিয়াকৈ থকা নাই।

কবি সুচন্দই লিখিত ৰূপ দিয়া কাব্যখনক পূৰ্বতে এই কবিতাৰ কিছু কথা



পোৱা বুলি উল্লেখ কৰাটোৱে উক্ত কাহিনী গীতটি যে পূৰ্বতে মৌখিত ৰূপত প্ৰচলিত আছিল তাক প্ৰতীয়মান কৰে। অন্যহাতে ই সাধু কথাৰ ৰূপতো প্ৰচলিত থকাৰ কথাও স্বীকাৰ কৰিব পাৰি। 'কবিজনাই উল্লেখ কৰা এশাৰী গুৰুত্বপূৰ্ণ কথা হ'ল—'কৰিলো কবিতা আমি কিছু কথা পাই(পদ-২৪৭)। কবিয়ে কি কথা পাইছিল? সম্বৎসৰৰ কাহিনীটো পুৰণি। আচাৰ্য মনোৰঞ্জন শাস্ত্ৰীৰ 'স্মৃতি নিবন্ধকাৰ বেদাচাৰ্য্য আৰু সম্বৎসৰ' নামৰ এটা প্ৰৱন্ধত( অসম সাহিত্য সভাৰ পত্ৰিকাত প্ৰকাশিত) 'স্মৃতি ৰত্নাকৰ'ৰ নামৰ সংস্কৃত গ্ৰন্থ এখনৰ উল্লেখ আছে। গ্ৰন্থখনৰ সাঁচিপতীয়া পুথি এখন কামৰূপ সংস্কৃত সঞ্জীৱনী সভাৰ গ্ৰন্থালয়ত আছে। ভাৰতৰ আন ঠাইত এই পুথি নাই। পুথিখনৰ ৰচকে উল্লেখ কৰামতে পালবংশৰ যুৱৰাজ পুৰন্দৰ পালৰ অনুগ্ৰহ লাভ কৰা সম্বৎসৰক সতীয়াই মাকৰ কথামতে জন্মাৰ পাছতে হাবিৰ মাজত পেলাই দিয়া হৈছিল। ঈশ্বৰৰ কৃপাত তেওঁক এজনী শিয়ালীয়ে নিজৰ গাঁতত ৰাখি ডাঙৰ দীঘল কৰিছিল। সেইবাবে তেওঁৰ নাম সম্বৎসৰ থোৱা হৈছিল। সুচন্দই কেইবা শতিকা জুৰি মানুহৰ মুখে মুখে চলি অহা কাহিনীটো ধৰ্মদেৱ ইয়াৰ পুত্ৰৰূপে সজাই তেওঁ আৰু তেওঁৰ বংশধৰ সকলৰ বিস্ময়কৰ কাহিনীটো নিজৰ পুথিত বৰ্ণনা কৰিছে। পূৰ্বৰ কাহিনীটোত ৰজা(যুৱ ৰাজ) পুৰন্দৰ পালৰ সলনি সুচন্দৰ কাহিনীটোৰ ৰজা ৰঘুদেৱ।[৮] সম্ভৱত উক্ত কাহিনীটো সাধু কথাৰ উপৰি মৌখিক কাব্যৰূপেও প্ৰচলিত আছিল— যিটো তেওঁ চাউল মাগি ফুৰো কবিতা বৰ্ণাই বুলি উল্লেখ কৰিছে। এই মৌখিক কাব্যকে কবি সুচন্দই সুসংবদ্ধ আৰু কিছু বিস্তৃত ৰূপত নিশ্চয় লিপিবদ্ধ কৰে। লোককাব্যৰ বৈশিষ্ট্য অনুসৰি কাব্যখনৰ আৰম্ভণি, মধ্য আৰু সমাপ্তি আছে। তেনেদৰে আছে আৰম্ভণিতে উপাস্য দেৱ-দেৱীৰ প্ৰশস্তি। উদাহৰণ স্বৰূপে—

'জয় জয় কৃষ্ণ ৰাম অগতিৰ গতি।
যাক সেৱা কৰি ফুৰে লক্ষ্মী সৰস্বতী।।
ব্ৰহ্মাহৰে প্ৰাৰ্থি যাৰ ওচৰ নপাই।
ভকতক ৰাখি ফুৰে হেনয় কানাই।।(পদ- ১)

তদ্ৰূপ কাব্যখনি পৰিসমাপ্তি ঘটিছে ৰাম নামৰ মহিমা প্ৰকাশেৰে।

যথা—

'নামেসে তৰাইব জানি এৰা আন কাম।
পাতেক চাড়োক ডাকি বোলা ৰাম ৰাম।।(পদ-৪৮৫ )

আখ্যান প্ৰধান আৰু বৰ্ণনামূলক কাব্যখনিৰ ধৰ্মদেৱ আৰু তেওঁৰ পুত্ৰ সম্বৎসৰৰ অলৌকিক কাৰ্যাৱলীৰ বৰ্ণনা থকাৰ উপৰিও অতিৰঞ্জনৰ গুৰুত্বও দেখা যায়। আনহাতে লোককাব্যখনিয়ে জনশ্ৰুতিমূলক 'বেলাড'ৰ দাবীও পূৰণ কৰে। শিয়ালা বৈষ্ণৱ কথা পদ, দোলড়ী, ছবি ছন্দত ৰচিত আৰু কাব্যখনিত অসমীয়া বেলাড্‌ৰ অন্যতম বৈশিষ্ট্য 'অৰ্থহীন বাক্যৰ ব্যৱহাৰ' হোৱা নাই। দৰঙৰ চপৰাগ্ৰামত' সূৰ্য্যবিপ্ৰ

কুলত' জন্ম লভা কবি সুচন্দৰ হাতত লিখিত কাব্য ৰূপ লাভ কৰা শিয়ালা বৈষ্ণৱ কথা নিঃসন্দেহে অসমীয়া লোক সাহিত্যৰ এটি গৌৰৱমণ্ডিত অধ্যায়।

(৪)

দৰঙী লোকাব্যৰ শিতান শুৱাই থকা এখনি নাতিদীৰ্ঘ লোককাব্য হ'ল 'দলিপুৰাণ'। দলিপুৰাণক 'পথৰুঘাটৰ ৰণৰ গীত' বুলিও কোৱা হয়। ১৮৯৪ চনৰ২৮ জানুৱাৰীত দৰঙৰ পথৰুঘাটত সংঘটিত কৃষকবিদ্ৰোহৰ কাহিনীক কেন্দ্ৰ কৰি ৰচিত 'দলিপুৰাণ' লোককাব্য হৈয়ো কিছু পৰিমাণেই বুৰঞ্জীৰ প্ৰকাৰ্য সম্পন্ন কৰা বুলিব পাৰি। সংহতি, সম্প্ৰীতি আৰু সমন্বয়ৰ পুণ্য তীৰ্থ পথৰুঘাটত পৰৰাজ্যলোলুপ বৃটিছৰ অহেতুক খাজান বৃদ্ধিৰ প্ৰতিবাদত সংঘটিত কৃষক বিদ্ৰোহত সাতকুৰি(১৪০) হিন্দু-মুছলমান কৃষকবীৰে বন্দুকৰ গুলিত প্ৰাণ বিসৰ্জন দিবলগীয়া হোৱাৰ উপৰিও অনেকজন চিৰকালৰ বাবে হৈছিল পঙ্গু। পথৰুঘাটৰ পথাৰত বৈ গৈছিল তেজৰ নৈ। পথৰুঘাটত খাজনা বৃদ্ধিৰ বিৰুদ্ধে হোৱা প্ৰজা বিদ্ৰোহ আৰু তাৰ বিপৰীতে নিৰস্ত্ৰ প্ৰজাৰ ওপৰত বৃটিছে কৰা নিৰ্মম অত্যাচাৰেই দলিপুৰাণৰ প্ৰতিপাদ্য বিষয়। উল্লেখ্য যে পথৰুঘাটৰ ৰণত ১৪০ জন কৃষকৰ মৃত্যু আৰু ১৫০ জন কৃষক আহত হৈছিল বুলি জনা যায় যদিও সেই সময়ত ইংৰাজ পক্ষৰ পৰা ১৫জন মৃত আৰু ৩৭ জন আহত হোৱা বুলি উল্লেখ কৰিছিল। পথৰুঘাটৰ এই প্ৰজাবিদ্ৰোহ পথৰুঘাটৰ ৰণ, পথৰুঘাটৰ ৰাইজমেল, পথৰুঘাটৰ ধাৱা, কৃষক বিদ্ৰোহ আদি ৰূপে প্ৰখ্যাত। পথৰুঘাটৰ এই নিদাৰুণ কাহিনী চৌদিশে প্ৰচাৰ হৈছিল। এনে কৰুণলোমহৰ্ষক কাহিনীয়ে কোনোবা স্বভাৱ কবিৰ সুকোমল হৃদয়ত আঘাত কৰাৰ ফলতেই জন্ম লাভ কৰে এই 'দলি পুৰাণে'। 'দলি পুৰাণ' লিখিত ৰূপত পোৱাৰ বিপৰীতে পোৱা গৈছে মুখ পৰম্পৰাত। মুখ পৰম্পৰাৰ পৰা সংগ্ৰহ কৰি ইয়াক লিখিত ৰূপ দিয়া হৈছে। মৌখিক ৰূপত প্ৰচলিত দলি পুৰাণত নৰোত্তম (কহে নৰোত্তমে ডাকিবোলা ৰাম ৰাম) নামৰ কবিৰ উল্লেখ থাকিলেও ই ব্যক্তি বিশেষৰ নাম বুলি ক'ব নোৱাৰি। 'নৰোত্তমে ৰচনা কৰাহেতেঁন দলি পুৰাণ লিখিত ৰূপত অৰ্থাৎ পুথিৰ ৰূপত পাব লাগিছিল। কিন্তু এই গীত পদবোৰ মৌখিক ৰূপতহে পোৱা গৈছে। গতিকে ইয়াৰ পৰা অনুমান কৰিব পাৰি যে, লিখিত কাব্য অৰ্থাৎ শিক্ষিত কাব্যৰ আদৰ্শ লগত সংগতি ৰাখি মৌখিক দলিপুৰাণৰো ৰচয়িতা ৰূপে নৰোত্তম নামটো প্ৰয়োগ কৰিব পাৰে অথবা নৰোত্তম পদটো বিশেষ্যৰূপে সংযোগ নকৰি বিশেষণৰূপেও প্ৰয়োগ কৰিব পাৰে।[৯]

উল্লেখযোগ্য যে 'দলিপুৰাণ' ক্ৰমে মঙ্গলদৈ বামুণপাৰাৰ প্ৰসন্ন কুমাৰ শৰ্মাই প্ৰথমে(১৯৪৮) আৰু তাৰ পিছত(১৯৫৭) চনত বুৰঞ্জীবিদ দীনেশ্বৰ শৰ্মাই ছপা কৰি উলিয়াইছিল। দুয়োটা পাঠৰ মাজত সামান্য পাৰ্থক্য নথকা নহয়। আনহাতে প্ৰসন্ন কুমাৰ শৰ্মা সম্পাদিত 'দলিপুৰাণত' নৰোত্তম উচ্চ কুলত( উচ্চ কুলে জন্ম দিলা প্ৰভু ভগৱান) আৰু দীনেশ্বৰ শৰ্মা সম্পাদিত 'দলিপুৰা'ত নৰোত্তম শূদ্ৰ কুলত(শুদ্ৰকুলে



জন্মদিলা প্ৰভু ভগৱান) জন্ম বুলি উল্লেখ আছে। কাব্যখনি মৌখিক ৰূপত চলি থকা বাবে নিশ্চয় এনে ক্ষেত্ৰত তাৰতম্য সংঘটিত হ'ব পাৰে বুলি অনুমান কৰিব পাৰি। 'দলি পুৰাণ'ৰ কিছু গীত পদ দিপীলাৰ প্ৰয়াত ৰামেশ্বৰ শৰ্মা বৰুৱাই সংগ্ৰহ কৰিছিল। অৱশ্যে সংগৃহীত পদসমূহৰ ছপা 'দলিপুৰাণ'ৰ পদৰ লগত পাৰ্থক্য আছে। মৌখিকৰূপত প্ৰলিত হোৱা বাবেই এনে পাৰ্থক্য হোৱা স্বাভাৱিক। '১৯২৫ চন মানত প্ৰয়াত ৰামেশ্বৰ শৰ্মাবৰুৱাই সংগ্ৰহ কৰা পথৰুঘাটৰ ৰণৰ কাহিনী গীত হাতে লিখা অৱস্থাত আছিল। দিপীলাৰ পৰা গৈ খৈৰাবাৰীৰ তাম্ৰেশ্বৰত থাকিবলৈ লোৱাৰ সময়ত(১৯৩০-৩২) তেওঁৰ ঘৰত জুই লাগি পাণ্ডুলিপি পুৰি ভস্মীভূত হোৱাত অবিকৃত গীতবোৰ উদ্ধাৰ কৰিব পৰা নগ'ল।'[১০] প্ৰয়াত শৰ্মাবৰুৱাৰ ভতিজা পাথৰিঘাট উচ্চ মাধ্যমিক বিদ্যালয়ৰ অৱসৰ প্ৰাপ্ত শিক্ষক, দিপীলা নিবাসী পূৰ্ণানন্দ শৰ্মাৰ স্মৃতিত থকা ২৪ শাৰী হৰেন ডেকাই উদ্ধাৰ কৰি 'ইতিহাসে গৰকা পথৰুঘাট' শীৰ্ষক গ্ৰন্থৰ এটি প্ৰবন্ধত অন্তৰ্ভুক্ত কৰিছে। উল্লেখ্য যে পূৰ্ণানন্দ শৰ্মাই 'ক' শ্ৰেণীত পঢ়োতেই এইবোৰ গীত শুনিছিল। 'আধুনিক দৰং জিলাত দলি পুৰাণৰ ধৰ্মীয় প্ৰসঙ্গও(Religious context) নোহোৱা নহয়, কাৰণ দলি পুৰাণৰ কাহিনী ভাগ বিয়াৰ প্ৰসঙ্গত বিয়াৰ পদ ৰূপেও আবৃত্ত হোৱা দেখা যায়। ধৰ্মীয় অনুষ্ঠানত অনুষ্ঠিত হোৱা মুহনিৰ, তিৰি নাম নাগাৰ নাম, পাল নাম আদিত দলিপুৰাণৰ পদ গোৱা দেখা যায়'[১১]। পথৰুঘাটৰ ৰণৰ গীত খুলীয়া ভাউৰীয়াইও পৰিবেশন কৰিছিল বুলি জনা যায়। আনহাতে 'দলিপুৰাণ' বা পথৰুঘাটৰ ৰণৰ কাহিনী সাধুকথা হিচাপেও প্ৰচলিত হৈ অহা দেখা গৈছে।

'দলিপুৰাণ'ৰ পদ আৰম্ভ হৈছে নাৰায়ণ নিৰঞ্জনৰ প্ৰশস্তিৰে। যথা
'নমো নমো নাৰায়ণ নিৰঞ্জন।
ব্ৰহ্মাহৰে চিন্তে যাৰ অৰুণ চৰণ।।'
তদ্ৰূপ সামৰণি মৰা হৈছে হৰিনামৰ শ্ৰেষ্ঠত্ব ঘোষণাৰে। যথা--
'কলিৰ পৰম ধৰ্ম জানা হৰিৰ নাম।
পুৰাণৰ পদ ডাকিবোলা ৰাম ৰাম।।'

কাব্যখনিত অৱশ্যে লোককাব্যৰ অন্যতম বৈশিষ্ট্য অতিৰঞ্জনৰ গুৰুত্ব প্ৰত্যক্ষ কৰা নাযায়। পথৰুঘাটৰ ৰণৰ কিছুদিন পিছতেই ই জন্মলাভ কৰি কম দিনতে লিখিত ৰূপো লাভ কৰা বাবেই অতিৰঞ্জিত বৰ্ণনাই দলিপুৰাণত ঠাই নাপালে। লিখিত লোককাব্য খনিত দৰঙী উপ-ভাষাৰ বৈশিষ্ট্য ৰক্ষিত নোহোৱাকৈ থকা নাই যদিও দুই এটাত ত্ৰুটি নাই বুলিব নোৱাৰি। অসমীয়া বেলাড ৰূপে অৰ্থাৎ বুৰঞ্জীমূলক মালিতাৰ পৰিসীমাতো পথৰুঘাটৰ ৰণ বা দলিপুৰাণক সামৰা হৈছে। ইয়ে বুৰঞ্জীমূলক মালিতাৰ দাবী পুৰণ কৰে যদিও ছান্দসিক বৈশিষ্ট্যৰ ফালৰ পৰা ইয়ে বেলাডৰ বৈশিষ্ট্য বহন কৰা নাই। 'অসমীয়া বেলাডৰ প্ৰধান ছান্দসিক বৈশিষ্ট্য হৈছে-- এইবোৰ ত্ৰিপদী ছন্দত ৰচিত আৰু ইয়াত অৰ্থহীন বাক্যৰ(Refriain)প্ৰয়োগ থাকে। ইয়াৰ বিপৰীতে দলিপুৰাণ

পদ বা পয়াৰ ছন্দত ৰচিত আৰু ইয়াত অৰ্থহীন বাক্যৰ প্ৰয়োগ নাই। দলি পুৰাণ সাহিত্যিক কাব্যৰ শৈলীত ৰচিত। দলিপুৰাণে অনেক ক্ষেত্ৰত ঐতহাসিক কাব্যৰ দাবীও সামগ্ৰিকভাবে অক্ষুণ্ণ ৰাখিছে।'[১২] লোককাব্যখনিয়ে পথৰুঘাটৰ ৰণৰ কাহিনী জীৱন্ত কৰি ৰখাত তাৎপৰ্য পূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। দলিপুৰাণে ইতিহাসৰ ভূমিকাও পালন কৰিছে গুৰুত্বপূৰ্ণভাৱে।

'দলিপুৰাণ'নামটো বেছ অৰ্থবহ। 'দলি পুৰাণ পদটোৰ অৰ্থ পৰম্পৰাগতভাবে প্ৰবহমান কথা কাহিনী। 'দলি ' পদটো''দল' শব্দৰ পৰা বিকাশ হৈছে, অৰ্থ— বিমৰ্দন, মৰ্দন, নিপীড়ণ ইত্যাদি। ইংৰাজ সৈন্যই কৃষক সকলক দলন কৰিছিল— তেনে অৰ্থ সূচিত কৰাৰ প্ৰসঙ্গত গীত পদটিৰ নাম দিয়া হৈছে— 'দলি', অৰ্থাৎ পৰম্পৰাগতভাবে চলি অহা দলন বিষয় সম্বলিত গীত পদ কাহিনীক 'দলি পুৰাণ' আখ্যা দিয়া যেন লাগে। কোনো কোনোৰ মতে কৃষক সকলে দলি বা চপৰাৰে ইংৰাজ সৈন্যৰ লগত যুদ্ধ কৰিছিল। গতিকে এই যুদ্ধৰ বৰ্ণনা বিশিষ্ট পুথিখনিৰ নামও ৰখা হৈছিল 'দলিপুৰাণ'।[১৩] দৰঙীয়া মানুহে কিবা বস্তু দুৰলৈ হাতেৰে নিক্ষেপ কৰা কাৰ্যক দলিমৰা বুলি কোৱাৰ ফালৰ পৰা " দ'ল চপৰা, ফৰমুটি আদিৰে ইংৰাজৰ বিৰুদ্ধে প্ৰতিবাদ কৰা ঘটনা সম্বলিত কাব্য 'দলি পুৰাণ' হোৱা তেনেই স্বাভাৱিক। 'দলি পুৰাণ' দৰঙী লোকমানসৰ গুৰুত্বপূৰ্ণ নিৰ্মিতি । ইয়ে পৰৱৰ্তী সময়ত অনেক মনোজ্ঞ সৃষ্টিৰ উৎস ৰূপে প্ৰকাৰ্য্য সাধন কৰি আহিছে।

(৫)

'গুটি পুৰাণকো লোককাব্যৰ পৰিসীমাত ড০ কনকচন্দ্ৰ চহৰীয়াই সামৰিছে। ই লোককাব্যৰ একাধিক বৈশিষ্ট্যৰে সমুজ্বল বাবেই গৱেষক ড০ চহৰীয়াই 'গুটি পুৰাণ'ক লোক কাব্যৰ অন্তৰ্ভুক্ত কৰিছে। নৰেশ্বৰ শৰ্মাবৰুৱাই 'গুটি পুৰাণ'খন লিখাৰ পূৰ্বে পুৰাণৰ কাহিনীটো দিপীলা কেন্দ্ৰিক পশ্চিম দৰং অঞ্চলত প্ৰচলিত আছিল। 'গুটি পুৰাণ'ৰ কাহিনীটো এটি আঞ্চলিক আখ্যান। ১৩৬৮ চনৰ জেঠ ইং ১৯৬১ চনৰ মে-জুন মাহ। ঠিক সেইসময়তে মঙ্গলদৈৰ পশ্চিম অঞ্চলত এটি মিছাকৈ আলোড়ন উঠি গ'ল যে কোৰচৰ গুটিৰ মূল্য মোনে ১৬০.০০ টকা। প্ৰায় মানুহে তাক প্ৰত্যয় মানি সঁচাকৈয়ে এনেভাৱে কোৰচৰ গুটি সংগ্ৰহ কৰাত লাগিল গ'ল যে, দেখিলে বিস্ময় মানিব লাগে। তাৰে কেইটামান সত্য কাহিনী এই ক্ষুদ্ৰ পুথিখনিত সন্নিবেশ কৰা হৈছে।'[১৪]

১৯৬১ চনত(১৩৭০, ১লা ভাদ্ৰ) প্ৰথমে প্ৰকাশ পোৱা পুৰাণখনি ইতিমধ্যে একাধিকবাৰ প্ৰকাশ পাইছে। জনপ্ৰিয়তাৰ শীৰ্ষত আৰোহণ কৰা কাব্যখন এসময়ত বহুতো লোকৰ কণ্ঠস্থ আছিল আৰু বিভিন্ন ঠাইত দুই চাৰিজন লগ হলে এই পুথিখনৰ পদ ইজনে সিজনক গাই শুনাইছিল। 'মৌখিক সাহিত্য লিখিত সাহিত্যৰ পৰিসৰত প্ৰৱেশ কৰিব পাৰে আৰু তেনেদৰে লিখিত সাহিত্যও মৌখিক সাহিত্যৰ পৰিসৰত



প্ৰবেশ কৰিব পাৰে।'[১৫] দেখা যায় কাহিনী আকাৰে প্ৰচলিত আৰু তাৰ পিছত কাব্য ৰূপে নৰেশ্বৰশৰ্মা বৰুৱাৰ দ্বাৰা ৰচিত 'গুটি পুৰাণে' মৌখিক পৰম্পৰাতো প্ৰৱেশ কৰিছিল। এতিয়াও দুই চাৰিজন লোকৰ মুখত ইয়াৰ পদ শুনিবলৈ পোৱাটোৱে ইয়াৰ লোকপ্ৰিয়তাকে প্ৰমাণ কৰে। পুথিখনি পদ আৰু ছবি ছন্দত ৰচিত। 'গুটি পুৰাণ'ক লোককাব্যৰ পৰিসৰত পেলাইও এই কথা স্বীকাৰ্য্য যে ই একধেমেলীয়া ৰস-পূৰ্ণ সাহিত্যিক নিৰ্মিতিহে।❑❑

পাদটীকা ঃ

১। ড০ নবীনচন্দ্ৰ শৰ্মা - পাতনি, ড০ কনক চন্দ্ৰ চহৰীয়া সম্পাঃ দৰঙী লোকগীত সংগ্ৰহ, পৃঃ ৩৫

২। ড০ কনক চন্দ্ৰ চহৰীয়া - উপক্ৰমণিকা, দৰঙীলোকগীত সংগ্ৰহ পৃঃ ২৩

৩। ড০ কনক চন্দ্ৰ চহৰীয়া - উপক্ৰমণিকা, দৰঙীলোকগীত সংগ্ৰহ পৃঃ ২৩

৪। ড০ নবীন চন্দ্ৰ শৰ্মা - অসমীয়া লোক সংস্কৃতিৰ আভাস পৃঃ ৭১

৫। ড০ কনক চন্দ্ৰ চহৰীয়া - দৰঙী লোকগীত সংগ্ৰহ ,পৃঃ ২৯৭

৬। ড০ কনক চন্দ্ৰ চহৰীয়া - দৰঙী লোকগীত সংগ্ৰহ, পৃঃ ২৯৮

৭। প্ৰভাত চন্দ্ৰ শৰ্মাশাস্ত্ৰী- '(কবি সুচন্দৰ শিয়ালা বৈষ্ণৱ কথা'( ৰজত চন্দ্ৰ ডেকা সম্পাঃ ডাঁহী বালিকা বিদ্যাপীঠ ৰূপালী জয়ন্তীৰ স্মৃতিগ্ৰন্থ), পৃঃ ২১

৮। প্ৰভাত চন্দ্ৰ শৰ্মা শাস্ত্ৰী- (কবি সুচন্দৰ শিয়ালা বৈষ্ণৱ কথা'( ৰজত চন্দ্ৰ ডেকা সম্পাঃ ডাঁহী বালিকা বিদ্যাপীঠ ৰূপালী জয়ন্তীৰ স্মৃতিগ্ৰন্থ), পৃঃ ২৩

৯। ড০ নবীন চন্দ্ৰ শৰ্মা - অসমীয়া লোক সংস্কৃতিৰ আভাস পৃঃ ৭৪

১০। হৰেণ ডেকা - 'পথৰুঘাট অঞ্চলৰ মৌখিক গীত পদ,' কমলাকান্ত ডেকা সম্পাদিতঃ ইতিহাসে গৰকা পথৰুঘাট,পৃঃ ১৩১

১১। ড০ নবীন চন্দ্ৰ শৰ্মা - অসমীয়া লোক সংস্কৃতিৰ আভাস পৃঃ ৭৪

১২। ড০ নবীন চন্দ্ৰ শৰ্মা - অসমীয়া লোক সংস্কৃতিৰ আভাস পৃঃ ৭৬

১৩। ড০ নবীন চন্দ্ৰ শৰ্মা - অসমীয়া লোক সংস্কৃতিৰ আভাস পৃঃ ৭৬

১৪। নৰেশ্বৰ শৰ্মাবৰুৱা- গুৰি কথা, গুটিপুৰাণ।

১৫। ড০ নবীন চন্দ্ৰ শৰ্মা - পাতনি, ড০ কনক চন্দ্ৰ চহৰীয়া সম্পাঃ দৰঙী লোকগীত সংগ্ৰহ, পৃঃ ৩৫ ❑❑

# মন্ত্ৰ পৰম্পৰা আৰু দৰং

## জিতেন হাজৰিকা

অতি পুৰণি কালৰে পৰা কামৰূপ তন্ত্ৰ-মন্ত্ৰৰ দেশ ৰূপে খ্যাত। 'কামৰূপ' নামটি বৰ্তমানৰ অসমৰ সলনি ব্যৱহাৰ হৈছিল। অদ্যাপিও এই ঠাইৰ লোক তন্ত্ৰ-মন্ত্ৰত গভীৰ বিশ্বাসী আৰু আস্থাশীল। আজিও ভাৰতৰ বিভিন্ন ঠাইৰ লোকে বিশ্বাস কৰে যে এই ঠাইৰ মানুহে মন্ত্ৰৰ বলত মানহক ভেড়া সাজিব পাৰে। বিভিন্ন সময়ত অসমলৈ অহা পৰ্যটকৰ টোকা আৰু বিদেশী আক্ৰমণকাৰীৰ মন্তব্য তথা বিভিন্ন গ্ৰন্থত অসমৰ তন্ত্ৰ-মন্ত্ৰ সম্পৰ্কে থকা উল্লেখৰ পৰা অসমৰ মন্ত্ৰৰ প্ৰভাৱ, প্ৰচলনৰ বিষয়ে জানিব পাৰি।

'শঙ্কৰ দিগ্বিজয়' নামৰ গ্ৰন্থত উল্লেখ থকা মতে অষ্টম-নৱম শতিকাত শঙ্কৰাচাৰ্য অসমলৈ আহিছিল অসমৰ পণ্ডিত অভিনৱ গুপ্তৰ লগত বাদ কৰিবলৈ। বাদত অসমৰ পণ্ডিত হাৰিল। ইয়াৰ পোতক তুলিবলৈ অভিনৱ গুপ্তই শঙ্কৰাচাৰ্যলৈ অভিচাৰ মন্ত্ৰ মাৰিলে-যাৰ ফলত শঙ্কৰাচাৰ্যৰ ভগন্দৰ ৰোগ হৈ মৃত্যু হ'ল।

শিখ-ধৰ্মৰ পৰম্পৰাই অসমৰ তন্ত্ৰ-মন্ত্ৰৰ কথা সচেতনভাৱে বিশ্বাস কৰে। শিখ ধৰ্মৰ প্ৰচাৰক নানক অসমলৈ আহোতে তেওঁৰ মৰ্দনক নামৰ শিষ্য এজনক এজনী অসমীয়া তিৰোতাই কুমন্ত্ৰ মাৰি ভেড়া কৰিছিল বুলি শিখ ধৰ্ম পৰম্পৰাই বিশ্বাস কৰে।

বিভিন্ন সময়ত মুছলমান বুৰঞ্জীবিদ সকলো অসমৰ তন্ত্ৰ-মন্ত্ৰৰ প্ৰভাৱৰ প্ৰতি বৰ সচেতন আছিল। 'আলমগীৰ নামা'ত কোৱা হৈছে যে বিদেশৰ মানুহে অসমলৈ আহি মন্ত্ৰৰ জালত পৰি বাট হেৰুৱায়।

'বাহাৰিস্তান-ই- ঘাইবী' নামৰ গ্ৰন্থত অসমীয়া সৈন্যই যুদ্ধৰ আগদিনা মন্ত্ৰ-পুত ভুৰ এখন শত্ৰুৰ সমুখলৈ উটুৱাই পঠিয়াই বুলি লিখা আছে।

পাদশ্যাহ বুৰঞ্জীতো অসমীয়া নাৰী 'মন্দকৰ্মী'। অৰ্থাৎ কু-মন্ত্ৰ বিদ্যাত পাকৈত আছিল বুলি কোৱা হৈছে। ওপৰত উল্লেখ কৰা অভিমত সমূহৰ পৰা অসমীয়া মন্ত্ৰৰ প্ৰচীনত্ব আৰু শক্তিৰ কথা সহজে বুজিব পাৰি।

মন্ত্ৰ-পুথি সমূহৰ ৰচনা কাল নিৰ্ণয় কৰা সহজ নহয়। খৃঃ দশম- একাদশ শতিকাৰ পৰা অসমত মন্ত্ৰৰ ব্যাপক প্ৰচলন হয় বুলি ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাই অভিমত দিছে। আমি আলোচনাৰ আৰম্ভণিতে উল্লেখ কৰা অভিমত সমূহলৈ লক্ষ্য কৰিলে মন্ত্ৰৰ- ৰচনা কাল অষ্টম-নৱম শতিকাৰ পৰা পিছুৱাই নিব নোৱাৰো। মন্ত্ৰপুথিত ৰচকৰ নাম নাই। ই এটি তাৎপৰ্যপূৰ্ণ কথা। হয়তো মৌখিক ৰূপৰ পৰা গৈ লিখিত ৰূপ পোৱা হেতু ৰচকৰ নাম উল্লেখ নাই। বেছিভাগ মন্ত্ৰই শিৱই-পাৰ্বতীৰ আগত



কোৱা। মন্ত্ৰ-সমূহৰ মূল অথৰ্ববেদ। তাৰ লগত সংমিশ্ৰণ ঘটিছে বৌদ্ধতন্ত্ৰ, হিন্দুতন্ত্ৰ শাস্ত্ৰ আৰু জন-জাতীয় উপাদান।

অসমীয়া সাহিত্যত এক বহল ক্ষেত্ৰ আগুৰি আছে মন্ত্ৰ-পুথি সমূহে। এতিয়ালৈকে যিমান পুথি উদ্ধাৰ হৈছে তাৰ ভিতৰত মন্ত্ৰ- পুথিৰ সংখ্যাই সৰহ। এই কথায়ো অসমত মন্ত্ৰৰ-ব্যাপকতা, জনপ্ৰিয়তা আৰু গভীৰতাৰ ইংগিত দিয়ে। ৰজা-ঘৰ-প্ৰজাঘৰ উভয়ে মন্ত্ৰ জানিছিল— মন্ত্ৰ মাৰিছিল। বংগ ৰজাৰ মাতৃক সৰ্পে দংশন কৰোতে জৰা-ফুকা বৈদ আছিল চিলাৰায়। গতিকে মন্ত্ৰই যে ৰাজ-চ'ৰাতো আস্থা আৰোহণ কৰিছিল; তাক বুজাও টান নহয়।

বৰ্তমান শতিকা- বিজ্ঞান-প্ৰযুক্তি বিদ্যাৰ যুগ। কিন্তু এনে কালতো অসমত এনে গাঁও নাই য'ত কমেও এজন মন্ত্ৰ জনা বেজ নাই। আনহাতে কাঠ ফুলাৰ দৰে গাঁৱে-চহৰে চিকিৎসালয় প্ৰতিষ্ঠা হোৱাৰ দিনতো বেজ-গিয়ানীৰ দ্বাৰা সাধাৰণ লোকে চিকিৎসা কৰোৱা কথাই মন্ত্ৰ পৰম্পৰাগত বিশ্বাস আৰু জনপ্ৰিয়তাক বুজায়।

অসমৰ এখন বিশিষ্ট জিলা দৰং। পোনতে দৰঙক 'দেশ দৰঙ' বুলিছিল আৰু ইয়াৰ চৌহদ বৰ বহল আছিল। বৰ্তমান ৰাজনৈতিক কাৰণত ভাগ ভাগ হৈ 'দৰঙ দেশ' সংকুচিত কলেবৰৰ হ'ল। দৰঙত আৰ্য আৰু ভিন্ন গোষ্ঠীৰ লোকে বাস কৰে। হিন্দু-মুছলমান, বৌদ্ধ, জৈন খৃষ্টান আদি বহুধৰ্মৰ আৰু বহু ভাষাৰলোকে বসতি কৰে। শতকৰা ৮০ ভাগলোকে কৃষি নিৰ্ভৰ গাৱলীয়া। পৰম্পৰাগত সংস্কৃতি এই ঠাইৰ মানুহৰ সংস্কৃতি।

অসমৰ অন্যান্য ঠাইৰ দৰেই মানুহৰো তন্ত্ৰ-মন্ত্ৰত গভীৰ বিশ্বাস। মানুহ আৰু জীৱ-জন্তুৰ ৰোগ নিৰাময়ৰ প্ৰথম আৰু প্ৰধান ব্যৱস্থা বেজ-বেজালি। ৰজাৰ দিনত বৈদ বুলি এটি চিকিৎসকৰ শ্ৰেণী আছিল। সাধাৰণ লোকৰো চিকিৎসা বৈদ্যৰ দ্বাৰাই কৰা হৈছিল। আজিও আছে।

দৰঙৰ লোক- চিকিৎসকসকলক বুজাবলৈ বেজ, বৈদ্য, ধনন্তৰি ওজা,কবিৰাজ, সাধক, ফকিৰ আদি পদৰ ব্যৱহাৰ হয় যদিও বৈদ শব্দটিৰহে ব্যাপক প্ৰয়োগ। উল্লেখ্য যে দৰঙৰ অসমীয়া বঙালী, নেপালী, আৰবী, দোৱান, বড়ো আদি ভাষাতো মন্ত্ৰ আছে আৰু বেজো আছে। অৱশ্যে সিংহ ভাগ দখল কৰিছে অসমীয়াই।

আমি অনুসন্ধান কৰি জানিব পাৰিছো যে দৰঙত হাজাৰ লেখেৰে মন্ত্ৰ-পুথি আছে। বিভিন্ন জন বৈদৰ হাতত বা মৃত বৈদৰ উত্তৰ পুৰুষৰ হাতত পুথিবোৰ সংৰক্ষণ হৈ আছে। পুথিবোৰ সাঁচিপাত আৰু তুলাপাত উভয়তে লিখা। কিছুমান মন্ত্ৰ মৌখিক ৰূপত সংৰক্ষণ কৰা হৈছে।

অসমীয়া মন্ত্ৰ-সাহিত্যৰ অংগ স্বৰূপ দৰঙৰ প্ৰচলিত মন্ত্ৰ সমূহৰ বহু মন্ত্ৰপুথি আমি অনুসন্ধান কৰি পাইছো। তাৰে কিছুসংখ্যক মন্ত্ৰৰ নাম তলত উল্লেখ কৰা ধৰণৰ-

-

১। উৰাণ মন্ত্ৰ
২। বান্ধ মেলা মন্ত্ৰ
৩। চুৰ মেলা মন্ত্ৰ
৪। গা বান্ধা মন্ত্ৰ
৫। ব্যাধি জৰা
৬। আহু মন্ত্ৰ
৭। প্ৰসৱৰ পানী জৰা মন্ত্ৰ
৮। সিৰ তন্‌কা মন্ত্ৰ
৯। সিৰ কোব জৰা মন্ত্ৰ
১০। কৰতি মন্ত্ৰ
১১। নাগপাশ মন্ত্ৰ
১২। কলি কৰতি মন্ত্ৰ
১৩। ভৈৰবী মন্ত্ৰ
১৪। বাণমাৰা মন্ত্ৰ
১৫। বাণ ফিৰোৱা মন্ত্ৰ
১৬। বিড়ি জৰা মন্ত্ৰ
১৭। পোৱা বাণ মন্ত্ৰ
১৮। ধৰণী বান্ধা
১৯। মণিৰাজ মন্ত্ৰ
২০। সৰ্প মন্ত্ৰ
২১। উৰাণ বান্ধনী
২২। কাপোৰ জৰা মন্ত্ৰ
২৩। বৈদৰ গা বান্ধা মন্ত্ৰ
২৪। পোক জৰা মন্ত্ৰ
২৫। মুৰৰ বিষ জৰা মন্ত্ৰ
২৬। বিহুৰ মন্ত্ৰ
২৭। ক্ষেত্ৰৰ মন্ত্ৰ
২৮। শীতলা মন্ত্ৰ
২৯। জ্বৰৰ মন্ত্ৰ
৩০। বসন্ত ভাটিয়ালী মন্ত্ৰ
৩১। চুঙা পিঠা বেয়া কৰা মন্ত্ৰ
৩২। কুঁহিয়াৰ শাল বান্ধা মন্ত্ৰ
৩৩। কুঁহিয়াৰ শাল নষ্ট কৰা মন্ত্ৰ
৩৪। নিদ্ৰাবাণ মন্ত্ৰ
৩৫। পোৱা বাণ মন্ত্ৰ
৩৬। সৰ্বঢাক মন্ত্ৰ
৩৭। গান্ধী খেদা মন্ত্ৰ
৩৮। মোহিনী মন্ত্ৰ
৩৯। কাজিয়া লগোৱা মন্ত্ৰ
৪০। কামবান মন্ত্ৰ
৪১। ওজাপালি বান্ধা মন্ত্ৰ
৪২। নাৰী বশীকৰণ মন্ত্ৰ
৪৩। টিপনী মন্ত্ৰ
৪৪। বায়ু মন্ত্ৰ
৪৫। জল তুতি মন্ত্ৰ
৪৬। ৰুদ্ৰ তুতি মন্ত্ৰ
৪৭। নাৰায়ণ মন্ত্ৰ
৪৮। আয়না জৰা মন্ত্ৰ
৪৯। টাৰী মন্ত্ৰ
৫০। নৰসিংহ মন্ত্ৰ
৫১। মুখ ভঙা মন্ত্ৰ
৫২। ৰাম মুল মন্ত্ৰ
৫৩। ব্ৰজ কুট মন্ত্ৰ
৫৪। মাতৃষা মন্ত্ৰ
৫৫। বিয়া বান্ধনী মন্ত্ৰ
৫৬। শ্ৰীৰাম সহায় মন্ত্ৰ
৫৭। কুবেৰ পূজা মন্ত্ৰ
৫৮। ভৈৰবী দেব দীক্ষা কালাম মন্ত্ৰ
৫৯। কান্দেনী কলা মন্ত্ৰ
৬০। পাশুপাত মন্ত্ৰ
৬১। কিলতোলা মন্ত্ৰ
৬২। তাং বাটলু মন্ত্ৰ
৬৩। খখণ্ড মন্ত্ৰ
৬৪। শক্তি শেল মন্ত্ৰ



৬৫। কাল-শগুনী মন্ত্ৰ
৬৬। পীঠ মাত্ৰ মন্ত্ৰ
৬৭। কাইট বজা মন্ত্ৰ
৬৮। বাঘেখোৱা মন্ত্ৰ
৬৯। বীৰ জৰা মন্ত্ৰ
৭০। বিছাই ডকা মন্ত্ৰ
৭১। ৰাজ মোহিনী মন্ত্ৰ
৭২। হৰমোহিনী মন্ত্ৰ
৭৩। গৰ্ভ গীতা মন্ত্ৰ
৭৪। সভামোহিনী মন্ত্ৰ
৭৫। পুৰুষ মোহিনী মন্ত্ৰ
৭৬। গৰ্ভ গীতা মন্ত্ৰ
৭৭। হাঁমোদৈ মন্ত্ৰ
৭৮। তেজ ৰখা মন্ত্ৰ
৭৯। পক্ষীৰাজ মন্ত্ৰ
৮০। বৰ-কৰতি
৮১। ওঠৰ ভনী মন্ত্ৰ
৮২। বিষালী মন্ত্ৰ
৮৩। খোলনী মন্ত্ৰ
৮৪। জুয়ে পোৱা মন্ত্ৰ
৮৫। দাঁতৰ পোকজৰা মন্ত্ৰ
৮৬। চাপনি মন্ত্ৰ
৮৭। ৰুদ্ৰ স্বাহানী মন্ত্ৰ
৮৮। ডুমুনী সৰ্বঢাক মন্ত্ৰ
৮৯। হাড় বাডলু মন্ত্ৰ
৯০। ওম তৎ স্বাহানী মন্ত্ৰ
৯১। মৎস কৰতি মন্ত্ৰ
৯২। দেওমৰা মন্ত্ৰ
৯৩। কালবাণ মন্ত্ৰ
৯৪। দৰা-কইনা ভাল কৰা মন্ত্ৰ
৯৫। অহ ৰাৰ মন্ত্ৰ
৯৬। নয়ন গিৰি মন্ত্ৰ
৯৭। মোৰৰ মন্ত্ৰ
৯৮। শোভাজৰা মন্ত্ৰ
৯৯। চামন মন্ত্ৰ
১০০। নগৰ বান্ধনী মন্ত্ৰ
১০১। বাৰবীৰা মন্ত্ৰ
১০২। ন-ভনী মন্ত্ৰ
১০৩। কাহি চালান মন্ত্ৰ
১০৪। বেত জৰা মন্ত্ৰ
১০৫। হাতী বান্ধা মন্ত্ৰ
১০৬। খলা-বান্ধনী মন্ত্ৰ
১০৭। বৰ বহুংকাৰ মন্ত্ৰ
১০৮। নেউলী মন্ত্ৰ
১০৯। বান্দী বিৰালী মন্ত্ৰ
১১০। বাচনি মন্ত্ৰ ইত্যাদি।

মন্ত্ৰ সমূহ আলোচনাৰ সুবিধাৰ্থে মূলতঃ দুটা ভাগত ভাগ কৰা হয়।—

(ক) ব্যভিচাৰ মন্ত্ৰ (White magic)

(খ) অভিচাৰ মন্ত্ৰ (Black magic)

উক্ত উভয় বিধৰ আকৌ কিছুমান উপবিভাগত ভাগ কৰা হৈছে।

(ক) আখ্যান বা কাহিনী যুক্ত মন্ত্ৰ

(খ) কাহিনী বিহীন বা আঢ়ৈ আখৰীয়া মন্ত্ৰ

(গ) তুতি মন্ত্ৰ

(ঘ) দোহায় মন্ত্ৰ

(ঙ) গুপ্ত মন্ত্ৰ

(চ) দৰব যুক্ত মন্ত্ৰ

(ছ) দৰব বিহীন মন্ত্ৰ

(জ) ভেলেকী বা মোহিনী মন্ত্ৰ

(ঝ) বীজ মন্ত্ৰ

(ঞ) জীৱ জন্তুৰ ৰোগ নিৰাময় মন্ত্ৰ

অব্যভিচাৰ মন্ত্ৰবোৰ সদায় ৰোগ নিৰায়ময়ৰ বাবে ব্যৱহাৰ কৰা হয়। ইয়াৰ বিপৰীতে যি মন্ত্ৰ প্ৰয়োগ হয় সেয়ে অভিচাৰ মন্ত্ৰ।

কাহিনী বা আখ্যান যুক্ত মন্ত্ৰবোৰৰ অন্তৰালত একোটা আখ্যান জড়িত থাকে। যেনে মুখ ভঙা মন্ত্ৰ। কাহিনী বিহীন মন্ত্ৰত আখ্যান নাই।– ই সাৰণতে চুটি। ইয়াকে আঢ়ৈ আখৰীয়া মন্ত্ৰও বোলে। এই মন্ত্ৰ একেবাহে ৩/৪বাৰ আওৰাব লাগে। যেনে– কাহি চালন মন্ত্ৰ।

ৰোগৰ কাৰক তুতি বচনেৰে প্ৰাৰ্থনা কৰি ৰোগীক মুক্তি দিবলৈ প্ৰয়োগ কৰা মন্ত্ৰ তুতি মন্ত্ৰ। যেনে- বসন্ত তুতি দোহায় মন্ত্ৰ সমূহত ৰোগ আৰু কাৰক ৰোগীক এৰি যাবলৈ 'কিৰা' দিয়া হয়। যেনে- জ্বৰৰ মন্ত্ৰৰ দোহায়–

' হুং হুং কাৰ চাৰি যা লংকাৰ পাৰ।
নাথাকিবি জ্বৰ ৰোগীৰ ঘৰবাৰী সীমাসঞ্চাৰ।।'
এই বাক্য লৰা-চৰা মহাদেৱৰ জটাত ধৰা।
পাৰ্বতীৰ স্তনত ধৰা।
সিদ্ধ বন্দো গুৰুৰ পাঁও।
ৰক্ষা কৰা কামৰূপৰ কামাখ্যা মাও।।
ওংলং হুংক্লীট ফট্ স্বাহা।" শেষৰ ওং হুং অংশটো বীজ মন্ত্ৰ।

দৰৱ জাৰি দিয়া মন্ত্ৰ বোৰেই দৰৱ মন্ত্ৰ আৰু দৰব অবিহনে প্ৰায়োগ কৰা মন্ত্ৰবোৰ দৰৱ বিহীন মন্ত্ৰ। ব্যক্তি বা সমবেত লোকক মোহিত কৰিবলৈ প্ৰয়োগ কৰা মন্ত্ৰবোৰ মোহিনী মন্ত্ৰ। আনহাতে জীৱজন্তুক ৰক্ষা কৰিবলৈ প্ৰয়োগ কৰা মন্ত্ৰবোৰ জীৱ-জন্তু বিষয়ক মন্ত্ৰ।

মন্ত্ৰ প্ৰয়োগৰ বিধি ঃ-

পদ্ধতিগত অধ্যয়নৰ পৰা পোৱা তথ্যৰ কালৰপৰা সমুদায় ৰোগক আলোচনাৰ সুবিধাৰ্থে তলত দিয়া ধৰণে শ্ৰেণী বিভাজন কৰা হৈছে।

(১) সাধাৰণ ভাবে বা স্বাভাৱিকভাবে হোৱা ৰোগ।

(২) আকস্মিক দুৰ্ঘটনা জনিত ৰোগ।

(৩) কু-মন্ত্ৰ বা অভিচাৰ মন্ত্ৰজনিত ৰোগ।

(৪) অপশক্তি জনিত ৰোগ

(৫) লেঠা বা ছিদ্ৰত পাৰি হোৱা ৰোগ।

ওপৰত কৰা শ্ৰেণী বিভাগ অনুযায়ী ৰোগ, ভেদে মন্ত্ৰ প্ৰয়োগ কৰা হয়।



আকস্মিক দুৰ্ঘটনা জনিত ৰোগত বাদে বাকী ৰোগবোৰৰ চিকিৎসা কৰাৰ আগতে আই তুতি কৰা হয়। শিশু আৰু ক্ষেত্ৰ বিশেষৰ পাৰ্গত লোকক মুখ ভঙা মন্ত্ৰেৰে জৰা হয়। তদন্তে ৰোগানুযায়ী মন্ত্ৰ।

সাধাৰণতে শনি আৰু মঙল বাৰ জাৰিবলৈ প্ৰশস্ত। বিহ ঢেকীয়া, এৰাপাত, মাৰুৱা বস্ত্ৰ তুলসীপাত, জলকীয়া ডাল, কচুপাত আদিৰে কৰা হয়। জাব, তাবিজ, পানী জাৰিও দিয়া হয়।

এনেদৰেই দৰঙত উৎপত্তিৰ দিনৰ পৰা পৰম্পৰাগত ভাবে মন্ত্ৰৰ প্ৰচলন হৈয়ে আছে। আধুনিকতাৰ বতাহে লোক বিদ্যাটিক কিছু ঠেক কৰিছে যদিও শেষ কৰিব পৰা নাই আৰু নোৱাৰে। সমাজ থকালৈকে এই বিদ্যাও থাকিব। মাত্ৰ প্ৰয়োজন মন্ত্ৰ সমূহৰ পদ্ধতিগত অধ্যয়ন, অনুসন্ধান গৱেষণা আৰু বিজ্ঞান ভিত্তিক সংৰক্ষণ। কিয়নো মন্ত্ৰ পুথি বা মন্ত্ৰ সমূহত একো একোটা জাতিৰ ইতিহাস জড়িত থাকে। ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাৰ ভাষাৰে সামৰণিত কও–" মন্ত্ৰ-সাহিত্য প্ৰধানকৈ অসমীয়া ধাৰ্মিক বিশ্বাসৰ ইতিহাস। দেৱতা, অপদেৱতা, বিপদ-আপদ, বেমাৰ-আজাৰ শত্ৰু আৰু জন্তুৰ ভয়ৰ পৰা ব্যক্তি সমাজ শস্য সম্পদক ৰক্ষা কৰিবলৈ কৰা পূজা-পদ্ধতিৰ উল্লেখ মন্ত্ৰ সাহিত্যত আছে। এইলোক বিশ্বাসেই সাধাৰণ ধৰ্ম। গাঁৱলীয়া মানুহে বিশেষকৈ তিৰোতাসকলে ব্ৰাহ্মণ পুৰোহিতৰ আশ্ৰয় নলৈ এই অনুষ্ঠান সমূহ আজিও পালি আছে। দ্বিতীয়তে এই মন্ত্ৰ সাহিত্যক ৰামায়ণ, মহাভাৰত পুৰাণ আদিৰ লোক সংস্কৰণ বুলিব পাৰি। ভালেমান মন্ত্ৰত ৰামায়ণ মহাভাৰত পুৰাণ আদিৰ আখ্যান জনবিশ্বাস আৰু কিংবদন্তী আদিৰ লগত মিহলি হৈ এক নতুন বা গ্ৰাম্য দেবতাৰ বিৱৰণ মন্ত্ৰ সাহিত্যত আছে। তৃতীয়তে মন্ত্ৰ সমূহত সংৰক্ষিত হৈছে অসমীয়া প্ৰাচীন আয়ুৰ্বেদ সম্বন্ধীয় জ্ঞান আৰু বিশ্বাস।❑❑

( বিভিন্ন গ্ৰন্থৰ সহায়ত এই লেখা যুগুত কৰা হ'ল– লেখক)

# ফকৰা-যোজনা

(দৰঙৰ বিশেষ উল্লিখনসহ)

**ঘটেশ্বৰ বৰুৱা**

ফকৰা-যোজনা প্ৰধানতঃ মৌখিক তথা লোকসাহিত্যৰ এটি উল্লেখযোগ্য ভাগ। সেয়ে ফকৰা-যোজোনা, সাঁথৰ, পটন্তৰ আদি অসমীয়া লোকসাহিত্যৰ ভঁৰালৰ ৰত্ন স্বৰূপ। এইবোৰত আদিম জীৱনৰ মনস্তাত্বিক আৰু বুদ্ধিমত্তাৰ পৰিচয় লুকাই আছে। অসমীয়া ভাষা-সাহিত্যত বৰ্তমানলৈ এইবোৰৰ যিমানখিনি অধ্যয়ন, চিন্তা-চৰ্চা হৈছে সেয়াই যথেষ্ট নহয়, কিয়নো এইসমূহৰ বিষয়ে ব্যাপক অধ্যয়ন আৰু গৱেষণাৰ থল আছে।

ভাষাৰ প্ৰকাশিকা শক্তিৰ মহিমা অন্তৰ্নিহিত হৈ থাকে ফকৰা-যোজনা, পটন্তৰ, প্ৰবাদ আদিৰ মাজত। মনৰ বিভিন্ন অৱস্থাৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া প্ৰকাশ কৰাত, কোনো বিষয়ৰ পৰিচয় দাঙি ধৰাত, প্ৰত্যুত্তৰ দিয়াত, দোষ-গুণ, ভাল-বেয়া, পাপ-পুণ্য, উচিত-অনুচিতৰ ধাৰণা দিয়াত, তুলনাৰে কোনো বিষয়ৰ গুৰুত্ব আৰু লঘুত্ব বুজোৱাত, মুঠতে পৰিস্কাৰকৈ সঠিকভাৱে আৰু বিশ্বাস জন্মোৱাকৈ বা সাঁচ বহি যোৱাকৈ কোনো কথা উত্থাপন কৰাত ফকৰা-যোজোনা, পটন্তৰ আৰু প্ৰবাদ বাক্যৰ গুৰুত্ব অপৰিসীম।

ফকৰা, যোজনা, সাঁথৰ বা পটন্তৰ তিনিও একে যেন লাগিলেও ইয়াৰ মাজত কিছু সূক্ষ্ম পাৰ্থক্য আছে। ফকৰা সাধাৰণতে কথাৰ ৰস বঢ়াবলৈ, ৰহন লগাবলৈ, যোজোনা তুলনামূলকভাৱে কথাৰ দৃঢ়তা বুজাবলৈ আৰু সাঁথৰ বা পটন্তৰ বা দৃষ্টান্ত অলপ কথাৰে তুলনা বা ৰিজনি দি তত্বমূলক কথা বা কাহিনী দাঙি ধৰিবলৈ ব্যৱহাৰ কৰা হয়।

**ঃ ফকৰা ঃ**

ফকৰাবোৰত সাধাৰণতে পাৰমাৰ্থিক অৰ্থ লুকাই থাকে। অসমীয়া লোকসাহিত্যত কথা দুফাকি আছে—'বাৰ কুৰি বৰগীত, তেৰকুৰি ফকৰা।' আৰু 'কথা নহয় ফকৰা, এটা মুগাৰ তিনিশ, তিনিকুৰি তেৰটা ফকৰা'— এই হিচাপত ফকৰাৰ সংখ্যা ২৬০ টা নহৈ ৩৭৩ টা হ'ব লাগে। ইফালে স্বৰ্গীয় নাৰায়ণদাস ঠাকুৰ আতা ভণিত আৰু স্বৰ্গীয় হলিৰাম ঠাকুৰৰ দ্বাৰা সংগৃহীত ফকৰা পুথি বা পৰমাৰ্থ তত্বত ৩৫০ টা ফকৰা সংকলিত হৈছে। কিছুমান ফকৰা বৰ সেৱা বা পূৰ্ণ সেৱা অথবা ভকত সেৱা আদিৰ লগত জড়িত। বেছিভাগ ফকৰাত পোনপটীয়া অৰ্থ আৰু অন্তৰ্নিহিত অৰ্থ ভিন্ ভিন্। সেইবাবে ফকৰাসমূহক



অসমীয়া ভাষাৰ প্ৰাচীনতম নিদৰ্শন চৰ্যাপদসমূহৰ লগত তুলনা কৰিব পাৰি। অৰ্থাৎ বেছিভাগ ফকৰাতে একো একোটা গূঢ়াৰ্থ লুকাই থাকে। তেনে জাতীয় এটা ফকৰা—

ব্ৰহ্মাক মাৰিবা বিষ্ণুক মাৰিবা
ৰুদ্ৰক নিদিবা ঠাই,
মহা মহা মহন্তক মৰিয়াই মাৰিবা
তেহে ভকতিক পাই।

ইয়াত ব্ৰহ্মা, বিষ্ণু আৰু ৰুদ্ৰই মূল দেৱতা তিনিগৰাকীক বুজোৱা নাই। ব্ৰহ্মা, বিষ্ণু আৰু ৰুদ্ৰ শব্দই ইয়াত সত্ব, ৰজঃ আৰু তমঃ এই তিনিটা গুণকহে বুজাইছে। মহা মহা মহন্তসকল হ'ল কাম, ক্ৰোধ, লোভ, মোহাদি ৰিপুসমূহ ত্ৰিগুণৰ ওপৰত ষড় ৰিপু দমন কৰিব পাৰিলেহে প্ৰকৃত ভক্তিৰ অধিকাৰী হোৱা সম্ভৱ।

আকৌ—

বামুণ হৈ নবধে গাই,
ভকত হৈ নামাৰে ভাই।
সজ্জন হৈ নাখায় মদ,
এই তিনি নাপায় পৰমপদ।

এই ফকৰাটোত গাই শব্দই বেদ, ভাই শব্দই কাম, ক্ৰোধ, লোভ, আদি ষড় ৰিপু আৰু মদ শব্দই ভক্তি ৰসক বুজাইছে। অৰ্থাৎ ব্ৰাহ্মণে বেদ অধ্যয়ন নকৰিলে, ভকত হৈ ষড় ৰিপু দমন কৰিব নোৱাৰিলে আৰু সজ্জন হৈ ভক্তি ৰস পান কৰিব নোৱাৰিলে পৰমপদ লাভ কৰাটো সম্ভৱ নহয়।

মধ্যযুগৰ অসমৰ প্ৰামাণ্য দলিল 'কথা গুৰুচৰিত' বা 'গুৰুচৰিত কথা'ত অলেখ ফকৰা সিঁচৰতি হৈ আছে। গুৰুচৰিত কথাত থকা আৰু অসমৰ বিদ্বৎ মণ্ডলীৰ মাজত বহুল প্ৰচলিত এটি ফকৰা হ'ল—

'বাৰ হাত জালৰ তেৰ হাত ফটা,
ভাল মাছ মাৰিলি জালোৱাৰ বেটা।
বৌ-বৰালি সৰকি গ'ল,
পুথি-খলিহনা পাহে পাহে ৰ'ল।

ইয়াত বাৰ হাত জাল হ'ল দ্বাদশ স্কন্ধ ভাগৱত। জালোৱাৰ বেটা হ'ল মহাপুৰুষ শংকৰদেৱ। শংকৰদেৱে দ্বাদশ স্কন্ধ ভাগৱতৰ লগতে আন বৈষ্ণৱী গ্ৰন্থবো (সেয়ে তেৰ হাত) বিষয় বস্তুৰে যি কীৰ্ত্তন গ্ৰন্থখনি ৰচনা কৰিলে তাক মুষ্টিমেয় পণ্ডিত লোকে (বৌ-বৰালি) উপযুক্ত মৰ্যাদা নিদিলেও সাধাৰণ মানুহে

(পুথি-খলিহনা) বুকুৰ আপোন কৰি ল'লে। কীৰ্ত্তন ঘোষাৰ প্ৰভাৱ অসমীয়া সমাজত আজিও অখণ্ড।

এনেধৰণৰ বচন বা ফকৰা বিলাক প্ৰথমতে সাধাৰণ নিৰক্ষৰ মানুহৰ মাজত প্ৰচলিত আছিল, পিচত তাক বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰকসকলে নিজৰ উদ্দেশ্যৰ সৈতে খাপ খুৱাই ব্যৱহাৰ কৰিছিল—এই অনুমান কৰাটো নিশ্চয় অসংগত নহ'ব।

দৰঙী গ্ৰাম্য সমাজত প্ৰচলিত কেইটামান ফকৰা উল্লেখ কৰা হ'ল—

বৰ কথকীক কথাই খায়
বৈইদক খাই সাপে
সাতখান ভাগৱত পঢ়াজনৰো

কিঞ্চিত চোৰে পাপে।

ঔ পৰিল কুপ্‌টি সৰিল
বগুলাই নিৰামিচ খায়
সখিয়তী চৰায়ে ছয় মাহলৈ বিনালে

সমন্ধত একোডাল নাই।

হাহে নিলা হাপা খেদি
গিৰচ থাকিল চাই
হাইহালৰ বিন্দিয়া মাছে
বোন্দাক পেল্লা খাই।

হা হৰি খাগাৰাৰ খৰি
এৰাৰ বান্ধিলা ঘৰ
জেকৃজেকীয়া বইহানত
ওলেই মাল্লো লৰ।

মাজ মূৰত নাই চুলি
পৈয়েকে মাতে সোন্দেৰী বুলি।

যি ভকতে খাই কুপেত্তি
সেই ভকতে মাৰে ঘুমতি।

লাহেতী মৰেই লাহত
পৈয়েক মৰে ঘেঙুৰীয়া কাহত।

এনেই কানি তেনেও কানি



ভালকৈয়ে দেও শাকত পানী।

লাধেই বেটা লোধেইৰ বেটা
গায়ে লোধোপা ঢোপ
দেখ্‌ছা হো গোন্ধ গাওঁবুঢ়া
ঈশ্বৰে ৰাখিলে মোক।

হাঁহে কৰেই ঘেটেৰ ঘেটেৰ
পাওৰাই পাৰেই ডিমা
বুঢ়া হালোৰাই ডিমা পাৰেই
চানাৰ নাই সীমা।

এক তিৰি লোদোৰ পোদোৰ
দুই তিৰি গাঁতৰ এন্দুৰ
তিনি তিৰি নাপাৱেই ভাত
চাৰি তিৰি মূৰে কপালে হাত।

হে আই লাৰিগেছি
দীঘলকে মাৰা সিন্দুৰ
ধান নোহোৱা ভাখেৰীত
পাদি মৰেই ইন্দুৰ।

দৰঙত প্ৰচলিত মাত্ৰ গোটচেৰেক ফকৰাহে ইয়াত উল্লেখ কৰা হ'ল। এনেধৰণৰ ফকৰা এতিয়াও গাঁৱে-ভূঞে ককা-আইতাসকলৰ মুখত জীয়াই আছে। গভীৰ চিন্তা-চৰ্চাৰ দ্বাৰা ফকৰাসমূহৰ প্ৰকৃত তাৎপৰ্য অনুধাৱনে এহাতে অশান্ত মনত বিমল আনন্দ দিয়ে আৰু আনহাতে জীৱনৰ জটিল যাত্ৰাপথত সাৰথি হয়। আজিৰ এই যান্ত্ৰিক যুগত হিতোপদেশ আৰু আধ্যাত্মিক জ্ঞানৰ ৰস ভাণ্ডাৰ স্বৰূপ ফকৰাসমূহৰ উদ্ধাৰ, সংৰক্ষণ আৰু প্ৰচাৰৰ প্ৰয়োজনীয়তা নিশ্চয় আছে।

## ঃ যোজনা ঃ

যোজনা বা যোজোনা হ'ল চুটি, সাৰগৰ্ভ সহজে মনত ৰাখিব পৰা এফাঁকি বা দুফাঁকি কথা। যোজনাসমূহক পটন্তৰ বুলিও জনা যায়। বিশেষত ইয়াক যুক্ত কৰিব পাৰি বাবে ইয়াৰ নাম যোজোনা। ফকৰা-যোজনাসমূহৰ ৰচক কোন, ৰচনাৰ সময় কেতিয়া সেই কথা ঠাৱৰ কৰিব নোৱাৰি। যোজনাসমূহৰ সৰহ সংখ্যকেই উপদেশমূলক। আচলতে এইবোৰ সমাজৰ পুঞ্জীভূত জ্ঞানৰ পুৰুষ-পুৰুষান্তৰৰ ফচল। সমাজৰ বিভিন্নজনৰ বিভিন্ন চৰিত্ৰ বা গতি-মতি, বিভিন্ন কাজ-কৰ্ম আৰু

পৰিস্থিতি বিষয়ক জ্ঞান, বিভিন্নজনৰ আচাৰ-বিচাৰ, অভ্যাস, স্বাস্থ্য বিধি, প্ৰকৃতিপাঠ ইত্যাদিৰ কথা যোজনাবোৰত পোৱা যায়। যোজনাবোৰে একোটা জাতিৰ চাৰিত্ৰিক বৈশিষ্ট্যৰ পৰিচয় দাঙি ধৰে। জাতি এটা কিমান হিচাপী, উদাৰ নে ৰক্ষণশীল, আশাবাদী নে দৈৱবাদী, পৰোপকাৰী নে স্বাৰ্থপৰ ইত্যাদি ধৰণৰ কথাৰ ইংগিত এই যোজনাবোৰে আমাক দিয়ে।

সাধাৰণতে যোজনাবোৰৰ প্ৰকাশভংগী পোনপটীয়া। কেতিয়াবা কেতিয়াবা এইবোৰ ৰুচি সন্মতো নহয়। কিন্তু এইবোৰৰ অন্তৰ্নিহিত সত্য সহজে উলাই কৰিব নোৱাৰি। ব্যাপক অভিজ্ঞতাৰ কষটি শিলত পৰীক্ষিত এইবোৰ সংসাৰ যাত্ৰীৰ বাবে দিগ্‌দৰ্শক স্বৰূপ। আলাপ আলোচনাৰ মাজত যোজনা-পটন্তৰৰ উল্লেখে বিষয়বস্তু ৰসাল কৰি তোলে। একোষাৰ কথাৰ মূৰত খাপখোৱাকৈ যোজনা এটা লগাই দিলে কথাষাৰ শ্ৰুতিমধুৰ হৈ পৰে।

অতি প্ৰাচীন কালৰে পৰা যোজনাৰ ব্যৱহাৰ হৈ আহিছে। ইজিপ্তত প্ৰায় পাঁচ হেজাৰ বছৰৰ আগেয়ে এইবোৰৰ ব্যৱহাৰ হোৱাৰ প্ৰমাণ পোৱা যায়। আকৌ আফ্ৰিকাৰ কোনো কোনো অঞ্চলত যোজনা আইনৰূপে পৰিগণিত হৈছে। গ্ৰীক্ দাৰ্শনিক এৰিষ্ট'টলেও যোজনা সংগ্ৰহ কৰিছিল বুলি জনা যায়। ইংৰাজী বচন এটিয়ে যোজনাৰ বিষয়ে এই বুলি কৈছে—'জ্ঞানীয়ে যোজনা সাজে, অজ্ঞানীয়ে তাকে আওৰায়।' আনহাতে ৰেইলজিয়ামত যোজনাক 'পুৰণি প্ৰৱচন সত্যৰ সন্তান' বুলি কয়। দেশ-বিদেশত চলা যোজনা বা পটন্তৰৰ বিষয়ে আলোচনা কৰিলে দেখা যায় যে এইবিলাক পটন্তৰ ৰিজনি, চানেকি আদি অৰ্থত ব্যৱহাৰ হয়। ফাৰ্চী, আৰবী আদি ভাষাত যোজনাৰ সলনি যি যি শব্দ ব্যৱহাৰ হয় তাৰ অৰ্থ ৰিজনি, যি আন এটি বিষয় সোঁৱৰাই দিয়ে। গ্ৰীক্ ভাষাত এই শব্দটোৱে বাটত খোজ পেলাওতে কথাৰ লাচত কোৱা চমু উক্তি বুজায়। চীন দেশত যোজনা বুজাবলৈ দুটা নাম আছে—এটাৰ অৰ্থ মাৰ্জিত শব্দ বা কথা, আনটিৰ অৰ্থ প্ৰচলিত উক্তি। যোজনা বুলিলে চীন দেশত যি বুজে সংস্কৃত ভাষাত চলিত 'সুভাষিত' আৰু লোকোক্তি শব্দইও তাকেই বুজায়।

সাধাৰণতে দেখা যায় যোজনা কথা প্ৰসংগত ব্যৱহাৰ হোৱা উক্তি—এই উক্তি চমু আৰু তাত ৰিজনি আৰু সঞ্চিত অভিজ্ঞতা নিহিত হৈ থাকে। তদুপৰি যোজনাৰ যি অভিজ্ঞতা সি দুইপক্ষীয় অৰ্থাৎ এক পক্ষই যদি এটি যোজনাৰে সিদ্ধান্ত দিব খোজে তেনেহ'লে আন পক্ষইও আন এটি যোজনা মাতি বেলেগ সিদ্ধান্ত দিব পাৰে। এনেধৰণৰ যোজনা বিলাক সমালোচনাৰহে বাহন। এই ক্ষেত্ৰত যুৰীয়া বিয়ানামসমূহলৈ আঙুলিয়াব পাৰি। ভাৰতবৰ্ষত প্ৰচলিত যোজনাৰ বেছি সংখ্যকে নাপিত, ব্ৰাহ্মণ, বণিয়া, বেজ, চোৰ আৰু মাইকী মানুহৰ ওপৰত কটাক্ষ



কৰা চানেকি দেখা যায়। দৰঙত প্ৰচলিত নিন্দা দিয়া যোজনা তথা বিয়া নাম দুফাঁকিমান—

ঔ টেঙা খুন্দচু
ঔ টেঙা খুন্দচু
গোহাই পূজাৰ বামুণটোই
ধোকা ৰখা শুনচু।

বৰ পুখুৰীৰ মকুৰা
বৰ পুখুৰীৰ মকুৰা
হোম পোৱা বামুণটো
এক নম্বৰ খকুৱা ... ।

তিৰি মিৰি ভোটোঁ কোৱা
এই চাৰিৰ আখে নোপোৱা

পুৰণি অসমীয়া সাহিত্যতো যোজনাৰ প্ৰয়োগ মন কৰিবলগীয়া। এই যোজনাবিলাকৰ পৰা তদানিন্তন সমাজৰ মানসিকতা আৰু কৰ্মপন্থা সম্পৰ্কে আভাস পোৱা যায়। প্ৰাক্‌শংকৰীযুগৰ অপ্ৰমাদী কবি মাধৱ কন্দলীৰ ৰামায়ণত অলেখ যোজনা আছে—

"হেনয় স্বভাৱ নিদাৰুণ স্ত্ৰী জাতি।
ভাই ভাই বেলগাৱে মাজে দিয়া কাটি।।
বৰশীয়া ৰাৱণৰ পুঙাতেসে দৃষ্টি
অলপ পানীৰ সল দদৰা-দদৰি
টেৰ্ন্টন যেন চোৰ
অন্ধলাৰ কান্ধত পেঙ্গুৱা যায় চড়ি।
পেঙ্গুৱাৰ উদ্দেশ্যে অন্ধলা কাঢ়ে ভৰি।।

মাধৱ কন্দলীৰ যোজনাবিলাকৰ পৰা বলি দিয়া প্ৰথা, পল', জাল আৰু বৰশীৰে মাছ ধৰা, খাদ্য, নাৰী চৰিত্ৰ, লুভীয়াৰ দুৰ্বলতা, বেপাৰ-বাণিজ্য আদিৰ বিষয়ে সন্ধেদ পোৱা যায়।

যোজনাবিলাক ব্যৱহাৰ হয় কথাৰ লাচত—ইয়াত প্ৰায় ইতিকিং সুৰ মিহলি হৈ থাকে। একোটা কথাৰ সাৰমৰ্ম প্ৰকাশ কৰিবলৈ বা কিবা কথা ব্যাখ্যা কৰিবলৈও ইয়াক ব্যৱহাৰ কৰা হয়। যোজনাৰ কথাবোৰ চুটি, ব্যঞ্জনা বিশিষ্ট আৰু আওৰালেই কাণত লাগে। কিছুমান যোজনা এক শাৰীৰ কিছুমান দুশাৰী বা তিনিশাৰীৰ। এইবোৰ মুখে মুখে ৰচিত যদিও ই সুন্দৰ ছন্দযুক্ত আৰু অলংকাৰময়।

ইতিকিংসূচক দুটামান যোজনা এনেকুৱা ঃ

ৰ'দ পালে ছা লয়, বৰষুণ দিলে শোৱে,
খেতিৰ দিন গ'লে মাটি দুডৰামান ৰোৱে।
ৰাতি জুহালত সাতহাল বোৱা,
দিনত সোৱোপা দুপৰলৈ শোৱা।

গাত নাই ছাল-বাকলি
মদ খাই তিনি টেকেলি।

মৰিয়াৰ দিম দিম
বণিয়াৰ কালি
ডোমৰ বৌ মাছ
পালিহে খালি।

নগাসকলৰ মাজত এটা অদ্ভুত প্ৰথা প্ৰচলিত আছে। ঘৈণীয়েকৰ প্ৰসৱৰ সময়ত গিৰিয়েকেও মিছা কষ্টত পাটীত পৰি ছট্‌ফটাব লাগে আৰু ঘৈণীয়েকে খাবলগীয়া জাল-জোল খায়।

এই প্ৰথাৰ নৃতাত্ত্বিক নাম 'কুভাড'। এনে যোজনাটি হৈছে ঃ

নাগিনীয়ে ল'ৰা পায়
নগাই জাল খায়।

কিছুমান যোজনাত ৰাজনীতিৰ জ্ঞানৰ আভাস পোৱা যায়। যেনে—

ৰজা নাই পাটত, ধৰি কিলায় বাটত।

মেলত নকয় উচিত
পাপে পায় কিঞ্চিত কিঞ্চিত।

ৰজাক চিনিবা দানত ঘোঁৰাক চিনিবা কামত।

নদীৰ বন নাই খানে আৰু পোতে,
বিষয়াৰ বন নাই ভাঙে আৰু পাতে।

অসম বুৰঞ্জীসমূহত দেখাৰ যোজনা সিঁচৰতি হৈ আছে। বিশেষকৈ ড° সূৰ্য কুমাৰ ভুঞাই সম্পাদনা কৰা বুৰঞ্জীসমূহত ৰাজনৈতিক প্ৰসংগত যোজনা প্ৰয়োগ মন কৰিবলগীয়া।

বেজী হলেহে বটীয়া, ম'ৰা হলেহে চালি,
গজদন্তৰ মুকুতা-মাণিক পালেসে পালি।

অসমৰ গ্ৰাম্যজীৱনত ৰামায়ণ-মহাভাৰতৰ প্ৰভাৱ অপৰিসীম। নিৰক্ষৰ



গ্ৰাম্য মানুহেও ৰামায়ণ-মহাভাৰতৰ কাহিনী জানে আৰু এই কাব্যৰ গূঢ়াৰ্থ বুজাই দিব পাৰে। দুয়োখন মহাকাব্যৰ লগত জড়িত যোজনাও কম নহয়, যেনে—'ৰামো নাই অযোধ্যাও নাই।' লংকালৈ গলে আটায়ে ৰাৱণ।' যাৰ সখা নাৰায়ণ তাৰ কিহত ভয়? অশ্বত্থমা হত ইতি গজ। ইত্যাদি।

কিছুমান যোজনাৰ আঁৰত লুকাই থাকে একোটা সাধুকথা। জনজাতীয় সাধুকথাবোৰত এই যোজনাবোৰ বিশেষভাৱে দেখিবলৈ পোৱা যায়। সাধুকথাৰ লগতজড়িত যোজনা কেইটামান এনেধৰণৰ ঃ

পহু মৰে খোজত,
শহা মৰে লাদত।

বগা ভাত দেখিলে কাউৰীৰ আকাল নাই।

শুন শুন শুন
এডাল টোকনৰ নটা গুণ
নাই ঢাৰি বহিলা পাৰি
বাটৰ কুকুৰে ধৰিলে আগুৰি
দিলো মাৰি
হাতৰ সখা,
পানীৰ জোখা।

যোজনাসমূহত নীতি, আদৰ্শৰ উপৰিও বুদ্ধিদীপ্ত হাস্যৰসৰ সমলো যথেষ্ট আছে। এনেধৰণৰ যোজনাসমূহে মনত বিমল আনন্দ দান কৰে। তেনেধৰণৰ যোজনা দুটামান.ঃ

একেপাট শৰে সাতোটা পহু মাৰিলো
লোকক নকলো লাজে,
সাতদিন খাপ দি নিগনি এটা মাৰিলে
তাতে ধনঞ্জয় ঢোল বাজে।

তোমাৰে বাৰীৰে বাঁহগাজ আনি
তাৰে কৰিছো খৰিচা
তাকে দি তোমাৰে ধান সলাও
কথাটো মন কৰিছা

ভাল ভাল ঘোঁৰাই নাপাই ঘাঁহ
বটুৱা ঘোঁৰাই বিচাৰে মুগী মাহ।

হালবাই ৰাতিৰ পৰা

খাবলৈ নাটে কাতিৰ পৰা

দৰঙত প্ৰচলিত গোটাচেৰেক যোজনা তলত উল্লেখ কৰা হ'ল ঃ

বুঢ়াৰ কথা নুশুনা ডেকা
টানত পৰি কিয়া কেকা।

উহাতকৈ আলোৱাৰহে মতমতি বেছি

হাড়িত খাইতীক হাইহাল দিয়া

তিনি গধূলিত তৰিছে তাঁত,

উঝুটিত চিঙিছে পৈয়েকৰ দাঁত।

ছলিক নেদবি লাই, কুকুৰক নেদবি ঠাই

খুজি চাউল নাপায়, পাদি চাউল পাবলৈ আহিছা

পৈ আদেৰীৰ বাটত ঘৰ,

পৈয়েকৰ দেখিলি উঠৈই জ্বৰ।

উপকাৰীক অজগৰে খায়, সাখী-বাদী কোনো নাই।

আগতে আছিলোঁ বৰগিৰী, এতিয়া গঁলো হতশ্ৰী

আইৰ ঘৰৰ কাটন-বাচন আইৰ ঘৰতে ৰ'ল,
শাহুৰ ঘৰক আহি মোৰ কি বিলাই হ'ল?

কমাৰৰ ঘৰৰ সোল্‌কা কটাৰী

সাতপুৰুষত নাই গাই, চাল্‌ঙী লৈ দুবলৈ যায়।

শগুণৰ শাওত বুঢ়া হালুৱা নমৰে।

আগফালে মাৰো দাং পিচফালে ধোবাং বাং।

আই ধৰ ধৰ বাই ধৰ ধৰ
মাইনহাক বাৰী হোৱাৰ ইতাহে হ'ল খৰ।

আইচা কুৰমা বইভি শিলত
ঘেটেৰ মেটেৰ কল্লি মৰবি কিলত

হেৰেই হেৰেই হেৰেই



একেখান কানিকে নেৰেই।

মাকতকৈ ঝীয়েক কাজি,

ঢেঁকী থোৱাৰে বঁটে পাজি।

মাটিৰ নেওচন কাতুৰি কাহি,

তিৰীৰ নেওচন দাঁতৰ হাঁহি।

যেতকে কৰো লৰালৰি,

তেতকে হয় খৰাখৰি।

হলো ভকত নহলো ভকত,

খাই পেল্লু দুপৰীয়াৰ ভোকত।

দৰঙত ব্যৱহাৰ হোৱা গোটাচেৰেক যোজনাহে ইয়াত উল্লেখ কৰা হৈছে। আচলতে ফকৰা-যোজনা-পটন্তৰসমূহ কোনো এটা নিৰ্দিষ্ট অঞ্চলৰ সম্পত্তি নহয়। ইয়াৰ প্ৰকাশভঙ্গীতহে একোটা অঞ্চলৰ প্ৰভাৱ পৰে। সেইবাবে এইবোৰক দৰঙী ফকৰা-যোজনা বুলিও নিৰ্দিষ্টকৈ ক'ব নোৱাৰি।

ফকৰা, যোজনা বা পটন্তৰসমূহ মূলত পৃথিৱীৰ সকলো লোকসাহিত্যৰ মূল্যৱান ৰত্ন। যথাযথ শব্দ আৰু উপমাৰ মধুৰ সংযোগেৰে নিৰ্মিত এই ফকৰা, যোজনা বা পটন্তৰসমূহে পৰিপক্ক অভিজ্ঞতাৰ স্বাক্ষৰ বহন কৰে। পৰিশেষত ক'ব পাৰি লোকসাহিত্যৰ এই মূল্যৱান ৰত্নসমূহত একোটা ভাষাৰ কালিকা শক্তি লুকাই থাকে। যি শক্তিয়ে মানুহক যুগে যুগে আকৰ্ষণ কৰি আছে আৰু কৰি থাকিব।□□

## সহায়ক গ্ৰন্থপঞ্জী


১। ডঃ মহেশ্বৰ নেওগ ঃ অসমীয়া সাহিত্যৰ ৰূপৰেখা

২। ডঃ সৰ্ব্বেশ্বৰ ৰাজগুৰু ঃ হেঁয়ালিৰ ছন্দ

৩। নৱকান্ত বৰুৱা ঃ অসমীয়া লোক কবিতাৰ সৌন্দৰ্য বিচাৰ

৪। ডঃ নাৰায়ণ দাস
ডঃ পৰমানন্দ ৰাজবংশী

৫। ডঃ প্ৰফুল্ল দত্তগোস্বামী ঃ অসমীয়া জনসাহিত্য

৬। ডঃ প্ৰফুল্ল কটকী ঃ সাহিত্য আৰু সংজ্ঞা

৭। ৰেৱণ চন্দ্ৰ নাথ ঃ ফকৰা-যোজনা

৮। চন্দ্ৰ নাথ শইকীয়া ঃ অসমীয়া প্ৰবাদ বচন□□

# চৰ-চাপৰিৰ শিক্ষা আৰু সংস্কৃতি

**খাইৰুল হুছেইন**

অসমত বাস কৰা বিভিন্ন জনগোষ্ঠীসমূহৰ ভিতৰত ন-অসমীয়া মুছলমান সম্প্ৰদায় অন্যতম। এওঁলোকৰ বুজন সংখ্যকেই বাস কৰে বৰলুইতৰ চৰ-চাপৰিত। সেইফালৰ পৰা এওঁলোকক চৰ-চাপৰিবাসী বুলিও কোৱা হয়। ঊনবিংশ শতাব্দীৰ শেষৰফালে এই জনগোষ্ঠীৱে পূৰ্ববংগৰ পৰা অসমলৈ প্ৰব্ৰজন আৰম্ভ কৰিছিল সেউজ পথাৰৰ সন্ধানত। এই প্ৰব্ৰজন তীব্ৰতৰ হৈছিল কুৰি শতিকাৰ তৃতীয় চতুৰ্থ দশকত। এওঁলোকৰ বাবে ভূমিয়েই আছিল প্ৰাণ। কঠোৰ পৰিশ্ৰমী এই লোকসকলে নানা প্ৰতিকুল পৰিবেশ নেওচি অসমৰ অনাবাদী ভূমি জলাশয়ক ৰূপান্তৰিত কৰে শস্য-শ্যামলা সেউজী ভূমিলৈ।

আজি তাহানিৰ প্ৰব্ৰজনকাৰী পিতৃ-পিতাসকল নাই। আছে তেওঁলোকৰ সতি-সন্ততিসকল। সময়ৰ সোঁতত জীন গৈ যিসকল আজি নদীমাতৃক অসমৰ 'চৰ-চাপৰিবাসী' অসমবাসী অসমীয়া লোক -সমাজৰ এক অন্যতম অংশ। কিন্তু চৰ-চাপৰিবাসীৰ ঘৰ-বাৰীৰ কোনো স্থায়িত্ব নাই। নৈৰ গতিয়ে সৃষ্টি কৰা খহনীয়াৰ তালে তালে জীৱনৰ গতি, ঘৰ-বাৰীৰ গতি ঘূৰ্ণিমান। ন-অসমীয়াসকলৰ ফকৰাত ক'বলৈ হ'লে-

'চৰ-চাপৰি বাৰী
ভেশ ধাৰীৰ দাঢ়ি।

তেনেদৰে পানীৰ মাজত অবস্থান কৰিও জীয়াই থকাৰ প্ৰথম উপাদান খোৱাপানীটুপিৰ অভাব। নলী নাদ বহাব নোৱাৰি, কুঁৱাও খান্দিব নোৱাৰি। ব্যবস্থা মাত্ৰ মাইটা কুঁৱা। যি দুদিনতে বালি খহি পৰি মাৰ যায়। ৰাস্তা-পদুলিও তথৈবচ। যাতায়াতৰ নামত বাৰিষা তেওঁলোকৰ সহায় হাত-ভৰি আৰু বঠা চৰিবাৰী।

শিক্ষাৰ দিশতো চৰ-চাপৰিবাসী অবস্থা একেবাৰে পয়ালগা। স্বাধীন ভাৰতৰ শিক্ষা নীতিয়ে চৰ-চাপৰিবাসীক সম্পূৰ্ণৰূপে সামৰি লব পৰা নাই। যাৰফলত শিক্ষাৰ হাৰ আজিও শতকৰা পোন্ধৰৰওপৰলৈ উঠিব পৰা নাই। সমগ্ৰ জনগোষ্ঠীটোৱেই জীৱিকাৰ সংগ্ৰামত ৰণক্লান্ত। তেজক পানী কৰি, হাড়ক মাটি কৰি খেতি কৰিও দুবেলা খাবলৈ নোযোৰে। ঘৰৰ ল'ৰাক স্কুললৈ পঠালে খেতিপথাৰত অভিভাৱকৰ ক্ষতি হয়। শৈশৱৰ পৰাই ল'ৰাই গৰু চৰাই, হালবাই, আনৰ ঘৰত 'কামলা' কৰি ঘৰৰ ভাতমুঠি মোকলাব লাগে।

আনহাতে প্ৰবজন কৰি আহি অসমভূমিত পদাৰ্পণ কৰি স্থায়ীভাবে থাকিবলৈ লওঁতে তেওঁলোকৰ সমুখত ঠিয় দিছিল ভাষা-সংস্কৃতি আৰু শিক্ষা সমস্যাই। এই



সময়তে তেওঁলোকে গ্ৰহণ কৰে এক যুগান্তকাৰী সিদ্ধান্ত। 'যি দেশত থাকিবা সেই দেশৰ সমাজ-সংস্কৃতি মানি চলিবা', 'দেশপ্ৰেম ধৰ্মীয় বিশ্বাৰ এটা অংগ'-আদি স্বধৰ্মৰ স্পষ্ট নিৰ্দেশ থকা বাবেই এটা দৰিদ্ৰ কৃষকসকলে পূৰ্ববংগীয় নিজ মাতৃভাষা ত্যাগ কৰি অসমীয়াকে নিজ মাতৃভাষাস্বৰূপে গ্ৰহণ কৰাৰ সিদ্ধান্ত লয়। এওঁলোকে নিজ নিজ এলেকাত অসমীয়া মাধ্যমৰ বিদ্যায় কৰিবলৈ আৰম্ভ কৰে।

চৰ-চাপৰি তথা ন-অসমীয়া মুছলমান সমাজৰ শিশুসকলে উপজিয়ে মাতৃ মুখত শুনা বাংলা মাত-কথাৰ সলনি পঢ়াশালিত গৈ অসমীয়া ভাষাত পাঠ গ্ৰহণ কৰে। ফলত চৰ-চাপৰিৰ লোক-সমাজৰ শিশুসকলে শিক্ষা জীৱনৰ আৰম্ভণীৰ দিনাই এটা জটিল আৰু কঠিনসমস্যা মোকাবিলা কৰিবলগীয়া হয়।

চৰ-চাপৰিৰ লোক সমাজ ইছলাম ধৰ্মত বিশ্বাসী। এই সমাজে ধৰ্মীয় তাগিদা আৰু আবেগত আৰবী আৰু উৰ্দু ভাষাক ধৰ্মীয় বুলি জ্ঞান কৰে। হজৰত মহম্মদে (ছঃ) কোৱা 'ইলম' শিক্ষা কৰা প্ৰতিজন মুছলিম নৰ-নাৰীৰ আৱশ্যকৰণীয় কৰ্তব্য' কথাষাৰ পাৰ্যমানে মানি চলিব বিচাৰে। সেয়ে তাহানিৰে পৰা এই সমাজত 'মক্তবীয়' শিক্ষাদানৰ ব্যৱস্থা চলি আহিছে। মজিদৰ ইমান, সমাজৰ 'মুলি' আদিয়ে এই মক্তব-মাদ্ৰাছাবোৰত শিক্ষক হিচাপে ধৰ্মীয় শিক্ষাদান কৰি আহিছে। প্ৰতিখন সমাজে সমাজৰ তহবিলৰ পৰা এই শিক্ষকসকলৰ দা-দৰমহা দি আহিছে। সমাজৰ এই তহবিল গঠন হয় প্ৰতিঘৰৰ গৃহিণীয়ে প্ৰতি সমাজৰ পৰা মুঠি মুঠিকৈ ৰাহি কৰা চাউলৰ পৰা আৰু ঠায়ে ঠায়ে ৰাজহুৱাভাবে উৎপাদন কৰা ফচলৰ পৰা।

ধৰ্মীয় ভাষা-সাহিত্য আৰু ইছলামিক জ্ঞানৰ পাঠ লাভ কৰিলেও আধুনিক যুগপোযোগী শিক্ষাত চৰ-চাপৰিৰ সমাজ বিশেষ উধাব পৰা নাই। ৰাষ্ট্ৰীয় শিক্ষা আঁচনিৰ ৰূপায়নে চাহিদা অনুযায়ী এওঁলোকক সামৰি লব পৰা নাই। ফল তেওঁলোকৰ মনোজগতত জ্ঞান-বিজ্ঞানৰ সাধনা আৰু কলা-সাংস্কৃতিৰ চৰ্চা পূৰ্ণৰূপত বিকাশিত হৈ উঠা নাই। যদিও তেওঁলোকৰ মনত উৎসাহ আৰু মননশীল আবেদন আছে । সংঘাতত জুৰুলা বাবে এওঁলোকৰ মন ভাৰাকান্ত। সেয়ে উৎসাহৰ পখী ঘোঁৰাত উঠি জ্ঞান-বিজ্ঞানৰ পথাৰত চৰণ সক্ষমতা অৰ্জন কৰিব পৰা নাই ।

তাহানিদিনতে অসমলৈ অহা বিভিন্ন জনগোষ্ঠী সময়ৰ আচোঁৰত অসমীয়া হোৱাৰ দৰে চৰ-চাপৰিৰ লোক-সমাজো আজি অসমীয়া হোৱাৰ পথ লৈছে। পূৰ্বপুৰুষৰ ভাষা-সাহিত্য ঐতিহ্য এৰি অনেক বিৰ্বতনৰ মাজেদি বহু খলা-বমা অতিক্ৰমি প্ৰায় অসমীয়া ৰূপ গ্ৰহণ কৰিছে । এই সমাজে এতিয়া জাৰি-জিকিৰৰ দৰে বৰগীত গায়। ঈদ উৎসৱৰ দৰেই বিহু উৎসবতো আনন্দ উপলব্ধি কৰে। অসমীয়াৰ ভাষাৰ মাধ্যমত শিক্ষা লাভ কৰে। বিবাহে-সবাহে,সকামে-নিকামে, তিথিয়ে-পাৰ্বণে থলুৱা সমাজৰ লোকসকলৰ সতে সুখ-দুখৰ সমভাগী হৈছে। তেওঁলোকৰ মাজত সাহিত্য-সংস্কৃতিৰ চৰ্চাও চলিছে।

সংস্কৃতিয়ে গঢ় লয় সাধাৰণ মানুহৰ প্ৰাণ চাঞ্চল্যৰ মাজত। চাৰ-চাপৰিৰ জনগণ মেহনতি জনগণ। তেওঁলোকৰ কঠোৰ পৰিশ্ৰমত যিদৰে পথাৰত সোণগুটি গজে, সিদৰে মুকলি আকাশৰ তলত, মুকলি ময়দানত ক্লান্ত দেহৰ মুক্ত কণ্ঠৰ পৰা দিনে- নিশাই নিগৰি ওলাই ধুয়াগীত, মৰ্চিয়া গীত, গজল-কাৱালী, পল্লগীত, নবী জাৰী আৰু মাৰিফতি গীত। এই লোক-সমাজত 'পীৰ-মুৰছিদ' (গুৰু-শিষ্য) প্ৰথাৰ প্ৰচলন ব্যাপক। এই পীৰ-মুৰছিদসকলৰ মাজত বছৰেকীয়া উৎসৱ-সমাৰেশ অনুষ্ঠিত হয়। উৎসৱ তথা সমাৰেশত এইবোৰ গীতৰ 'মছলিশো' অনুষ্ঠিত হয়। হজৰত মহম্মদৰ প্ৰশংসাত নবী জাৰি পৰিবেশন কৰে, নবীৰ গুণাৱলী কীৰ্তন কৰে—

কিয় বা আছে আমাৰ নবীজী বিনে
এই সংসাৰে
নবী আমাৰ বৰ্তমান, কোৰাণে পৰমান
দ্বীন (ধৰ্ম) থাকিতে চিনলি নাৰে
অ আমাৰ অবুজ মন।
খোদাৰ আছিল চেৰ আলি
মাৰফতে লগাইছে তালি
তুলি আনচে ফুলেৰ ডালি
উন্মতৱ জৈন্যে
কিয়বা আছে নবীজী বিনে
ইমান হাছেন-হুছেন দুইজন ফুল
মা-ফাতেমাৰ কাণেৰ দুল
নবীজীৰ চাধা ফুল
ৰাখিল কোন খানে?

পীৰ বা গুৰু শৰণ লোৱাৰ বিনে ধৰ্মতত্ব উপলব্ধি কৰিব নোৱাৰে। 'মুৰ্ছিদ' ভজিলেহে সি সম্ভৱ হয়। সেয়ে গুৰুৰ শৰণ লোৱাৰ ওপৰত গুৰুত্ব দি গায় ——

মুৰছিদ বাবা জান
কংগালেৰ চৰণ কৰ দান
চৰণেৰ ভিক্ষাৰী আমি
তৰাইয়া লও নিদান
পিৰ আউলীয়া গৌউজ বন্দী
ৰছুলে আল্লাৰ দেৱান
পল্লকে তৰাইয়া নিবে
আছে যত মুৰিদান।
লক্ষ কোটি ছালাম বন্দী



অধিনে কৰে বয়াণ
মুৰছিদেৰ চৰণ তলে
এই অধমেৰ জান-কান্দন।

চৰ-চাপৰিবাসীৰ সামাজিক উৎসৱসমূহৰ ভিতৰত শুভ-বিবাহ আৰু ছুন্নতকৰণৰ উৎসৱেই প্ৰধান। বিবাহ উৎসৱত ভোজ-ভাত, পিঠা-পাৰ্বন খোৱা-বোৱাৰ উপৰি সামৰ্থবানসকলে খেল-ধেমালি আৰু সাংস্কৃতিক অনুষ্ঠিনৰো আয়োজন কৰে। 'সদাৰবাড়ীৰ' খেলা পাতে। পালাগান অনুষ্ঠিত কৰে। বিভিন্ন গীত-মাতে বিবাহ-বাহৰ খলক লগায় কইনা উলিয়াই দিয়াৰ প্ৰসংগলৈ গায় ——

কাগজ কাটা ঘৰেৰ মোৰ
বেটেৰ বান্ধন
তাৰেৰ তলে আইনল কলি
জুৰিছে কান্দন
দহিন দিশেৰ ঘৰে।
দয়াৰ বাবাই কয়
আমাৰ ঘৰৰ আইনল কলি
কেৰাই নিয়া যায়।
কান্দনা কান্দনা আইনল
বেলা হ'ল শেষ
চিত মাজনী সেন্দুৰ দিমো
চল আপণ দেশ।

ইছলাম ধৰ্ম অনুসৰি লিংগৰ অগ্ৰভাগৰ ছাল ছেদন এক ছুন্নতি প্ৰথা। সাধাৰণ লোকেইয়াৰ 'ছুন্নতি বিয়া' বুলিও কয়। শুভ-বিবাহৰ দৰে এই ছুন্নতকৰণ উপলক্ষেও চৰ অঞ্চলৰ প্ৰতিখন ঘৰতে খোৱা-বোৱ, ৰং-তামাচা, গীত-মাত আদিৰ আয়োজন কৰে। তালৈ বন্ধু-বান্ধৱ, আত্মীয়-স্বজনকো নিমন্ত্ৰণ কৰে। ল'ৰাজনৰ কটা ঘা শুকালেও আন এটি আনন্দ উৎসৱ পতা হয়। সিদিনাও ল'ৰাটোক গা-পা ধুৱাই নতুন কাপোৰ পিন্ধাই সজাই-পৰাই তোলে। সিদিনা ঘৰৰ বয়সস্থসকলেও মনত অপৰিসীম আনন্দ উপলব্ধি কৰে।

ধৰ্মীয় পৰ্ববোৰৰ ভিতৰত চৰ-চাপৰিবাসীয়ে ঈদুল-ভিতৰ, ঈদুল-আজহাৰ, মহৰম, শ্ববে বৰাত, শ্ববেক্কদৰ, ফাতেহা-ই-দোৱাজ দহম, ফিলাদে মেহফল আদি মহা উলহ-মালহেৰে পালন কৰে। নতুন সজা ঘৰত থাকিবলৈ ল'লে, ন-ধানৰ ভাত খাবলৈ আৰম্ভ কৰিলে, বিয়া-সভা আদি শুভ অনুষ্ঠান উপলক্ষে মিলাদে মেহফিলৰ আয়োজন কৰে। মেহফিলত কোৰাণ-হাদিছৰ বাখ্যা আৰু হজৰতৰ প্ৰশমসা

কৰাৰ পাচত দুইহাত তুলি মোনাজাত কৰা হয়।

চৰ-চাপৰিৰ লোক-সমাজৰ তিথি-পাৰ্বণ, লোকগাঁথা, লোক-সংগীত আদিত ধৰ্মীয় চিন্তাৰ প্ৰাধান্য থাকিলেও নিৰক্ষৰ জনকবিৰ দ্বাৰা ৰচিত এনে বহু গীত-মাত,লোক-গাঁথা আছে যিবোৰত অংকিত হৈছে প্ৰেম-যৌৱন, প্ৰকৃতি আৰু মানৱ প্ৰেম আদি বিষয়ৰ অনুপম চিত্ৰ। এই সকলোবোৰ সংগীতৰ ভাব-ছন্দৰ লহৰে লহৰে যিদৰে বিচাৰি পোৱা যায় চৰ-চাপৰিৰ জন-জীৱনৰ মৌকোহ, যিদৰে উপলব্ধি কৰা যায় কাব্যিক সৌন্দৰ্যৰো অপূৰ্ব সমন্বয়।

চৰ-চাপৰিৰ ডেকাই নৈৰ পাৰত ফান্দ পাতি ধৰা বগলীটোৰ যান্ত্ৰণা দেখি কোনো প্ৰকৃতিপ্ৰেমীয়ে গায় —আজি ফান্দে পৰিয়া বগাই কান্দৰে
ফান্দ পাতিছে ফান্দুৱা ভাইৰে পুঠি মাছ দিয়া
পুঠি মাছেৰ লোভে বগা পৰে উৰাল দিয়া।
অন্য দিনে খাইছিলা বগা খালে আৰু বিলে
আজি কেন খাইতে আইলি ঢলাই নদীৰ পাৰে
আজি ফান্দে পৰিয়া বগাই কান্দৰে ........
অন্য দিনে খাইছিলি বগা খলছা আৰু পুঠি
আজি কেন খাইতে আইলি ইলছা মাছেৰ পিঠি।
আজি ফান্দে পৰিয়া বগাই কান্দৰে..... ।

চৰ-চাপৰিৰ লোক সমাজ বাৰে ৰহণীয়া লোক-চৰ মাজত ডুব গৈ আছে। কিন্তু গৱেষণা বা শুদ্ধ বৈজ্ঞানিক চিন্তা-চৰ্চাৰ অভাৱত সেইবোৰ কিন্তু অসমীয়া লোক-সাহিত্যৰ ভাণ্ডাৰত স্থান নাই। বিশ্ববিদ্যালয়ৰ গৱেষণক, পণ্ডিত আৰু অনাতাঁৰ-দূৰদৰ্শন আদি বিভাগে অসমীয়া ভাষাৰ মাধ্যমত চৰ-চাপৰিৰ লোক-সাহিত্য আৰু সংস্কৃতিৰ ওপৰত চিন্তা-চৰ্চা কৰি প্ৰচাৰ আৰু প্ৰকাশৰ ব্যৱস্থা ল'লে ই নিশ্চয় অসমৰ লোক-সংস্কৃতিও আছে। এই সংস্কৃতি অসমৰ বৈচিত্ৰময় বাৰেৰহণীয়া সংস্কৃতিৰ সম্পদৰূপে গ্ৰহণীয় হওঁক। বৃহত্তৰ অসমীয়া জাতিসত্তাৰ খহনীয়া ৰোধৰ স্বাৰ্থতে আমি আজি তাকেই কামনা কৰিছোঁ।□□

বিঃ দ্ৰঃ প্ৰবন্ধটি যুগুতাওঁতে এম. ইলিমুদ্দিন দেৱান চাহেবৰ 'চৰ-চাপৰিৰ শিক্ষা-সংস্কৃতি আৰু ৰাজনৈতিক অৱস্থা' নামৰ পুথিখনিৰ বিষেশভাৱে সহায় লোৱা হৈছে।□□



# নেপালী জনগোষ্ঠী আৰু লোক-সাহিত্য

**বলবাহাদুৰ ছেত্ৰী**

বিচিত্ৰতাই অসমীয়া জাতি সত্তাৰ মূল আধাৰ। বহুজাতি- জনজাতি, গোষ্ঠী-সম্প্ৰদায়ৰ মিলন ভূমি অসম। যিবোৰ জাতিয়ে নিজৰ পূৰ্বৰ স্থিতি ত্যাগ কৰি অসমত স্থায়ীভাৱে বসবাস কৰি অসমীয়া ভাষা সংস্কৃতিক নিজৰ বুলি আঁকোৱালী লৈ বৃহত্তৰ অসমীয়া সমাজ জীৱনৰ লগত বিলীন হ'ব ধৰিছে, সেই জাতিবোৰৰ ভিতৰত নেপালী জনগোষ্ঠী অন্যতম। নেপালী জনগোষ্ঠীৰ অসমলৈ প্ৰব্ৰজন ঘটাৰ কাৰণ প্ৰাক্ ঐতিহাসিক আৰু ঐতিহাসিক দুয়োটা দৃষ্টি কোণৰ পৰা বিশ্লেষণ কৰি চাব পাৰি।

প্ৰাক্ ঐতিহাসিক কালৰ পৰাই জনগোষ্ঠী অসমলৈ প্ৰব্ৰজন হোৱা তথ্য-নেপাল ৰাজ জয়দেৱে (খ্ৰীঃ পূঃ ৭২৫-৭৫০) হৰ্ষদেৱৰ জীয়াৰী ৰাজ্যমতীৰ লগত বিবাহ-পাশত আবদ্ধহৈ ভাৰত বৰ্ষৰ লগত বন্ধুত্ব স্থাপন; কোচবিহাৰৰ ৰজা বিশ্ব সিংহই নেপালী জীয়াৰী ৰত্নকান্তীক বিয়া কৰাই দুয়োদেশৰ মাজৰ সম্প্ৰীতিৰ এনাজৰী টনকীয়াল কৰা; প্ৰাচীন কামৰূপৰ ৰজা আৰু নেপালৰ ৰজাৰ বৈবাহিক সম্পৰ্ক আৰু নেপালৰ এক বৃহৎ ভূখণ্ড কামৰূপৰ অধীনত থকা কালত দুয়ো দেশৰ সম্বন্ধৰ গাঢ়তা আদি উল্লেখনীয়। লগতে প্ৰব্ৰজনৰ এটা ধৰ্মীয় কাৰণো আছে। প্ৰাক্ ঐতিহাসিক কালৰ পৰাই কামৰূপ খ্যাত কামাখ্যা দেৱীৰ দৰ্শন, অশ্বক্ৰান্তত পিণ্ডদান আৰু পৰশুকুণ্ডত স্নান কৰা নেপালী লোকৰ জীৱনৰ সৰ্বোৎকৃষ্ট ধৰ্ম যাত্ৰা। এই উদ্দেশ্যেৰে দুৰ্গম পথেৰে আহি অসমৰ পৰা উভতি যাব নোৱাৰিও ইয়াতে থিতাপি লোৱা বুলি প্ৰবাদ আছে।

ৰজাই- ৰজাই পতা বৈবাহিক সম্বন্ধ ৰাজকন্যাৰ লগত নেপালৰ পৰা পুৰোহিত ব্ৰাহ্মণ, যোদ্ধা ক্ষত্ৰিয় (ছেত্ৰী) কৃষক-শ্ৰমিক আদিও আহিছিল। নেপাল ৰাজে কামাখ্যা মন্দিৰত পূজা অৰ্চনা আগবঢ়াবলৈ লালমোহৰীয়া পাণ্ডা হিচাপে প্ৰেৰণ কৰা ৰাজ পাণ্ডাৰ বংশধৰ কামাখ্যাত বৰ্তমানে পোৱা যায়। ১৮১৪ চনৰ ইংৰাজ- নেপালৰ যুদ্ধত নেপালী সৈন্যৰ সাহস আৰু বীৰত্ব দেখি ইংৰাজ শাসক সকলে ভাৰতীয় সৈন্য বিভাগত বহু হাজাৰ নেপালী সৈন্য মকৰল কৰিছিল। ১৮১৬ চনত ইংৰাজ নেপালৰ সুগৌশি সন্ধিৰ ঠিক ১০ বছৰ পাছত ইয়াণ্ডাবুৰ সন্ধিৰ দ্বাৰা অসম, ইংৰাজৰ হাতলৈ যায় আৰু ইংৰাজ সকল অসমলৈ আহোতে শতকৰা ৯০ ভাগ নেপালী যুৱকক, সৈন্য বিভাগত ভৰ্তি কৰাই আনিছিল।

১৮২৪ চনত গঠন কৰা অষ্টম গোৰ্খা ৰাইফলচ্‌ৰ সহায়েৰে অত্যাচাৰী মানসকলক অসমৰ পৰা খেদি পঠিয়াবলৈ অসমৰ ভিন্ ভিন্ ঠাইত স্থায়ীভাৱে থাকিবলৈ লয়। কালক্ৰমত এইসকল সৈনিকে নিজ মাতৃভূমি পাহৰি অসমীয়া ভাষা- সংস্কৃতিকে নিজৰ বুলি আকোৱালী লৈ বহল অসমীয়া সমাজৰ অংগস্বৰূপ হৈ পৰিছিল।

শ্ৰীমন্ত শঙ্কৰদেৱৰ নৱবৈষ্ণৱ ধৰ্ম প্ৰৱৰ্তনৰ সমকাল তথা পৰৱৰ্তী কালত নেপালী জনগোষ্ঠীৰ অসমলৈ আগমনৰ তথ্যপোৱা যায়। অসম সাহিত্য সভাৰ এগৰাকী সভাপতি তথা পণ্ডিতপ্ৰৱৰ তীৰ্থনাথ শৰ্মাদেৱে স্পষ্টৰূপে মন্তব্য কৰিছে যে- অসমৰ বৈষ্ণৱ আন্দোলন তথা মহাপুৰুষীয়া পৰম্পৰাৰ উত্থান কালতেই নেপালী বংশোদ্ভৱলোকে অসমীয়া বৈষ্ণৱ সমাজত উল্লেখনীয় আসন লাভ কৰিবলৈ সক্ষম হোৱাৰ তথা সত্ৰ আন্দোলনলৈ গুৰুত্বপূৰ্ণ অৱদান যোগোৱাৰ দৃষ্টান্ত ইতিহাসত আছে। দৃষ্টান্তৰূপে তেখেতে নেপালী ব্ৰাহ্মণ ৰতিকান্তদেৱ নগাঁও আৰু শিৱসাগৰৰ টিয়কত প্ৰতিষ্ঠা কৰা 'নেপালী সত্ৰ'ৰ কথা দাঙি ধৰিছে। অসম সাহিত্য সভাৰ পূৰোধা ব্যক্তি যতীন্দ্ৰ নাথ গোস্বামীদেৱ ৰতিকান্তৰেই বংশোদ্ভৱ বুলি উল্লেখ কৰিছে।

এনে বিভিন্ন প্ৰকাৰে কালৰ গতিত, বিভিন্ন সময়ত নেপালী জনগোষ্ঠী অসমলৈ প্ৰব্ৰজিত হৈ স্থায়ীৰূপত বসবাস কৰি অসমীয়া জনজীৱনত লীন হৈছে। অসমী আইৰ কোলাত আশ্ৰয় লৈ অসমীয়া ভাষা- সংস্কৃতিক আপোন কৰি বহৎ সমাজৰ এটি ঠেঙুলীলৈ ৰূপান্তৰিত হৈছে। অসমৰ বিভিন্ন প্ৰান্তত সাধাৰণ চহা-কৃষক তথা গো-পালক ৰূপে জীৱন নিৰ্বাহ কৰিছে। নেপালী জনগোষ্ঠীৰ আচাৰ-ব্যৱহাৰ, সহিষ্ণুতা, মিত্ৰভাবাপন্নতা, বিশ্বাস আদি গুণৰ বাবে অসমৰ কেইজনমান চিন্তাশীল বুদ্ধিজীৱী লোকে আগবঢ়োৱা মন্তব্য এনে ধৰণৰ–

(ক) আধুনিক অসমীয়া জাতীয়তাবাদৰ মন্ত্ৰ স্ৰষ্টা, সুন্দৰৰ পূজাৰী- ঋষি জ্যোতি প্ৰসাদে বহুপূৰ্বে তেখেতৰ গীতত 'থলুৱা নেপালী' ৰূপে নেপালী জনগোষ্ঠীক প্ৰতিষ্ঠা কৰিছে। তেখেতৰ মন্ত্ৰ-শিষ্য অদ্বিতীয় কবি- গায়ক ড০ ভূপেন হাজৰিকাৰ কপিলী খুটিৰ যিজনী গোৰ্খালী গাভৰুৰ হৃদয়ৰ সংবাদ তেওঁৰ গানত অমৰ কৰি থৈছে, সেই গোৰ্খালী গাভৰুজনীক তেওঁ অসমীয়া কৰিয়েই এৰা নাই, তাইক তেওঁ পৰিণত কৰিছে এটি বিশ্বজনীন প্ৰতীকত। উক্তি– হোমেন বৰগোহাঞিদেৱৰ।

(খ) ড০ মহেশ্বৰ নেওগদেৱেএগৰাকী নেপালী অসমীয়া নেতাৰ উক্তি দাঙি ধৰিছে এনেধৰণে– "অসমৰ নেপালী লোকসকলে ৰঘুমলা হৈ থাকিব খোজা নাই, কিম্বা শাসন আৰু শোষণৰ মনোভাৱ লৈ অসমত থাকিব বচৰা নাই; বিচাৰিছে স্থানীয় অধিবাসীৰ লগত শান্তি আৰু মিলাপ্ৰীতিৰ মাজত সকলো ধৰণৰ সুখ- দুখৰ সমভাগী হৈ জীৱন নিৰ্বাহ কৰিবলৈ। কোনো ধৰণৰ প্ৰৰোচনাৰ বশৱৰ্তী নেহোৱাকৈ নিজৰ সৰল ব্যৱহাৰৰ মাজেদি ক্ষুদ্ৰ জ্ঞানেৰে ঢুকি পোৱাকৈ নিষ্ঠাৰে কাছৰ গতিত আগবাঢ়ি যাব খোজে; শহাৰ গতিত লৰি ঢাপৰি হাইবাণ হ'ব নোখোজে।"

(গ) পণ্ডিত প্ৰৱৰ তীৰ্থ নাথ শৰ্মাদেৱে কয়– "অসমত থকা নেপালী জনতাই অসমীয়া ভাষা-সংস্কৃতি আদৰেৰে গ্ৰহণ কৰিছে। এই দুয়োটা আকৰ্ষণৰ মাজত তেওঁলোক নেপালী- অসমীয়াৰূপে অসমীয়া সমাজৰ এটি শক্তিশালী অংশৰূপে নিজকে প্ৰতিষ্ঠা কৰিব খুজিছে।"

এতিয়া বৰ্তমান সংকুচিত দৰং জিলাখনৰ নেপালী জনগোষ্ঠীৰ স্থিতি- উত্থান



সম্পৰ্কে কিছু সন্দেহ আগবঢ়াব খুজিছো। বৰ্তমানৰ দৰং জিলাৰ কুৰুৱা-খলিহৈ নিকটৱৰ্তী টেকেলীয়াকুৰ গ্ৰান্ট, হীৰাবাৰী, কিৰিং বৰি গাঁৱত নেপালী জনগোষ্ঠীৰলোকে বসবাস কৰাৰ উপৰিও, মঙ্গলদৈ চহৰ, ইয়াৰ উপকণ্ঠৰ চাপৰি আৰু দলগাঁও অঞ্চলৰ কৌপাতিৰ কলবাৰী, শিয়ালমাৰী, আদি গাঁৱৰ উপৰিও দলংঘাটত কিছু নেপালী জনগোষ্ঠীয়ে বাস কৰে।

১৮৮৮ চনৰ পৰা ১৯১৮ চনৰ ভিতৰত বৰ্তমান উত্তৰ গুৱহাটীৰ আই, আই, টিৰ ওচৰৰ চিলা-পাহাৰৰ কাষৰ পৰা ফুলুং, ভাংবাৰী চাপৰি, আমবাৰী, শুক্তাগুৰি, পি,জি, আৰ, টেকেলীয়াকুৰ গ্ৰান্ট, কিৰিংবৰি, ধানবাৰী, দহথিনি, পহুমাৰা, ঢলপুৰ, বঙালপোটা, বল্লিমাৰি, হেটৌ, মোৱামাৰী চাপৰিলৈকে ব্ৰহ্মপুত্ৰৰ কাষে কাষে, পশুপালন কৰি নেপালী জনগোষ্ঠীয়ে বসবাস কৰিছিল। কাষৰীয়া অসমীয়া সমাজৰ লগত বন্ধুত্ব স্থাপন কৰি গাখীৰ, ঘিউ পশুধনৰ বিনিময়ত খাদ্য শষ্য লৈ মিত্ৰতাপূৰ্ণভাবে বসবাস কৰিছিল। ইয়াৰ তথ্য ১৯১৮ চনত দৰং জিলাৰ কমিছনাৰ এচ্ এন মৈত্ৰ চাহাবে পি, জি, আৰ ঘোষণা কৰা দলিলত পোৱা যায়।

কালৰ সোঁতত,ব্ৰহ্মপুত্ৰৰ খহনীয়া আৰু এইবোৰ চাপৰি অঞ্চললৈ অন্যগোষ্ঠীৰ আগ্ৰাসনৰ ফলত ১৯৫৫ চন মানৰ পৰা উল্লেখিত চাপৰি অঞ্চলৰ গাঁওবোৰৰ লোক পশুপালন জীৱিকা ত্যাগ কৰি অসমৰ বিভিন্ন ঠাইলৈ প্ৰব্ৰজন কৰে। বৰ্তমানে ওপৰত উল্লেখ কৰা ওখ গাঁওবোৰত কিছুলোক বসবাস কৰি অসমীয়া ভাষা-সংস্কৃতিক আকোৱালি লৈ, যৎকিঞ্চিৎ নিজৰ ভাষা- সংস্কৃতিৰ চৰ্চাৰে আগুৱাই আছে।

নেপালী লোক-সাহিত্যৰ গভীৰ অন্বেষণ হোৱা নাই যদিও নেপালী জনগোষ্ঠীৰ লোকসাহিত্য অতি চহকী। বিভিন্ন গোষ্ঠী, জাতি উপজাতিৰে গঠিত নেপালী জনগোষ্ঠীৰ সাহিত্য সংস্কৃতিৰ সংমিশ্ৰণেৰে ইয়াৰ পৰিধি বিস্তৃত। অতি তাৎপৰ্য পূৰ্ণ কথা যে নেপালী জনগোষ্ঠীত কেৱল লোক সংগীতৰ সাধনা পৰিবেশন কৰি জীৱন নিৰ্বাহ কৰা 'গাইনে' জাতিৰ স্থিতি উল্লেখনীয়। নেপালৰ কোনো এক অঞ্চলত বাস কৰা নিজকে সংগীত সম্ৰাট তানসেনৰ বংশোদ্ভৱ বুলি দাবী কৰা 'গাইনে' জাতিয়ে, নিজৰ 'সাৰঙ্গী' (বেহেলা জাতীয় বাদ্যযন্ত্ৰ)ৰে সাধাৰণ চহা জীৱনৰ আধাৰত স্বৰচিত গীতৰ কথা গাই ভাৰত তথা অসমৰ নেপালী অধ্যুষিত অঞ্চলৰ লোকৰ হৃদয়ত ৰেখাপাত কৰি যায়। সমাজত ঘটা দুখ সুখ হাঁহি-কান্দোন, মিলন-বিচ্ছেদ, উত্থান-পতন, ন্যায়-অন্যায়ক বিষয় বস্তু কৰি আকৰ্ষণীয়লোক গাথাৰে পৰিপূৰ্ণ এই লোক সাহিত্য। অতি সৰল নিৰক্ষৰ লোকৰ মন মুগ্ধ কৰিব পৰা 'দন্তে কথা'ৰে (মৌখিক সাহিত্য) চহকী নেপালী লোক-সাহিত্য। ইয়াৰ সহস্ৰ সম্ভাৰ থাকিলেও দৰঙৰ নেপালী জনগোষ্ঠীৰ মাজত পূৰ্বৰে পৰা প্ৰচলিত কেইবিধমান লোক সাহিত্য; লোকগীতি নাচৰ আভাস দাঙি ধৰাৰ চেষ্টা কৰা হৈছে।

ধৰ্মীয় উৎসৱ পাৰ্বণ উদ্‌যাপন আদি সমাপন কৰি নিশা উজাগৰে কটালে পূণ্য অৰ্জন হয় বুলি নেপালী জনগোষ্ঠীৰ লোকসকলৰ মাজত জন বিশ্বাস আছে।

সেয়েহে পুৰুষসকলে লগ হৈ দলবদ্ধভাৱে পৰিবেশন কৰে ধৰ্মীয় আখ্যানৰ আধাৰিত স্বৰচিত 'ভজন-বালন' খুঞ্জুৰি, কৰতাল সৰুতালৰ সহায়েৰে এজন পাঠকে আঁতধৰি নাচিবাগি পৰিবেশন কৰে। এইবিধ লোকগীত নাৰী সকলেও একে উদ্দেশ্যে দলবদ্ধভাবে, নাচি-বাগি পৰিবেশন কৰে 'সঙ্গীনী' গীত। এইবিধ গীতত ধৰ্মীয় আধাৰৰ ঠাইত দূৰ দূৰণিত থকা আপোনজনক সুঁৱৰি কৰুণ ৰাগত পৰিবেশন কৰা হয়। বৰ্তমানে এই দুবিধ লোক-কলা লোপ পাব ধৰিছে। ভাদ মাহৰ হৰিতালিকা ব্ৰতক নেপালী নাৰীসকলে 'তিজ' উৎসৱ হিচাপে পালন কৰে। বিবাহিত নাৰীয়ে পতিৰ দীৰ্ঘায়ু কামনা কৰি আৰু অবিবাহিত যুৱতীসকলে উপযুক্ত বৰ পোৱাৰ আশাৰে দিনজোৰা অনাহাৰে থাকি গধূলি শিৱ পূজা কৰে। বিবাহিত নাৰীসকলক পিতৃঘৰলৈ অনা হয়। ব্ৰতৰ আগনিশা সুস্বাদু আহাৰ গ্ৰহণ কৰি মহিলা যুৱতী সকলে 'তিজ' গীত গায়। এইবোৰ গীতত আনন্দৰ লগতে কৰুণ ৰসো থাকে। যিবোৰ বিবাহিত যুৱতী মাকৰ ঘৰলৈ যাব নোৱাৰে তেওঁলোকে মাকৰ ঘৰ সুঁৱৰি কৰুণ গীত গায়।

আন এবিধ লোপ পাব ধৰা লোকগাথা হৈছে- বিয়া উপলক্ষত দৰাঘৰীয়া আৰু কইনা ঘৰীয়ালোকৰ মাজত গীতি কাব্যৰে সুৰ লগাই সোধা প্ৰশ্নৰ উত্তৰ ' শিমলি গীত' আৰু 'কবিতা ' (কবিতা নহয়)। এইবোৰ গীত মৌখিক ভাবে স্থানীয় পৰিবেশ পৰিস্থিতিৰ ওপৰত ৰচিত। আজিকালি এই বিধ লোক গাথাৰ প্ৰচলন নোহোৱা হৈছে। নেপালী গোষ্ঠীৰ অতি আদৰৰ উৎসৱত প্ৰদৰ্শিত নাৰীসকলৰ 'ভৈলী' গীত আৰু পুৰুষ সকলৰ 'দেউচী' গীত বিহু হুচৰিৰ সমকক্ষ, সমউদ্দেশ্যেৰে লোক গাথা। দেৱালী উৎসৱৰ আঁউসীৰ নিশা নেপালী জনগোষ্ঠীয়ে ধনৰ অধিষ্ঠাত্ৰী লক্ষ্মীদেৱী পূজা অৰ্চনা কৰে। চাঁকি-বন্তি জ্বলাই পোহৰাই তোলে। সেইদিনাৰ যুৱতী/নাৰী সকলে সংঘবদ্ধভাবে জাতীয় পোচাক পিন্ধি নাচি-বাগি গৃহস্থৰ চোতালে চোতালে 'ভৈলী' গীত পৰিবেশন কৰে। সেইদিনা প্ৰতি নেপালী পৰিয়ালে গাই গৰুৰ পূজা কৰে। সেই উদ্দেশ্যে ভৈলী গীততো উল্লেখ থাকে। 'ভৈলীনী আইও' আগন- বঢ়াৰি, কুঢ়াৰী, ৰাখন-হে গাই তিহাৰো আঁউসী।' এই ভৈলীগীতৰ ভাবাৰ্থ হ'ল— আমি ভৈলীনী ( ভৈলী গোৱা নাৰীক 'ভৈলীনী' বুলি কোৱা হয়।) আপোনাৰ চোতাললৈ আহিছো। চোতালখন সাৰিপুচি থোৱা; আজি গাই তিহাৰ— আঁউসী। গৃহস্থৰ কুশল কামনা কৰি আশীৰ্বাদ দিয়ে। ভৈলীনী সকলক সন্মান জনাই গৃহস্থই ধনবিত সীধা আদি দি অতি সন্মান সহকাৰে বিদায় দিয়ে। আঁউসীৰ দ্বিতীয়া দিনাখন তিহাৰ উছৱত হালোৱা গৰুৰ পূজা কৰা হয়। সেইনিশা যুৱক/ পুৰুষ সকলে 'ভৈলী'ৰদৰে একে উদ্দেশ্যেৰে একে পদ্ধতিৰে 'দেউচী' গীত পৰিবেশন কৰে। তেওঁলোকে এজনে আত ধৰে, বাকীবোৰে সমস্বৰে নাচি বাগি গায়। মাদল, তাল সহ হাতে হাতে টোকান লৈ মহোহৌখুন্দাৰ গীতৰদৰে পৰিবেশন কৰে। এজনে লগায়—

" ভন্ ভন্ ভাই হো ( ভাইসকল গোৱা)

বাকীবোৰে গায় — " দেউচুৰে"।



এইগীতবোৰ স্থানীয় জনপ্ৰিয় কাহিনী, আধ্যাত্মিক আখ্যানৰ লগতে গৃহস্থক আশীৰ্বাদ, কুশল কামনা আদিৰে সমৃদ্ধ লোক গাথা।

সাধু কথাৰ প্ৰচলনো নেপালী লোক সাহিত্যৰ সমল। শিশু মনত সাঁচ বহাব পৰাকৈ জ্যেষ্ঠজনে পৰিবেশন কৰা 'কথা'বোৰত(সাধুকথা) সত্যৰ জয়, অসত্যৰ পৰাজয়, বেয়াৰ ওপৰত ভালৰ জয় আদি সমলেৰে নানা কাল্পনিক, আলৌকিক আধ্যাত্মিক কল্প কাহিনীৰ সমল থাকে।

সাঁথৰ এবিধ বহুল প্ৰচলিত লোক সাহিত্য। নেপালী ভাষাত ইয়াক 'গাঁওখানে কথা' বুলি কোৱা হয়। দুজন বা ততোধিক শিশুসকলৈ জ্যেষ্ঠ বা সমনীয়ালোকে সাঁথৰৰ প্ৰশ্ন সোধে। সাঁথৰৰ উত্তৰ দিব নোৱাৰিলে সাঁথৰ সোধাজনক কোনো গাঁও বা চহৰৰ নাম লৈ তেওঁ দিলো বুলি ঘোষণা কৰিব লাগে। সাঁথৰ সোধোতাজনে ক'ব( সেই) গাঁওখনৰ/চহৰখনৰ ভাল ভাল বস্তুবোৰ মোৰ, বেয়া, পেলনীয়া বস্তুবোৰ তোমাৰ— এই সাঁথৰৰ উত্তৰনো কি? তেতিয়া সাঁথৰ শুনোতাজনে ওলোতাই ক'ব কি? তেতিয়া সাঁথৰ সোধোতাই সাঁথৰ ভাঙি দি আনন্দ উপভোগ কৰে। এইবিধ লোক সাহিত্যৰ স্থান আধুনিক 'কুইজ' এ ল'ব ধৰিছে।

'তুক্কা' এবিধ নেপালী লোক সাহিত্যৰ ব্যাবহাৰিক সমল। ইয়াৰ অৰ্থ হ'ল ফকৰা-যোজনা। অভিজ্ঞলোকে কোনো এক স্থিতিৰ প্ৰাসঙ্গিকতা স্পষ্ট কৰিবলৈ 'তুক্কা'ৰ প্ৰয়োগ কৰে। কেইটামান নেপালী ভাষাত প্ৰচলিত 'তুক্কা' উল্লেখ কৰি সেইবোৰৰ ভাবাৰ্থ দিয়া হ'ল।

(ক) 'গৰ্ণেভন্নে হামী, পাও পুছনে ঢেড়ু।'

ভাবাৰ্থ— কৰ্ত্তা হলো আমিস জহাওঁতা মলুৱা (বান্দৰ)।

(খ) ' মুখক্ষ— ৰাম নাম, বগলীমা ছুৰা'

ভাবাৰ্থ— মুখত ৰামনাম, হাতত কটাৰী।

(গ) ' যুন যোগী হেৰো, কানই চিৰেকো'

ভাবাৰ্থ— যি যোগীকে চাওঁ সকলোৰে কাণ ফুটোৱা।

(ঘ) 'আফুত মহাদেৱ কস্‌লে দেলা বৰ।'

ভাবাৰ্থ— নিজেই মহাদেৱ কোনে দিব বৰ। এনেধৰণৰ অজস্ৰ 'তুক্কা'ৰ ব্যৱহাৰ নেপালী ভাষাত প্ৰয়োগ হোৱা দেখা যায়।

বৰ্তমান নেপালী জনগোষ্ঠীৰ পুৰণিকলীয়া লোক সাহিত্যৰ প্ৰচলন বিভিন্ন কাৰণত লোপ পাই আহিছে। সেইবোৰৰ ঠাইত লাহে লাহে বিভিন্ন অসমীয়া লোক সংস্কৃতিয়ে স্থান লাভ কৰিব ধৰিছে। বৰ্তমানে অসমৰ নেপালী লোকসাহিত্যত অসমীয়া লোক সাহিত্যৰ প্ৰভাৱ স্পষ্টৰূপে দেখা যায়।❑❑

বিঃ দ্ৰঃ 'অসমৰ থলুৱা নেপালী' শীৰ্ষক গ্ৰন্থৰ সহায় লোৱা হৈছে।❑❑

# দৰঙী মুছলমান সমাজৰ পৰম্পৰাগত গীত-মাতৰ ৰেঙণি

চহিৰুদ্দিন আলি আহমেদ

অসমৰ অন্যতম জিলা দৰঙৰ কলা-কৃষ্টি সংস্কৃতিৰ মেটমৰা ভঁৰালটিয়ে কলা-সংস্কৃতিপ্ৰেমী লোকসকলক সদায়ে আকৰ্ষণ কৰি আহিছে। অনাখৰী সংস্কৃতিবান লোক সমাজৰ 'অখ্যাত' কবি, শিল্পী হৃদয়ৰ পৰা পৰিৱেশ পৰিস্থিতিৰ তাড়নাত স্বতঃস্ফূৰ্তভা ৱে নিৰ্গত হৈ সৃষ্ট লোক-কলা সংস্কৃতি-গাথাই মুখ বাগৰি নানান বিৱৰ্তনৰ মাজেদি পাৰ হৈ আহিও স্বকীয় বৈশিষ্ট্যৰে জনজীৱন বৰ্ণাঢ্য কৰি ৰাখিছে। সহজ-সৰল গঞা ৰাইজৰ মৌখিক সৃষ্টি এই লোক-কলা, লোক-সাহিত্য বা বাচিক-কলা মুখে মুখে, পীৰিয়ে পীৰিয়ে, চলি আহিছে। মুখে মুখে চলি আছে কাৰণেই ইয়াক 'মৌখিক সাহিত্য'ও বোলা হয়। বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ চৰম উন্নতিৰ নামত মানুহৰ জীৱন ধাৰণৰ পদ্ধতি এনেকৈ দ্ৰুত পৰিৱৰ্তনৰ মাজেদি পাৰ হ'বলৈ ধৰিছে যে যুগে যুগে মুখে মুখে চলি অহা মহিমামণ্ডিত ঐতিহ্যপূৰ্ণ এই কৃষ্টি-সংস্কৃতিবোৰ বৰ্তি থকাটোৱেই টান হৈ পৰিছে। আমাৰ এই লেখাত দৰঙী অসমীয়া মুছলমান সমাজৰ পৰম্পৰাগত গীত-মাতসমূহৰ এটি চমু আভাস দিবলৈ যত্ন কৰা হৈছে।

দৰঙৰ থলুৱা অসমীয়া মুছলমান (গৰিয়া জনগোষ্ঠী) সমাজত প্ৰধানতঃ বিবাহ উৎসৱত দীঘলীয়াকৈ সুললিত কণ্ঠেৰে সুৰ টানি টানি উচ্চস্বৰে এক প্ৰকাৰ চিঞৰি চিঞৰি গোৱা গীতবোৰক 'ঢেক' বোলা হয়। কোনো পণ্ডিতে ইয়াক 'চেৰাঢেক' আখ্যা দিছে যদিও দৰঙৰ থলুৱা জনগোষ্ঠীটোৰ মাজত ই আজিও 'ঢেক' হিচাপেই বেছ জনপ্ৰিয়। আজিৰ পৰা প্ৰায় ৪০-৫০ বছৰমান আগতে দৰঙৰ মুছলমান সমাজত বিবাহ বুলিলে 'ঢেক' সংগীতানুষ্ঠান অপৰিহাৰ্য আছিল। বিবাহ অনুষ্ঠানত বিশেষকৈ দৰা সাজি কইনাৰ ঘৰ পাই ৰভাতলীত বহাৰ লগে লগে এটা কইনা পক্ষৰ আৰু এটা দৰা পক্ষৰ 'ঢেকুৱৈৰ দল' বহি 'ঢেক' মাৰিবলৈ আৰম্ভ কৰে। যেন এক বিৰাট প্ৰতিযোগিতাহে। একোটা দলত ন্যূনতম চাৰি, পাঁচজনৰ পৰা আঠজনলৈকে সদস্য থাকে। দলটোৰ নেতাজনক 'মুখ্য ঢেকুৱৈ বা ওজা' বোলা হয় আৰু আন সকলক 'সহঢেকুৱৈ বা পালি' বোলা হয়। মুখ্য ঢেকুৱৈজনে এখন ধৰ্মীয় কাহিনী পুথি আগত লৈ সুৰ লগাই গাবলৈ আৰম্ভ কৰে আৰু সহঢেকুৱৈসকলে সাধাৰণতে কাব্য ছন্দত ৰচিত এই পুথিৰ সুৰৰ তালে তালে 'ঢেক' বা দীঘলীয়া সুৰ টানে। এবাৰ দৰা পক্ষৰ দলে, এবাৰ কইনা পক্ষৰ দলে এই অনুক্ৰমে সলনা সলনিকৈ কটা-কটি কৰাৰ ধৰণে



প্ৰতিযোগিতাৰ ভাবেৰে 'ঢেক' মাৰি যায়। পুথি বা কিতাপ এখন আগত লৈ এই 'ঢেক' মৰা হয় বাবে ইয়াক 'কিতাপ পঢ়া বা কিতাপ চোৱা' বুলিও কোৱা হৈছিল আৰু দলটোক 'কিতাবী'ও বোলা হৈছিল। সমাজত প্ৰচলিত অন্যান্য সত্য কাহিনীসমূহৰ লগতে ধৰ্মৰ ৰহণ সনা কাহিনী গীত 'ঢেক' হিচাপে গোৱা হৈছিল। প্ৰকাশ যোগ্য যে, ইছলাম ধৰ্মৰ প্ৰথম মাহ 'মহৰম'ৰ চান্দত (জোন) 'শ্বহীদি কাৰবালা' কিতাপখন দৰঙত বিশেষকৈ মাৰৈ, মুছলিম ঘোপা, পাথৰিঘাট অঞ্চল, নগৰবাহী, ভোলাবাৰী, কলাইগাঁও আদি গাঁৱৰ মুছলমানসকলৰ ঘৰে ঘৰে নিশা এপৰলৈকে দহ-বাৰ দিন 'ঢেক' হিচাপে পঢ়াৰ নিয়ম আছিল। এই প্ৰথা ক্ৰমান্বয়ে লোপ পাবলৈ ধৰিছে। ইয়াত কাৰবালাৰ শ্বহীদ হজৰত মহম্মদ (ছঃ)ৰ প্ৰিয় নাতি হাছান-হুছেনৰ কৰুণ কাহিনীৰ ব্যাখ্যা কৰা হয়। ইয়াৰউপৰি, ইটো দলে সিটো দলক নিন্দা কৰি, 'নিন্দা ঢেকো' গাইছিল। সেই সময়ত প্ৰতিযোগিতাৰ ভাবেৰে গোৱা এই ঢেকৰ প্ৰভাৱত বিবাহ অনুষ্ঠানসমূহ ৰজন-জনাই আছিল। 'ঢেক' মৰাৰ সময়ত দুয়োটা দলে জেদা-জেদীকৈ বিবাহ-মণ্ডপ, ৰভাতলীৰ ৰভাৰ খুঁটাত তামোল-পাণৰ বটা, টকা-পইচা বান্ধি লয়। যিটো দলে 'ঢেক'ত জিকে সেইটো দলেই তামোল-পাণৰ বটা, টকা-পইচা ৰাইজৰ সাক্ষাতত লাভ কৰে। পৰম্পৰাগতভাৱে এইদৰে 'ঢেক'ৰ পৰিসৰ বহল হৈছিল আজিৰ পৰা কেই দশক মানৰ পূৰ্বে। পিছলৈ বিবাহ অনুষ্ঠানতে সীমাবদ্ধ নাথাকি গৰু-ম'হ চৰোৱা গৰখীয়া, হালবাই থকা হালোৱা আৰু দলবদ্ধভাৱে ধান-কটা, সাঁউৰী খোৱা লোকসকলৰ কণ্ঠতো এই সুৰীয়া 'ঢেক' ধ্বনিত হ'বলৈ ধৰে। নিশা এখন গাৱঁৰ পৰা আন এখন গাৱঁলৈ ফুৰিবলৈ যাওঁতে বা ঘৰলৈ ঘূৰি আহোঁতে এজন বা ততোধিক লোকে 'ঢেক' মৰা শুনিলে শুনি থাকিবৰ মন যায়।

সাধাৰণতে 'ঢেকুৱৈ বা কিতাবী' সকলে 'ঢেক' পৰিৱেশন কৰোঁতে নিম্নলিখিত 'কিতাপ বা কাহিনী'সমূহৰ আলম লৈছিল। এইবোৰ মাতৃভাষাত ৰচিত কাহিনী নহয়। বাংলা ভাষাত লিখা কাহিনীহে। ইয়াৰ অসমীয়া অনুবাদৰ দিশ এতিয়াও সুচল হৈ আছে। বিজ্ঞজনৰ অৱশ্যে সু-চিন্তিত আঁচনিৰ প্ৰয়োজন আছে। কাহিনী কিতাপসমূহ হৈছে— *জঙ্গে খইবৰ; শ্বহিদী কাৰবালা (হাছান হুছেনৰ কাহিনী)*, ইউছুফ *জোলেখা, জঙ্গে-নামা, ছোহৰাব-ৰুস্তম, ছফি-সোণেই কেচ্ছা, জঙ্গে হজৰত আলি* ও *হজৰত ৰছুল (ছঃ), আচল কেচ্ছা, খাইৰুল হাচাৰ, আমীৰ হাম্‌জা, কালু-কাজী, লায়লা মজনু, জঙ্গে নামা, জঙ্গে ৰছুল, ফয়চলা আকাম, নৌসাদ জঙ্গ, সোণা ভানু, বদিউজ্জামান* ইত্যাদি। লোক গীত, টোকাৰি গীত, বৰগীত, দেহ বিচাৰৰ গীতৰ লগত যিদৰে জিকিৰ আৰু জাৰি গীতৰ সাদৃশ্য আছে। তেনেদৰে দৰং জিলাত প্ৰচলিত অতি প্ৰাচীন সংগীতানুষ্ঠান 'ওজাপালি'ৰ লগত 'ঢেক'ৰ যথেষ্ট সাদৃশ্য আছে। অৱশ্যে দৰঙী জন জীৱনত ওজাপালিৰ এক দীঘলীয়া সাংগীতিক পৰম্পৰাৰ প্ৰভাৱ থকা

গুণেই বিষয় বস্তুৰ কিছু পাৰ্থক্য থাকিলেও অসমীয়া ভাষা-সংস্কৃতিৰ মাধ্যমত গঢ় লৈ উঠা 'ঢেক' সংগীতানুষ্ঠানৰ ওপৰত দৰঙী ব্যাহ'ৰ বা 'সুকনান্নী' ওজাপালিৰ প্ৰভাৱ পৰাটো তেনেই স্বাভাৱিক।

ঢেকুৰৈ দলটোৱে 'ঢেক' মাৰাৰ সময়ত সাধাৰণতে 'মুখ্য ঢেকুৰৈ'ক ঘেৰি ঘূৰণীয়াকৈ এখন ভৰি পাৰি আনখন ভৰি কোঁচাই আঁঠুটো থিয়কৈ ৰাখি ঢাৰি-পাতি বা খাটত বহি এখন হাতেৰে এখন কাণত সোপা দি ধৰাৰ ভঙ্গীৰে ঢেক মাৰিবলৈ আৰম্ভ কৰে। কেতিয়াবা আনখন হাতেৰে নিকট সতীৰ্থজনক ডিঙিত বা কান্ধত ধৰি ঢেক মাৰাও দেখা যায়। গাই থাকোতে তেওঁলোকে তালৰ ছন্দে ছন্দে সমুখলৈ হাউলি মূৰ আৰু দেহ নচুৱাই এক বিশেষ সাংগীতিক সুদৃশ্যৰ সৃষ্টি কৰে। ঢেকুৰৈসকলে কামিজ, চোলা, পায়জামা বা লুঙী পিন্ধিছিল আৰু ডিঙিত গামোছা পিন্ধিছিল বা বিছৱা দলৰ দৰেই মূৰত পাগুৰি মৰাদি মাৰি লৈছিল। কেতিয়াবা কেতিয়াবা টুপী পিন্ধাও দেখা গৈছিল। 'ঢেক' গীতসমূহ চুটি চুটি হোৱা দেখা যায়। সাধাৰণতে চাৰিশাৰীৰ ঢেক ব্যাপক ৰূপত প্ৰচলিত হৈ আছে। 'ঢেক' গীতসমূহত কথাংশতকৈ ৰাগ-ৰাগিণী সম্বলিত এক বিশেষ শ্ৰেণীৰ সুৰটোৰহে প্ৰাধান্য দেখা যায়। দৰঙৰ মুছলমান সমাজত ই 'ঢেক' নামেৰে আজিও পৰিচিত যদিও কি কাৰণে কেতিয়া কোনে (হয়তো কোনো পণ্ডিতে) ইয়াৰ লগত 'চেৰা' শব্দটো যোগ কৰিলে জনা নাযায়। চিঞৰি চিঞৰি গোৱা বাবেই এই 'ঢেক' গীত বিধক 'চেৰাঢেক' বুলি কোৱা হয় বুলি কোনো কোনোৱে ক'ব খোজে যদিও এই সূত্ৰ গ্ৰহণযোগ্য বুলি ক'ব নোৱাৰি। কিয়নো 'চেৰা' শব্দৰ অৰ্থ বিচাৰ কৰি চালে 'শেষ কৰা', 'ত্যাগ কৰা' আদিহে পোৱা যায়। হয়তো অতি 'চাৰত' (উচ্চ ৰাগত) গোৱা বাবেই 'চাৰ' শব্দৰ পৰাই 'চেৰা' শব্দৰ প্ৰয়োগ হ'ব পাৰে। পুৰণি অসমীয়া সমাজত বাংলা শব্দৰ প্ৰভাৱ বাৰুকৈয়ে পৰিছিল। কিয়নো অসমৰ স্কুল-কলেজ আৰু কাৰ্যালয়ত অসমীয়াৰ পৰিৱৰ্তে বাংলা ভাষাৰ প্ৰচলন হোৱাটো সৰ্বজন বিদিত। আনহাতে ইছলাম ধৰ্মীয় শাস্ত্ৰ বা কাহিনী গ্ৰন্থসমুহো আৰবীৰ পৰা বাংলালৈ ব্যাপকভাৱে অনূদিত হোৱাত 'দৰঙী ঢেকুৰৈ' সকলেও অসমীয়া ভাষাৰ পুথিৰ অভাৱত তেনে বাংলা কাব্য ভাষাত অনূদিত পুথি পঢ়িও 'ঢেক' সঙ্গীতানুষ্ঠান পৰিৱেশন কৰিছিল। উচ্চ ৰাগত ঢেক গীত গোৱা লোকক হয়তো কোনোবাই 'চেৰা' বুলিছিল বাবেই ঢেক গীতসমূহক 'চেৰাঢেক' বোলা হ'ব পাৰে। কিন্তু এই সকলোবোৰ কেৱল অনুমানৰ ওপৰতহে প্ৰতিষ্ঠিত। যি কোনো কাৰণতেই ইয়াক 'চেৰাঢেক' নোবোলক কিয় এই গীতসমূহক এতিয়াও কাৰ্যতঃ 'ঢেক' নামেহে জনা যায়। সুবিধাৰ বাবে এই ঢেক গীতসমূহক 'দৰঙী ঢেক গীত' বুলিলেহে বেছি অৰ্থ ব্যঞ্জক হ'ব।

এই ঢেক গীতসমূহক অৰ্থৰ ফালৰ পৰা কেইবাটাও খণ্ডত ভগাব পাৰি। যেনে- ১) বন্দনা গীত, ২) কাহিনী গীত, ৩) নিন্দা গীত, ৪) সাধাৰণ বৰ্ণনা গীত ইত্যাদি। মূল 'ঢেক' আৰম্ভ কৰাৰ আগত ঢেকুৰৈ দলে এইদৰে বন্দনা কৰে ঃ



*আচ্ছালামু আলাইকুম/দৰুদ চালাম*
*প্ৰথমে চালাম কৰো/আল্লাহৰ ওপৰ*
*দ্বিতীয়ই চালাম কৰো/পৱিত্ৰ কোৰাণ*
*তৃতীয়ই চালাম কৰো/ওস্তাদৰ ওপৰ*
*চতুৰ্থই চালাম কৰো/সমাজৰ ওপৰ*
*আচ্ছালামু আলাইকুম্*

..............................

বন্দনা গীতত ইছলাম আৰু হিন্দু ধৰ্মৰ বিষয়বস্তুৰ প্ৰৱেশেৰে দুয়ো ধৰ্মাৱলম্বী দৰঙী লোকৰ সমন্বয়ৰ ছবিখন স্পষ্ট ফুটি উঠাও দেখা যায়। এই বন্দনা গীতটিয়ে তাৰেই প্ৰমাণ দাঙি ধৰে-

*বিছমিল্লাহ বুলি মুখে*
*জোবান খুলি*
*প্ৰথম আল্লাহৰ নাম*
*দেই চালাম দৰুদ নবীজী।*

*পূৱত বন্দনা কৰো*
*ভানু মহেশ্বৰ*

*প্ৰথম আল্লাহৰ নাম*
*দেই চালাম দৰুদ নবীজী।*

..............................

*দক্ষিণে বন্দনা কৰো*
*ভৈৰৱী সাগৰ*

..............................

*সেই সাগৰে বণিজ কৰে*
*চান্দো-লক্ষীন্দৰ*
*প্ৰথম আল্লাহৰ নাম*

বন্দনা গীতৰ পিছতে ঢেকুৰৈসকলে 'কি বুলিনো ঢেক মাৰিম' বুলি বিলাপ কৰে ঃ

*অ' কি বুলি মাৰিম ঐ হায় হায়*
*কি বুলি মাৰিম ঐ ঢেক*
*আল্লাহ আল্লাহ বুলি ঢেক নাপাওঁ বিচাৰি ঐ*
*কি বুলি মাৰিম ঐ ঢেক*
*হে-হে-হেই-ৰ-হ-হে..... (ঢেক)*

এই বিলাপৰ পিছতে তেওঁলোকৰ মুখ-মণ্ডল উজ্জ্বল হৈ উঠে। যেন তেওঁলোকে বিজয় মালাহে পিন্ধিলে-

*একে দুয়ে তিনি*
*ঢেক আন্‌লো কিনি*
*তিনি চাৰিয়ে সাত*
*ঢেক দিলো কাক*
*ছয়ে ছয়ে বাৰ*
*ঢেক মাৰ্‌বা পাৰো*

এইখিনিতে কেইটামান জনপ্ৰিয় 'ঢেক' উল্লেখ কৰা হ'ল ঃ

(ক) *আল্লাহ আল্লাহ বোল ভাই*
*নবীক কৰ সাৰ*
*নবীৰ কলিমা পঢ়ি*
*হৈয়া যাবি পাৰ*
*হে হে হে হে হে হে*
*হেই- ৰহই- ঢেক*
..............................

(খ) *ৰেউহেই- ৰেউহেই*
*ৰে ৰে উহে ভাই*
*ভয় নাই ভয় নাই*
*আমি দুয়ো ভাই*
*শিল্‌খা নদীৰ পাৰে যাই*
*উল্টেই পুল্টেই চৰাম ভাই*
*............................ ঢেক।*
............................

(গ) *অ' খৈৰা গাছৰ মৈৰা চৰাই*
*পৰি আধাৰ খাই অ' ৰেহে*
*অ' লেছেৰীয়া খোপা বান্ধি*
*দৰাৰ আগে যাই অ' ৰেহে।*
*.................................. ঢেক।*
..................................

নিম্নলিখিত গীতটি কাহিনী ঢেক গীতৰ এটা উদাহৰণ ঃ



*হাছান হুছান দুয়ো ভাই ৰণৰ মাজে চলি যায়*
*কাৰবালা—কাৰবালা— মস্তো কাৰবালাই*

*হে বকুল ফুলৰ চন্দন মালা— ক'তে পৰিল জ্বালা*
*নতুন গাছৰ ফুল হে ফুলৰ পাতে পাতেহে বিয়া সাজিলৰে*
*........................................................ (ঢেক)*

ওপৰোক্ত ঢেক গীতসমূহৰ উপৰিও দুয়ো দলৰ ঢেকুৰৈসকলে ইটো দলে সিটো দলক নিন্দা কৰি গোৱা ঢেক গীতসমূহে শ্ৰোতা-দৰ্শকক হাস্য-ব্যঙ্গ ৰসৰ দ্বাৰা বাৰুকৈ আপ্লুত কৰে আৰু বিবাহ অনুষ্ঠানেই হওঁক বা অইন কোনো সংগীতানুষ্ঠানেই হওঁক হাঁহি-খলকনিৰে হাস্য ৰসৰ যোগান ধৰে। যেনে ঃ

প্ৰথম দল ঃ *অ' বন্ধু আইছনে আইছনে হে*
*হেই বন্ধু এৰিয়া নেদিম*
*আজি বন্ধুক লাগাল পাইছোঁ*
*বোন্দা থেছ্‌কা দিম*
*বন্ধু আইছনে আইছনে হে*
..................................

এই নিন্দাৰ প্ৰত্যুত্তৰত দ্বিতীয় দলে গায় ঃ

*কি গাছৰ চোকেলি*
*আমাকো জোকেলি*
*অ' ভাই আজি সাৰি যাবি*
*ক'তে অ'ই*
*অ' ভাই পাৰি যাম*
*জামেৰা গালি অ'ই*
..............................

'ঢেক গীত' সমূহলৈ মন কৰিলে দেখা যায় তাৰ দুটা অংশ থাকে— এটা গীতাংশ আৰু বাকী অংশ ঢেক বা ৰাগ জাতীয় দীঘলকৈ টনা সুৰ আৰু এই দীঘলকৈ টনা ৰাগ বা সুৰটোৱেই ঢেকগীতসমূহৰ মুখ্য আকৰ্ষণ।

অতি পৰিতাপৰ কথা যে আগতে 'ঢেক গীত' বা মহিলাৰ 'পদ' নহ'লেই নচলা দৰঙৰ মুছলমান বিবাহ অনুষ্ঠান আজি কালি সস্তীয়া 'ঢেক' আৰু 'কেছেটৰ' অপসংস্কৃতিয়ে দখল কৰিছে। আধুনিক কৰ্মব্যস্ত জীৱনৰ দোহাই দি দৰঙী মুছলমানৰ বেছিভাগ বিয়াই এতিয়া ৰাতিটো সঁপি কইনা ৰাতিপুৱা অনা পৰম্পৰা ৰক্ষাৰ পৰিৱৰ্তে দিনতে বা সন্ধিয়াতে দুই তিনি ঘণ্টা মানতে 'নিকাহ পৰ্ব' সমাপন কৰি অনাৰ ফলত বহু আকৰ্ষণীয় আৰু মূল্যৱান পৰম্পৰাগত আনুষ্ঠানিকতা আপোনা-আপুনি বাদ

পৰিবলৈ ধৰিলে। যিকোনো কাৰণতেই নহওক কিয় ওজাপালি অনুষ্ঠানৰ আধাৰত দৰঙী অসমীয়া মুছলমান সমাজৰ মাজত সৃষ্ট আৰু হিন্দু-মুছলিম উভয় সমাজৰ দ্বাৰা সমাদৃত এই আপুৰুগীয়া 'ঢেক' গীতসমূহৰ অনুষ্ঠান দুকুৰি-আঢ়ৈকুৰি বছৰ পূৰ্বৰ পৰাই ক্ৰমান্বয়ে পাহৰণিৰ গৰ্ভত জাহ যাবলৈ আৰম্ভ কৰে। মাজে মাজে ই মূৰ দাঙি উঠিবলৈ চেষ্টা কৰা দেখা যায় যদিও প্ৰয়োজনীয় উদ্যোগৰ অভাৱত নিশকতীয়া অৱস্থাতে আছে। সেয়ে ইয়াৰ পুনৰোদ্ধাৰ আৰু নকৈ প্ৰতিষ্ঠাৰ বাবে এটা জাগৰণৰ প্ৰয়োজন হৈছে।

পুৰুষসকলৰ মাজত প্ৰচলিত এই চেৰা ঢেকবিধৰ দৰে মহিলাসকলৰ মাজত ঘাইকৈ ছোৱালীৰ বিয়া-বাৰুত প্ৰচলিত কিছুমান গীত-মাতৰ প্ৰচলন আছিল। এনে ধৰণৰ গীতবোৰক গীত বা গান নুবুলি তেওঁলোকে 'পদ' বুলিছিল। কথা আৰু সুৰৰ সৰলতাই এই পদসমূহৰ বৈশিষ্ট্য; বিয়া দিবলগীয়া ছোৱালী এজনীৰ দৰা সম্পৰ্কে চিন্তা প্ৰকাশ কৰা প্ৰচলিত এটি পদ এনে ধৰণৰ-

*উৰি গেইলা ৰাজহংস এ/গাই গেইলা গুণ/কোন ঠাইত দিম মই এ/নায়ে খুতি-খুন*
*চখিনাৰে নাক দেখো/কেতেকীৰে ডিলা*
*চখিনাৰে বুক দেখো/পাহাৰৰে টিলা*

.....................................................

আকৌ বিয়াত বহিবলৈ অনিচ্ছুক এজনী কম বয়সীয়া ছোৱালীৰ ইননি-বিননি প্ৰকাশ পাইছে এই গীতটিত-

*অ' চান্দো উঠিল জীয়া চান্দেনী তনিলা*
*হে জীয়া চান্দেনী তনিলা*
*মিটিৰ কুটুম গোটেই খানে বিয়াৰ দিন গণিলা*
*হে জীয়া বিয়াৰ দিন গণিলা*

*অ' লৰ মাৰি সুমাল জীয়া বাপাকোৰ মোহালে*
*অ' ৰাখ এই বাপেই মোক আৰু বছৰ চাৰি*
*অ' কেনেকৈনো ৰাখিম মই আৰু বছৰ চাৰি*
*অ' জীয়া জোবান কৰি থলা।*

.........................................

আকৌ বিয়া দিয়া ছোৱালীৰ মাকৰ ঘৰলৈ মনত পৰি তোলা বিননিৰ সুন্দৰ প্ৰকাশ ঘটিছে নিম্নোক্ত গীতটোত। এনে ধৰণৰ গীত আধুনিক গীতৰ মাজতো শুনিবলৈ পোৱা যায়। কামৰূপ অঞ্চলতো প্ৰায় একে ধৰণৰ গীত এটি শুনিবলৈ



পোৱা যায়। অৱশ্যে প্ৰায় ডেৰশ বছৰ মানৰ আগতে দৰঙৰ মুছলিম মহিলাৰ মুখত দৰঙৰ প্ৰচলিত আমাৰ আলোচ্য গীতৰ ৰচনা আৰু সুৰ ভালেখিনি পৃথক।

*হে পখী ৰৈ যা/হে পখী কৈ যা*
*আমাৰ দুখৰ কথা কৈ যা/হে পখী কৈ যা*
*আলি দি নাযাবি পখী/আলিত ময়ান কটা*
*পখী ৰৈ যা/হে পখী কৈ যা*
*ভূয়ে দি নাযেবি পখী/আঠুৰ সোমান বোকা*
*পখী ৰৈ যা/হে পখী কৈ যা*
*গাঁৱে দি নাযেবি পখী/মানুহ আছে ভৰি*
*পখী ৰৈ যা/হে পখী কৈ যা*
*উৱান দি যাবি পখী/আকাশোৰ বাটেদি*
*পখী ৰৈ যা/হে পখী কৈ যা*
*কোৱাকো নকবি পখী/চিলাকো নকবি*
*পখী ৰৈ যা/হে পখী কৈ যা*
*দুখীয়া জীয়া কোবৰ কথা/মাইৰ আগোত কবি*
*পখী ৰৈ যা/হে পখী কৈ যা*
*দৰা সাজি গৈ কইনা ঘৰৰ ৰভা তলত*
*যেতিয়া বহে তেতিয়া কইনা ঘৰীয়া*

ছোৱালীহঁতে পদ গাইছিল-

*কি ফুল ফুলেই/লতা বগেই/বপুৰা বহিছি ৰভাৰ তলে*
*ৰভাৰ তলে বহি বপুৰাই/মনে কৰে দুখ*
*অ' আজিৰ পৰা গেল মোৰ/চাকৰিৰে ধন।*

কইনা ঘৰীয়া নিন্দা গীতৰ প্ৰত্যুত্তৰত দৰা ঘৰীয়া জীয়ৰী বোৱাৰীহঁতে গাইছিল-

*ৰইমলা শুনোতে শুনিছিলো/ৰইমলা কইনা বৰ ভাজেনী*
*মেখেলা সাতোখন বোৱাহে ৰইমলা*
*ৰইমলাৰ বিয়াৰ সময়ত/বৌয়েকৰ চিৰা মেখেলা*
*আনাহে ৰইমলা*
*ৰইমলা চিৰা মেখেলাখান*
*বাৰিষা ভুঁই ৰুবা লাগবোহে ৰইমলা।*

এনে ধৰণৰ আপুৰুগীয়া গীত-মাতবোৰ বৰ পুৰণি। বৰ্তমান সময়ত এনেবোৰ গীত জনা বা গাব পৰা লোক প্ৰায় নাইকিয়া হৈ আহিছে। এনেবোৰ গীত-মাত হেনো আজিৰ পৰা প্ৰায় ডেৰশ বছৰৰ আগতেই বিয়াৰ দিনাখনো গাভৰু ছোৱালীসকলে জাক পাতি গাইছিল। গীতবোৰৰ লগত কোনো বাদ্য-যন্ত্ৰ ব্যৱহাৰ নহৈছিল। ঢেঁকীৰ

শব্দৰ ছেৱে ছেৱেহে গীতবোৰ গোৱা হৈছিল। কিন্তু ধৰ্মীয় আৰু সামাজিক অনুশাসনৰ বাবে ক্ৰমে এই প্ৰথা লোপ পাবলৈ ধৰে। অৱশ্যে বিয়াৰ প্ৰস্তুতি পৰ্বত ধান-চাউল বানোতে, চিৰা-সান্দহ খুন্দোতে চুবুৰীৰ গাভৰুসকলে এতিয়াৰ পৰা প্ৰায় ৪০/৫০ বছৰ আগলৈকে এই গীত আৰু পদ গাইছিল বুলি বয়োজ্যেষ্ঠসকলৰ পৰা জনা যায়। এই গীত পদৰ উপৰি ভালেমান কাহিনীমূলক গীতো দৰঙী মুছলমান ছোৱালী আৰু মহিলাসকলৰ মাজত প্ৰচলিত আছিল। তেনে এটি গীত 'ফৰমুদ পমিলাৰ কৰুণ কাহিনী গীত'। পমিলা আছিল হিন্দু ছোৱালী। ফৰমুদ আছিল মুছলমান ডেকা। এই চুবুৰীয়া ডেকা-গাভৰু দুজনৰ প্ৰণয়জনিত মিলনত সমাজৰ সহজ স্বীকৃতি নোপোৱাৰ বাবে কি কৰুণ পৰিণতি হ'ল তাৰে বৰ্ণনা গীতটোত বৰ্ণিত হৈছে—

*সখী প্ৰাণোৰ সখী/মনোৰ কথা কবি*
*দীঘল ফোঁটাৰ বামুন মাতিম নে/দীঘল দাড়িৰ মৌলবী*
*পমিলা অজাতিক চিনিলি/পমিলা অজাতিকে মন দিলি*
*পমিলা দেহাৰ পকা মেৱা/অজাতিক যাঁচিলি*
*পমিলা আপোনাৰ ঘৰখন/পমিলা ঘূৰিকে নাচেলি*
*পমিলা ফৰ্মুদৰ লগোতে/পমিলা ঘৰ এৰি গেলি*
*পমিলা ফৰ্মুদৰ লগোতে/পমিলা গাঁও এৰি গেলি*
*পমিলা গ ধেনিৰ হাবিতে/পমিলা ফৰ্মুদৰ লগোতে*
*বনৰজাৰ পেটোকে গেলি।।*

*ফৰ্মুদ অধৰমী ফৰ্মুদ জাহান্নামী*
*কিয় তই পমিলাক নিলি*
*ঘৰো নাপেলি তিৰিয়ো নাপেলি*
*নিজে বাঘোৰ পেটোক গেলি।।*

অসমৰ পৰা বঙ্গ, বিহাৰ, উৰিষ্যালৈকে প্ৰচলিত কমলা কুঁৱৰীৰ সাধুটোৰ দৰঙতো এটা সুকীয়া গীতি ৰূপ হিন্দু মুছলমান দুয়োটা সম্প্ৰদায়ৰ মাজত প্ৰচলিত হৈ আছিল। দুয়োটা সম্প্ৰদায়ৰ কথাংশত কিঞ্চিৎ পাৰ্থক্যও দেখা যায়। মুছলমান সমাজত প্ৰচলিত দিগিৰি পুখুৰীৰ পদ বা গীতটি এনে ধৰণৰ—

*নঙলাৰ আগে ৰাজাই পুখুৰী খুন্দিলা/ভাল বোলাহে অ' ৰাইজ*
*পুখুৰী খান্দি ৰাজাই পানীকে নাপালা/ভাল বোলাহে অ' ৰাইজ*

*পুখুৰীৰ পাৰে ৰাজাই অনেক ফুলো ৰোলা/ভাল বোলাহে অ' ৰাইজ*



*তেওঁতো দিগিত ৰাজাই পানীকে নাপালা/ভাল বোলাহে অ' ৰাইজ*
*দিগিৰিৰ পাৰে ৰাজাই বেল বকুল ৰোলা/ভাল বোলাহে অ' ৰাইজ*
*তেওঁতো দিগিত ৰাজাই পানীকে নাপালা/ভাল বোলাহে অ' ৰাইজ*
*দিগিৰিৰ পাৰে ৰাজাই চিন্নি ৰান্ধি দিলা/ভাল বোলাহে অ' ৰাইজ*
*তেওঁতো দিগিত ৰাজাই পানীকে নাপালা/ভাল বোলাহে অ' ৰাইজ*
*দিগিৰিৰ পাৰে ৰাজাই পঠা বলি দিলা/ভাল বোলাহে অ' ৰাইজ*
*তেওঁতো দিগিত ৰাজাই পানীকে নাপালা/ভাল বোলাহে অ' ৰাইজ*

..............................................

*হাথীক দিলা মূৰত ঘুঁহি লক্ষী বিলাচ তেল*
*মুইহুক দিলা শিঙুত ঘুঁহি নাৰয়ণী তেল*

..............................................

*পুখুৰী খুন্দি ৰাজাই কুঁৱেৰীক হেৰালা*

..............................................

*আখাৰ বান্ধান আখাতে থাকিলা*
*কোলাৰ চলি আফিলেই পেলালা*
*শালোৰ কাপোৰ আজুৰি চিণ্ডিলা*
*ওলাব কুঁৱেৰী দিগিৰী পূজিবা*

..............................................

*একোপাক মাৰেই কুঁৱেৰী একোভৰী হ'ল*
*একোপাক মাৰেই কুঁৱেৰী একোকাল হ'ল*

..............................................

*পাৰোত বহি ৰাজাই কান্দিবা ধৰিলা*
*দিগিৰী খুন্দি ৰাজাই কুঁৱেৰীক হৰালা।।*

দৰঙী কলা-কৃষ্টি-সংস্কৃতিৰ ভঁড়াললৈ জিলাখনৰ চৰ-চাপৰিবাসী পূৰ্ব বংগীয় মূলৰ মুছলমান লোকসকলৰ অৱদানো উলাই কৰিব পৰা বিধৰ নহয়। বাইছালী গীত, ধুয়াগীত, ভাইটালি গীত, বিয়াগীত, জাৰী গীত, পল্লী গীতি, মাৰেফতী, মাগন গীত আদি বিভিন্ন ধৰণৰ গীত মাত চৰ-চাপৰিবাসী মুছলমান জনগোষ্ঠীৰ লোকে গায়। এই গীত-মাতবোৰত ফুটি উঠে চৰবাসী ৰাইজৰ সুখ-দুখ প্ৰেম বিৰহ নদ-নদী নাও-নাৱৰীয়া, আশা-আকাংক্ষা আদিৰ জীৱন্ত ছবি। বাইছ বা নাও খেলাৰ সময়ত তেওঁলোকে বিহুগীতৰ প্ৰায় সমাৰ্থক বাইছালী গীত গাই পৰিৱেশ ৰজন-জনাই তোলে।

এই বাইছালী গীতবোৰৰ মাজত যৌৱনৰ ৰং আনন্দ আৰু উচ্ছ্বাস প্ৰকাশ পালেও ধৰ্মীয় ভক্তি ভাৱ, প্ৰকৃতি বন্দনা আদিৰো প্ৰতিফলন এইগীতবোৰৰ মাজত দেখা যায়। ধৰ্মীয় ভক্তি ভাৱ আৰু যৌৱন সম্পৰ্কীয় তেনে দুটি বাইছালী গীত এনে ধৰণৰ ঃ

ক) *আল্লাহ আল্লাহ বল বান্দা/নবীকৰ সাৰ*
*নবীৰ কলিমা পইঢ়া বান্দা/হৈয়া যাব পাৰ*

খ) *অ, ছেৰি কোন আইনি বেৰাইতি*
*মাজৰা ঢোলে বাতামে/অল্প বয়সে স্বামী হাৰাইছে*

বতৰ খৰাং হলে চৰ-চাপৰিৰ খেতিয়কৰ কিশোৰী সন্তানসকলে বৰষুণ কামনা কৰি 'হোতুম' উৎসৱ পালন কৰে। কলপুলি পুতি, ফুল, সেন্দুৰ, দুবৰি বন আদিৰে থাপনা সাজি চাকি জ্বলাই কিশোৰীহঁতে এনেদৰে গায়—

*হোতুমৰ মায়েৰ দগীলে চুল/ঝাৰিয়া গন্ধা বিন্নাৰ ফুল*
*আমাৰ হোতুম বাৰীত নাই/কে খাইব শুইয়া পাণ।*

অতি পৰিতাপৰ বিষয় যে দৰঙী কলা-কৃষ্টি-সংস্কৃতিৰ আন ভালেমান উপাদানৰ লগতে দৰঙী মুছলমান সমাজৰ মাজত প্ৰচলিত আপুৰুগীয়া গীত-মাতসমূহো কালৰ কৰাল গ্ৰাসত পৰি বৰ্তমান প্ৰায় বিলুপ্তিৰ পথত অগ্ৰসৰ হৈছে। এই গীত-মাতবোৰ জনা আৰু গোৱা লোক প্ৰায় নাইকিয়া হৈছে। যি দুই এক পুৰণি শিল্পীয়ে নানান প্ৰত্যাহ্বানকো নেওচি ইয়াৰ চৰ্চা কৰি আছে তেওঁলোকৰো আদৰ আজিৰ সমাজে নুবুজা হৈছে। আধুনিক সন্তীয়া আৰু বজৰুৱা অপ-সংস্কৃতিৰ প্ৰতি আকৃষ্ট নতুন প্ৰজন্মই এই ঐতিহ্যমণ্ডিত কলা-কৃষ্টি-সংস্কৃতিৰ প্ৰতি মুঠেই আগ্ৰহী নহয়। সেয়ে এনে অৱস্থা বাহাল থাকিলে মহান জাতীয় কলা-কৃষ্টিসমূহ কেৱল ইতিহাসতহে পৰিণত হ'ব। গতিকে হেৰাই যাবলৈ ধৰা এই বৰ্ণাঢ্য সংস্কৃতিৰ অধ্যয়ন, উদ্ধাৰ, সংৰক্ষণ, প্ৰশিক্ষণ, প্ৰচাৰ আৰু প্ৰসাৰৰ বাবে এক জন-জাগৰণৰ অতীৱ প্ৰয়োজন আছে। ❑❑



# ডাকৰ বচন আৰু দৰং

ইন্দ্ৰেশ্বৰ শৰ্মা

অসমীয়া সমাজখন বিশেষকৈ জনবিশ্বাসত প্ৰতিষ্ঠিত। হোজা অসমীয়া সমাজখন কিছুমান জনবিশ্বাসৰ দ্বাৰা আড়ষ্ট হৈ থকা দেখা যায়। বিশেষকৈ ডাকৰ বচন আৰু খনাৰ বচনে অসমীয়া সমাজখনক বহুতো ক্ষেত্ৰতে পৰিচালনা কৰা দেখা যায়। অসমীয়া ব্যৱহাৰিক জীৱনত বিশেষকৈ কৃষিজীৱি সমাজত ডাক পুৰুষৰ বচনসমূহৰ মূল্য আৰু প্ৰভাৱ বিশেষভাৱে দেখা যায়। অসমীয়া কৃষিজীৱি সমাজৰ লগত ডাকৰ বচনৰ ওতঃপ্ৰোতঃ সম্পৰ্ক বিদ্যমান। ডাকৰ বচন সমূহ কেৱল অসমতেই নহয়, বঙ্গ, বিহাৰ আদিতো প্ৰচলিত আছে আৰু সেই ঠাইৰ মানুহেও ডাক পুৰুষক নিজা বুলি দাবী উত্থাপনো কৰা দেখা গৈছে। আনহাতে বহুক্ষেত্ৰত ডাকৰ বচন আৰু খনাৰ বচন সনা-পোটোকা হৈ পৰাও দেখা যায়। যি দেশেই দাবী নকৰক কিয় ডাক পুৰুষ অসমৰ বুলি এটি জন-বিশ্বাস আছে আৰু ডাক পুৰুষৰ জীৱনী থকা এখনি অৰ্বাচীন চৰিত পুথিও পোৱা গৈছে। উক্ত চৰিত মতে ডাক- পুৰুষে বৰপেটা অঞ্চলৰ লেহি ডঙৰা গাঁৱত জন্ম লাভ কৰাৰ কথা উল্লেখ আছে।—

'লেহি ডঙৰা ডাকৰ গাঁও।
সাতশ সাতোটা পুখুৰীৰ নাওঁ।।
লেহিৰ তিৰি পঞ্চ ৰাগ বুজে।
ভৈদাৰ দমৰাই বিনা শিঙে যুঁজে।।'—ইত্যাদি

ডাক চৰিত মতে ডাক কুমাৰণীৰ সন্তান। বহুদিনলৈ ডাকৰ মাতৃ নিঃসন্তান আছিল। এদিন মিহিৰ মুনি( সম্ভৱতঃ বৰাহ মিহিৰ) তীৰ্থ কৰিবলৈ আহি কুমাৰৰ ঘৰত অতিথি ৰূপে থাকে আৰু সন্তানহীনা কুমাৰনীয়ে ভালকৈ সেৱা শুশ্ৰূষা কৰাত সন্তান হ'বলৈ বৰ দিয়ে। সেই বৰ অনুসৰিয়েই ডাকৰ জন্ম হয়। উপজিয়েই প্ৰসূতি গৃহৰ নাৰীবিলাকক মাত দিয়াত তেওঁৰ নাম থয় ডাক। ডাক শব্দৰ অৰ্থ উচ্চাৰণ কৰা, সম্বোধন কৰা বা আহ্বান কৰা; গতিকে যিবোৰ উপদেশে সমাজত কেনেকৈ চলিব লাগে সকিয়াই দিয়ে, সিয়ে হয়তো ডাকৰ বচনৰূপে প্ৰসিদ্ধি লাভ কৰে। ডাকৰ বচনসমূহ হাড়ে-হিমজুৰে অসমীয়া। ডাকৰ বচনত জ্ঞান-বৃক্ষ প্ৰস্ফুটিত হৈ উঠিছে। ডঃ সত্যেন্দ্ৰ নাথ শৰ্মাৰ ভাষাৰে ক'বলৈ হ'লে ' ডাক ঐতিহাসিক ব্যক্তি হওক নহওক আৰু ঐতিহাসিক ব্যক্তি হ'লেও গোটেই খিনি প্ৰবচন তেওঁৰ ৰচনা হওক বা নহওক ডাকভনিতা খিনিৰ ভাষাৰ অসমীয়াত্ব সম্পৰ্কে সন্দেহৰ একো থল নাই।'

উপজিয়েই শিশুৱে মাত দিয়া কাৰ্য অসম্ভৱ যদিও ডাকৰ বচনত এইদৰে

পোৱা যায় —

'একদিনা ডাক জন্ম লভিলা।
ভূমিত পৰিয়া মনত গুণিলা।।
দেখে অন্ধকাৰ পোহৰ নাই।
চক্ষু টেৰ কৰি মাৰক চাই।।
উপজিয়ে ডাকে বোলন্ত বাক।
পোৱতী ৰাখি চা পুতাক।।
ধুৱাই পখলাই কোলে তুলি লৈবে।
ভালে ভালে ফুল পৰিব তেৱে।' ইত্যাদি

ঠাগুাৰ দিনত জুই পুউৱা নীতি অসমীয়া সমাজত প্ৰচলিত থকাটো সৰ্বজন বিদিত। ফুৰাই ফুৰাই জুই উঠাব নোৱাৰিলে দৰঙত প্ৰচলিত এই ফাঁকি ডাকৰ-বচন মাতি জুই উঠাবলৈ কোৱা মা-আইতাৰ কথা আমাৰ বাৰুকৈয়ে মনত আছে—

'অ' আই টুপুৰি!
তুঁহ কৰ থুপুৰি।
দীঘল্‌কে মা্ৰবি ফুক্‌,
তেহে দেখ্‌বি ডাকৰ মুখ।'

এইদৰে ডাকৰ বচনৰ ৰন্ধন প্ৰকৰণতো আছে—

'শ্বাস দীৰ্ঘ দিবা ফু।
তেৱে দেখিবা জুইৰ মু।।'

ডাক পুৰুষ জন্মিয়েই তুঁহৰ জুই উঠাব নোৱৰা টুপুৰি নামৰ বান্দীজনীক জুই উঠোৱাৰ নীতি নিৰ্দেশনা দৰঙত প্ৰচলিত উক্ত প্ৰবচন ফাঁকিত সোমাই আছে, তাত সন্দেহ নাই। স্মৰ্তব্য যে, আগৰ দিনত ঘৰে ঘৰে তুঁহৰ জুই ৰখাৰ নিয়ম প্ৰচলিত আছিল আৰু আজি-কালিও কিছুমান ঘৰত বিশেষকৈ পুঁৱতী তিৰোতা থকা ঘৰত তুঁহৰ জুই ৰখাৰ নিয়ম আছে।

সমাজৰ এনে এটা দিশ নাই যিটো দিশ ডাকৰ বচনত উন্মোচিত হোৱা নাই। ধৰ্ম প্ৰকৰণ, নীতি-প্ৰকৰণ, ৰাজনীতি প্ৰকৰণ, ৰন্ধন প্ৰকৰণ, গৃহিনী লক্ষণ, পৰিত্যাগ কথন,স্বাস্থ্য প্ৰকৰণ বৃক্ষ লক্ষণ,জ্যোতিষ প্ৰকৰণ, খেতি বৰ্ণন আদি সমাজৰ সকলো লাগতিয়াল বিষয়ত অভিজ্ঞতা প্ৰসূত উপদেশ পোৱা যায়। মানুহৰ সৌন্দৰ্য্য বোধত দোলন দি যাব পৰা সুকুমাৰ ভাৱ-কল্পনাৰ প্ৰকাশ নঘটিলেও কম কথাতে বা থোৰতে ব্যৱহাৰিক সত্য তথা অভিজ্ঞতা একোটিক ৰূপ দিয়াত অসামান্য দক্ষতা এই বচন সমূহত ফুটি উঠিছে। তাতেই ইয়াৰ যুগ-জয়ী মূল্য।

বুঢ়া মানুহৰ হাতৰ সাৰথি হৈছে লাখুটি ডাল। এই সাধাৰণ লাঠিডালৰে যে অসাধাৰণ গুণ আছে সেই কথাও ডাকৰ বচনত প্ৰকট হৈ উঠিছে।-



শুন শুন শুন।
লাঠি ডালৰ নটা গুণ।।
হাতৰ সখা।
পানীৰজোখা।।
নাই পিৰা বহিলা পাৰি।
আহিল কুকুৰ পেলালি মাৰি।।
নাই ধৰণী হলা পাৰ।
নাহি বাওকা, ললা ভাৰ।।
তামোল খালি, মচিলি চূণ।
লাঠিৰ জানা নটা গুণ।।

ডাকৰ বচনত থকা সমস্ত প্ৰকৰণৰ আলোচনা সম্ভৱ নহয় যদিও দৰঙত প্ৰচলিত খাচ ডাকৰ প্ৰবচন সমূহ দাঙি ধৰাৰ চেষ্টা কৰা হ'ল।

ষাঠি বছৰত 'আই' বুলিব পোৱা বা কাতিমাহত গাই খীৰাব পৰাটো ভাগ্যৱানৰ কথা। দৰঙৰ মানুহৰ মুখে মুখে এই কথা প্ৰকাশ পাইছে এইদৰে—

'ষাঠি বছৰত বোলে আই,
কাতি মাহত দোৱে গাই
তাৰ সমান ভাগ্যৱন্ত নাই।'

ঘৰ এখনলৈ ছোৱালী এজনী বোৱাৰী কৰি আনোতে বহুতো পৰীক্ষা-নিৰীক্ষা কৰিহে অনাৰ নিয়ম অসমীয়া সমাজত প্ৰচলিত আছে। মাছ মাৰি থকা ছোৱালীৰ আচাৰ-ব্যৱহাৰ তথা শাৰীৰিক অৱয়বৰ কিছু কথা অনুমান কৰি ল'ব পাৰি। দৰঙত প্ৰচলিত ছোৱালী চোৱাৰ নিয়ম এইদৰে বৰ্ণিত হৈছে।—

আহু চাবা গধুলি
শালি চাবা পুৱা;
মাছ মাৰোতে ছোৱালী চাবা,
কোন কেনেকুৱা।

স্ত্ৰী লক্ষণ সম্পৰ্কে সুন্দৰ নিৰ্দেশনা ডাকৰ ভনিতাত পোৱা যায় —

চোৰে ভাল নেদেখে চন্দ্ৰৰ জ্যোতি।
দুষ্টা স্ত্ৰীৰ নাই পুত্ৰৰ ৰতি।।
গাইৰ বৰ্জিত ওলোমা বাহি।
স্ত্ৰীৰ বৰ্জিত সঘনে তোলে হাঁহি।।

পুৰুষৰ লক্ষণ সম্পৰ্কেও ডাকৰ ভনিতা নিমাত নহয়। ইয়াৰো কেইটামান উদাহৰণ দাঙি ধৰা হ'ল।—

চকু লাল, হিয়া খাল।

সেই পুৰুষৰ লক্ষণ ভাল।।

পুৰুষ হৈ জন্মিলে বিস্তৰ পৰিশ্ৰম কৰিব লাগে। অকামিলা হৈ বেছি খাব বিচাৰিলে দৰিদ্ৰ হোৱাৰ বাহিৰে আন উপায় নাই। সেয়ে ডাকে কৈছে—

অলপ যতন, বিস্তৰ ভোজন।

সেই পুৰুষৰ দৰিদ্ৰ লক্ষণ।।

গৰু-গাই পোহা আৰু ধানখেতি কৰাটো অসমীয়া সমাজৰ অনিবাৰ্য কৰ্তব্য। ঘৰৰ চাউল মুঠি নহ'লে সন্মানেই নাথাকে। সেয়ে কোৱা হৈছে—

যাৰ নাই গৰু, সি সবাতোকৈ সৰু।

যাৰ নাই ধান, তাৰ নাই মান।।

ভাগ্যবান পুৰুষৰ মুখতহে দাড়ি-গোফ গজে, অতি ভাগ্যৰ ফলতহে গুণৱতী তিৰোতা পোৱা যায় আৰু অতিপাত ভাগ্যৰ বলতহে একেখন বাৰীতে পাণ আৰু তামোল পোৱা যায়। সেয়ে ডাকৰ-ভনিতাত আছে—

ভাগ্যে দাড়ি, ভাগ্যে নাৰী।

ভাগ্যে পাণ-তামোলৰ বাৰী।।

অসমীয়া লোক সাধাৰণতে কৃষিজীৱি হোৱা বাবে ডাকৰ বচনত অজস্ৰ খেতিৰ দিহা থকাটো লক্ষণীয়। খেতিৰ মাটি প্ৰস্তুত কৰোতে কি খেতিৰ বাবে কিমান চাহ হাল বাব লাগিব, কোন দিশৰ পৰা হালযাত্ৰা কৰিব, কোন বাৰ বা তিথিত হালযাত্ৰা কৰিব, জল যোগান কেনেকৈ কৰিব লাগে ইত্যাদি কথাৰ দিহা ডাকৰ ভনিতাত সুন্দৰকৈ বৰ্ণিত হৈছে। বতৰ বিজ্ঞানীৰো কাম ডাক পুৰুষে কৰিছে—

'যেবে বৰষে পুহ।

ধান গুছি হয় তুঁহ।।

যেবে বৰষে মাঘৰ শেষ।

ধন্য ৰজাৰ ধন্য দেশ।।'

আকৌ কৈছে—

'যদি বৰষে আঘোণে,

ৰজা যায় মাগোনে।'

আঘোণ মাহত বৰষুণ হ'লে কীটে শস্য নষ্ট কৰে আৰু দেশত খাদ্যাভাৱে দেখা দিয়ে।

আকৌ কোৱা হৈছে—

' এক আহিনে ধান

তিনি শাওণে পাণ।'

আহিন মাহত পথাৰ নদন-বদন হৈ পৰে। আনহাতে তিনিটা শাওণ মাহ পাৰ হ'লে পাণ চিঙিব পৰা হয়।



আকৌ পুহত পাকৰি গোজ, মাঘ মাহত মাকৈ খেতি আৰু চ'ত মাহত মৰাপাটৰ খেতি লগাব লাগে, ভাল ফল পোৱা যায়। যেনে—

পুহত পাকৈ, মাঘত মাকৈ, চৈতত পটা।

সিহে বাপেকৰ বেটা।।

এই বিলাক কথা দৰঙৰ মানুহৰ মুখে মুখে শুনিবলৈ পোৱা যায় আৰু কাৰ্য ক্ষেত্ৰত প্ৰয়োগ কৰি যথেষ্ট উপকৃত হোৱাও দেখা গৈছে।

ধানখেতিত পানী যোগান অপৰিহাৰ্য কথা। ধানৰ গুৰিত পানী ৰাখিব নোৱাৰিলে অধিক উৎপাদন আশা কৰিবনোৱাৰি। সেয়ে ডাকে কৈছে—

'ঘন ঘনকৈ দিবা আলি।

পৰ্বততো ৰুবা শালি।।

আহিন কাতিত ৰাখিবা পানী।

যেনেকৈ ৰাখে ৰজাই ৰাণী।।

তেও যদি নহয় শালি।

ডাকক তুমি পাৰিবা গালি।।'

খেতিৰ বাবে মাটি উপযুক্ত ভাবে প্ৰস্তুত কৰি লোৱা বাঞ্চনীয়। মাটিৰ চাহৰ ওপৰত খেতিৰ গুণা গুণ নিৰ্ভৰ কৰে আৰু বিভিন্ন শস্যত বিভিন্ন চাহৰ প্ৰয়োজন হয়।

' ষোল্ল চাহে মূলা, তাৰ আধা তুলা।

তাৰ আধা ধান, বিনা চাহে পাণ।।'

বৰ্তমান সময়ত কলৰ খেতি এক অতি লাভজনক ব্যৱসায়। ভালদৰে কলখেতি কৰি এটি পৰিয়াল সহজতে পোহ-পাল দিব পাৰি। সেয়ে ডাকে কৈ গৈছে—

' তিনিশ ষাঠি জোপা ৰুবা কল।

মাহেকে পষেকে চিকুনাবা তল।।

এহাত ছয় আঙুল দিবা পোট।

তেহে দেখিবা কলৰ গোট।।

পাত- পচলা লাভত খাবা।

লঙ্কাৰ বনিজ ঘৰতে পাবা।।

বৰ্তমান সময়ত কুঁহিয়াৰ খেতিও এটি অতি লাভজনক ব্যৱসায়। এডাল কুঁহিয়াৰতে ১২/১৪টকা পোৱা যায়। এই খেতি কিন্তু কষ্টসাধ্য। মানুহৰ জোৰ নহ'লে এই খেতি কৰা টান। সেয়েহে ডাকে কৈছে—

'ছয় পো বাৰ নাতি।

তেহে কৰিবি কুঁহিয়াৰ খেতি।।'

বিভিন্ন খেতি আৰু খেতি পদ্ধতি সম্পৰ্কে বিস্তৃত বৰ্ণনা ডাকৰ বচনত আছে

যদিও প্ৰবন্ধৰ পৰিসৰলৈ চাই সকলো বিলাক উদ্ধৃত কৰিব পৰা নগ'ল।

অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ফুৰি এটি অভিজ্ঞতা হৈছে যে দৰঙৰ মানুহৰ খোৱাৰ ৰুচিবোধ অলপ বেলেগ ধৰণৰ। পকা তেতেলি বা পকা ঔ-টেঙাৰ লগত বুঢ়া বৰালি, তিলৰ লগত শ'ল মাছ, দৰিকণা মাছ খাৰনি বা আদা পাতেৰে জাল দিয়া, বিষ্কনাত দিয়া কাৱৈ মাছ ইত্যাদি ইত্যাদি। ডাকৰ বচনতো এই কথা উল্লেখ আছে ৰন্ধন প্ৰকৰণত—

'পকা তেতেলি, বুঢ়া বৰালি,
প্ৰচুৰকৈ জাল দিবা টানি।
কাঢ়ি দিবা টেঙাৰ জোল,
খাবৰ বেলা মুণ্ড নোতোল।

আজিকালিৰ সমাজত উচিত ক'বলৈ যাওতেও কাৰোবাৰ ৰোষত পৰা দেখা যায়। গতিকে মনে মনে থকাই ভাল বুলি পণ্ডিতসকলে কয়। ৰাজনীতি কথনত ডাকে তাকেই দোহাৰিছে-

'ডাকে বোলে বঢ়া-টুটা নামাতি,
লগত ফুৰিবা দিনে-ৰাতি।
তেবেসে ৰজাৰ দয়াক পাই,
ধন জন সুখ সবে মিলয়।'

আজিৰ যুগত বিদ্যাৰম্ভ হোৱাটো দৰ্কাৰেই, লগতে ধৰ্মশীলো হ'ব লাগে, নহ'লে বিপদ। ডাকে সেয়েহে কৈছে—

'বিদ্যাৰম্ভ হৈলে বোলে পণ্ডিত,
ধৰ্ম নজানিলে মূৰ্খ পণ্ডিত।'

আনহাতে আকৌ সাক্ষী নোহোৱা ৰায়ত মাত্তি হ'বলৈ মানা কৰিছে—

'যি ন্যায়ত নাহিকে সাক্ষী,
ডাকে বোলে তাক থৈবা ৰাখি।'

আজি- কালি যুৱ প্ৰজন্মই নীতি- নিয়মৰ প্ৰতি অনীহা প্ৰকাশ কৰা দেখা পোৱা যায়। বুঢ়া-বেথাক নমনা দিন পৰিছে। ডাকে কিন্তু সৌ তাহানিতে এই সম্পৰ্কে নীতি-নিৰ্দেশনা জাৰি কৰি থৈ গৈছে এইদৰে—

'পিতৃ-মাতৃ দুইৰো বন্দে চৰণ।
বোলন্ত ডাকে সাৰ্থক জীৱন।।
ষাঠি বছৰত বোলে আই।
আহাৰ শাওনত দোহে গাই।।
পুহত আছু, জেঠত শালি।
তেবেসে জানিবাহা গৃহস্থালি।।'



ঠাণ্ডাৰ দিনত যদি গৰম কাপোৰ নাথাকে, যুদ্ধ ক্ষেত্ৰত যদি হাতত অস্ত্ৰ নাথাকে, যজ্ঞৰ শেষত যদি দক্ষিণা দিয়া নাযায়; তেন্তে সকলো বিড়ম্বনা মাত্ৰ। ডাকৰ ভনিতাতো এই কথা সুন্দৰ ৰূপত প্ৰকাশ পাইছে—

'ৰান্ধন শালত নাবাজে পটা।
স্নান অৱসৰে নভৈল ফোঁটা।।
শীতকালে যাৰ নভৈল বস্ত্ৰ।
যুদ্ধ সময়ত ধুকাইল অস্ত্ৰ।।
যজ্ঞ অৱসানে নাই দক্ষিণা।
বোলন্ত ডাকে পাঞ্চো বিড়ম্বনা।।'

যাত্ৰাদিৰ ক্ষেত্ৰত অসমীয়া মানুহে বাৰ, তিথি, নক্ষত্ৰ আদি মানি চলা দেখা যায়। সোমবাৰ বা শনিবাৰে পূৱ দিশে যাত্ৰা কৰা নিষেধ। মঙ্গলবাৰে ৰাতিপুৱাতে যাত্ৰা কৰিলে সৰ্ব্ব-মন কামনা পূৰ্ণ হয়। ডাকৰ বচনতো এইদৰে পোৱা যায়—

' সোম শনি পূৱে যায়।
দুটা চকুৰ এটা খায়।।
মঙ্গলৰ উষা।
যাহা খুচি তাহা যাহা।।'

ইয়াৰ উপৰিও আৰু অজস্ৰ ডাকৰ বচন গাঁৱৰ চুকে-কোণে সিচঁৰতি হৈ পৰি আছে। ইয়াৰ গূঢ়াৰ্থও মন কৰিবলগীয়া। সেইবোৰ সঁচাকৈয়ে বেদবাক্য স্বৰূপ। যেনে-
-

ৰজাক চিনিবা দানত।
ঘোঁৰা চিনিবা কাণত।।
কটাৰী চিনিবা শানত।
তিৰী চিনিবা টানত।।
মৰে উৰুলি পুঙা।
মৰে পদুলি শুঙা।।
মৰে অলপ পানীৰ মাছ।
মৰে নদী কুলৰ গাছ।।' ইত্যাদি ইত্যাদি—

ইমান বিলাক তাত্ত্বিক কথা ডাকৰ বচনত সংৰক্ষিত হৈছে যে, ইয়াক উলাই কৰা সহজ সাধ্য নহয়। নিৰক্ষৰ অসমীয়া জনগণৰ মাজত ডাকৰ বচন বেদ সদৃশ আৰু ডাক পুৰুষ যেন বেদব্যাসহে। ডাকৰ বচন সমূহৰ বৈজ্ঞানিক বিশ্লেষণ, অধ্যয়ন তথা মূল্যায়ন হোৱা বাঞ্চনীয়।❏❏

# খুলীয়া ভাউৰীয়াৰ গীত

**কৰুণা কান্ত ভাগৱতী**

খুলীয়া ভাউৰীয়া অসমৰ অন্যতম লোক নাট্যানুষ্ঠান। খোল আৰু তালক বাদ্য হিচাপে ব্যৱহাৰ কৰি অহা এইবিধ সাংস্কৃতিক সম্পদ নৃত্য, গীত, বাদ্য তথা অভিনয়েৰে সমৃদ্ধ। অবিভক্ত দৰং জিলাত প্ৰচলিত এই খুলীয়া ভাউৰীয়াৰ উৎপত্তি কাল সম্পৰ্কে মতানৈক্য আছে। একাংশ পণ্ডিতে প্ৰাক্ শংকৰী যুগৰ অনুষ্ঠান বুলি যুক্তি সহকাৰে দাবী কৰিলেও কিছুমান লক্ষণৰ ওপৰত ভিত্তি কৰি উক্ত কলা-কৃষ্টিটোক শংকৰোত্তৰ যুগৰ সৃষ্টি বুলিহে অনুমান কৰিব পাৰি। পিছে বিতৰ্কলৈ নগৈ প্ৰতিপাদ্য বিষয়টোলৈহে আগবঢ়া যাওক।

লোকনাট্য পৰম্পৰাত অভিনয়ৰ পিছতে সংগীত-নৃত্যক বিশেষ স্থান দিয়া হৈছে। খুলীয়া ভাউৰীয়া অনুষ্ঠানতো ইয়াৰ ব্যতিক্ৰম হোৱা দেখা নাযায়। এইবিধ পৰিবেশ্য কলাৰ গীত পদখিনিক সাধাৰণতে তিনিটা শ্ৰেণীত শ্ৰেণীবদ্ধ কৰিব পাৰি ঃ- ওঝা(ওজা)ৰ মুখৰ গীত, নাটকৰ অন্তৰঙ্গ চৰিত্ৰৰ মুখৰ গীত আৰু বহিৰঙ্গ চৰিত্ৰৰ মুখৰ গীত।

ওঝা খুলীয়া ভাউৰীয়াৰ হৃৎপিণ্ড স্বৰূপ। তেওঁ একেধাৰে গায়ক, নৰ্তক,নাট পৰিচালক তথা দৰ্শক-শ্ৰোতা আৰু চৰিত্ৰসমূহৰ মধ্যস্থতাকাৰী ব্যক্তি।তেওঁ নাটকৰ আৰম্ভণীৰ পৰা সামৰণীলৈকে ৰভাৰ তলত সজা আচাৰখলা( মঞ্চৰ পুৰণি ৰূপ)ত উপস্থিত থাকি নিজৰ কৰ্তব্য সম্পাদন কৰে। মূৰত বিশেষ ধৰণেৰে অলংকৃত নাও আকৃতিৰ টুপী, গাত চাপকন চোলা, ব্যাস সংগীতৰ ওঝাৰ জামাৰ সৈতে সাদৃশ্য থকা জামা, কাণত কেৰু, ডিঙিত মাদুলি পিন্ধি, কঁকালত টঙালি মাৰি সোঁহাতত ছোঁৱৰ আৰু বাঁও হাতত ৰুমাল এখন লৈ লয়-লাস ভংগিমাৰে তেওঁ দৰ্শক-শ্ৰোতাৰ আগত প্ৰৱেশ কৰে। নিশা ন মান বজাত আৰম্ভ হৈ পিছদিনা ৰাতিপুৱা সূৰ্য উদয় হোৱাৰ সময়ত শেষ হোৱা একোখন নাটকৰ বেছিখিনি গীত-পদ ওঝাৰ মুখেৰেই পৰিবেশিত হয়। পালিসকলে সেইখিনি দোহাৰে। তাৰ লগে লগে থাকে খুলীয়া- তালুৱৈৰ বাদ্য বাদন আৰু সমন্বিত নাচোন।

ৰভা শুৱনি( বা সভাফুৰেণী) আৰু খোলঘাতেনীৰ পিছতে ভাউৰীয়া খলাত ওঝাৰ নৃত্য আৰম্ভ হয়। ভাউৰীয়া খলাখন নামঘৰৰ সন্মুখত নাইবা মুকলি পথাৰত ৰভাৰ তলত সজা হয়। ৰভাৰ তলৰ সোঁফাল ,বাওঁফাল আৰু সন্মুখত দৰ্শক- শ্ৰোতা বহে। মাজৰ ঠাইখিনিয়েই আচাৰখলা বা ভাউৰীয়া খলা। ভাউৰীয়া খলা খনৰ প্ৰথম ভাগত যাত্ৰা কলপুলি এযোৰ পোতা হয়। ছোঁঘৰটো নেদেখাকৈ এখন আঁৰ-কাপোৰ থাকে। তাত ভাউৰীয়াদলটোৰ নাম-ঠিকনা থকাৰ লগতে অভিনয় কৰিবলগীয়া



নাটকখনৰো নাম লিখা থাকে। আঁৰ কাপোৰৰ আঁৰত থাকি ওঝাই লয়যুক্তভাবে হৰিধ্বনি লগাই দিয়ে আৰু পালিসকলে ধৰে। উদাহৰণ-

| ওঝা | পালি |
|---|---|
| অ' হৰি | অ' ৰাম |
| বাসুদেৱক চিন্তি | হৰি হৰি।। |

ইয়াৰ পিছত ওঝাই আচাৰা খলাত প্ৰৱেশ কৰে। খুলীয়া আৰু তালুৱৈৰ বাদীৰ লগে লগে ওজাই নৃত্য কৰি গুৰু বন্দনা, দিশ বন্দনা, সৰস্বতী বন্দনা আদি গায়। উদাহৰণ -

ওঝা　　পালি　　বাদী

জয় জয় কৃষ্ণ কৃপা —— হয় হয়
ময় দেৱ হৰি এ
মহা মহা পাপীয়ো নিস্
তাৰে যাক স্মৰি।।

গিন্ তাং তাং খেতাং তাং গিন্
গিন্ তাং তাং খেতাং তাং গিন্
গিন্ তাং ..
গিনিট্ গিনিট্ তাং।।

ব্যাস আৰু বাল্মিকী — হয় হয়
প্ৰভৃতি কবি গণ এ
আদ্যা গুৰু বন্দো পিতৃ
মাতৃ চৰণ এ।।

গিন্ তাং তাং খেতাং তাং গিন্
গিন্ তাং তাং খেতাং তাং গিন্
গিন্ তাং ..
গিনিট্ গিনিট্ তাং।।

সৰস্বতী মাৱক কৰোহো প্ৰণাম..
খটাসুৰ বধ পদ কৰিবোহো প্ৰচাৰে।।

গিন্ তাং তাং খেতাং তাং গিন্
গিন্ তাং তাং খেতাং তাং গিন্
গিন্ তাং ..
গিনিট্ গিনিট্ তাং।।

পূবেসে বন্দিয়া যাইবো — হয় হয়
ভানু যে ভাস্কৰ এ

পশ্চিমে বন্দিয়া যাইবো
প্রভু গদাধৰ এ।।

গিন্ তাং তাং খেতাং তাং গিন্
গিন্ তাং তাং খেতাং তাং গিন্
গিন্ তাং ..
গিনিট্ গিনিট্ তাং।।

উত্তৰে বন্দিয়া যাইবো— হয় হয়
কৈলাস শিখৰ এ
দক্ষিণে বন্দিয়া যাইবো
যমৰ নগৰ এ ।।

গিন্ তাং তাং খেতাং তাং গিন্
গিন্ তাং তাং খেতাং তাং গিন্
গিন্ তাং ..
গিনিট্ গিনিট্ তাং।।

আকাশে বন্দিয়া যাইবো— হয় হয়।
আকাশৰ কামিনী এ..
অ' পাতালে বন্দিয়া যাইবো
ষোল্ল শ নাগিনী।।

গিন্ তাং তাং খেতাং তাং গিন্
গিন্ তাং তাং খেতাং তাং গিন্
গিন্ তাং ..গিনিট্ গিনিট্ তাং।।

অৱশ্যে খুলীয়া ভাউৰীয়াৰ দল তথা নাটকভেদে বন্দনাও ভিন্ন ভিন্ন হয়। বন্দনাৰ পিছত খুলীয়াই খোল ঘাতে। এই খোল ঘাতাখিনিক ঘেতা মাৰা বুলি কোৱা হয়। তাৰ পিছত ওঝাই দীগাৰ টানে। পালিসকলে তাক ধৰে। উদাহণ-

দিহা ঃ- অ' মোৰ হৰি এ
প্ৰভু বাসুদেৱ এ
পাদ ঃ- নাৰায়ণং নমস্কৃতং নৰঞ্চৈৱ নৰোত্তমম্।
দেৱীং সৰস্বতীং ব্যাসং ততো জয়মুদীৰয়েৎ।।
নমো হৰি দয়া ময় ই তিনি ভূৱণে কয়
কিবা জানি তোমাৰ মহিমা ৰে...
কোটি কল্প প্ৰভাপতি চতুৰ্মুখ কৰোঁ স্তুতি
তবু তোমাৰ দিতে নাৰে সীমাৰে।। *( পাৰ্থ পৰাজয় নাট)*

দীগাৰ টনাৰ পিছত ওঝাই দশাৱতাৰ বৰ্ণনা কৰি গীত পৰিবেশন কৰে।



পালিসকলে দিহাটো পদৰ মূৰে মূৰে ধৰে।

দিহাঃ- বন্দো মই কৃষ্ণৰ চৰণে নাৰায়ণ এহে।।
পদ ঃ- প্ৰথমে প্ৰণামো ব্ৰহ্মাৰূপী সনাতন।
সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ।।
তযু নাভি কমলত ব্ৰহ্মা ভৈলা জাত।
যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত।।
মৎস্য ৰূপে অৱতাৰ ভৈলা প্ৰথমত।
উদ্ধাৰিলা চাৰিবেদ প্ৰলয় জলত।। ইত্যাদি।

অতীতৰ খুলীয়া ভাউৰীয়াৰ ওঝাই চৰিত্ৰসমূহৰ গমনাগমন সম্পৰ্কে সূত্ৰৰ যোগেদি আগতীয়াকৈ জনাই থাকি শ্ৰোতা-দৰ্শকক নাটকখন বোধগম্য হোৱাত সহায় কৰিছিল। সেয়ে ওঝাৰ অন্য নাম সূত্ৰধাৰ। পিছে পৰৱৰ্তী কালৰ বেছি ভাগ ভাউৰীয়াদলে সূত্ৰই নাটকৰ ৰস ভংগ কৰা বুলি ধাৰণা কৰি সূত্ৰ ধৰিবলৈ বাদ দিলে। কবিতা মতাৰ নিচিনাকৈ ওঝাই সূত্ৰ ধৰিছিল। উদাহৰণ -

এহি মতে সভাসদ শুনা সাৱধানে।
লক্ষ্মী নাৰায়ণ পাছে কৰিলা গমনে।।
( বাদী- গিন্ গিন্...) ইত্যাদি

মূল নাট আৰম্ভ হোৱাৰ আগমুহূৰ্ত্তত নৃত্য ভঙ্গিমাৰে শ্ৰীকৃষ্ণ বা ৰামৰ প্ৰৱেশ ঘটোৱা হয়। ৰামায়ণৰ নাট মেলিলে ৰামক আৰু মহাভাৰতৰ নাট মেলিলে কৃষ্ণক প্ৰৱেশ কৰোৱা নিয়ম। তেতিয়া ওঝাই পদ লগাই দিয়ে আৰু পালিসকলে তাক দোহাৰে। উদাহৰণ-

দিহা - আইলৰে গোলোকৰ পতি দেৱ নাৰায়ণ এহে।
পদ - বলৰামৰ সৈতে কৰে ৰংগে আগমণ।
কুৰুক্ষেত্ৰ ৰণ কথা কৰে আলোচন।।
কৃষ্ণে বোলে যুদ্ধ হৈব কুৰু পাণ্ডৱৰ।
ধ্বংস হৈব কুৰুকুল জয় পাণ্ডৱৰ।।
*( অভিমন্যু বধ)*

মূল নাটতো ওঝাই পাত্ৰ-পাত্ৰীৰ প্ৰৱেশ-প্ৰস্থানৰ উপৰিও তেওঁলোকৰ কাৰ্যাৱলী বৰ্ণনা কৰি গীত-পদ লগাই দিয়ে আৰু পালিসকলে সেই পদ ধৰে। উদাহৰণ-

দিহা - ৰাজাই চলিলৰে ঐ আৱে দুৰ্যোধন ৰায়।
শত ভাতৃ সংগে ৰাজা সভাতে বসয় এ
ৰাজাই চলিল হে।।
পদ - শত ভাতৃ সংগে ৰাজা দুৰ্যোধন ৰায়।
শকুনি সহিতে ৰাজা বসিয়া আছয়।

চাৰি ভাতৃ সংগে যুধিষ্ঠিৰ মহামতি।
পাশা খেলিবাৰ গৈলা অতি শীঘ্রে গতি।
শকুনি সহিতে খেলা দেখি লাগে ভয়।
বাৰে বাৰে যুধিষ্ঠিৰৰ ভৈলা পৰাজয়।
ল'ৰামতি শকুনি যে অতিকে দুৰ্জয়।
কূট পাশা খেলি ধৰ্মে কৰে পৰাজয়।। ইত্যাদি

পাত্ৰ-পাত্ৰীসকলে সভাস্থলীত অভিনয় কৰি ছোঁ- ঘৰলৈ যোৱাৰ পিছত সচৰাচৰ ওঝাপালিয়ে গীত গায়। পিছে যুদ্ধ আদি চলি থকা অৱস্থাত ওঝা পালিয়েও আচাৰ খলাৰ পছিম মূৰত থাকি বীৰত্ব ব্যঞ্জক গীত-পদ গায়। যুদ্ধৰ সেই গীতবোৰে দৰ্শক-শ্ৰোতাকো উত্তেজিত কৰি তোলে। উদাহৰণ -

দিহা - যুদ্ধ কৰে দুঃশাসনে ভীমৰ সহিতে।।
পদ - মহাবলী ভীমসেনে খেদিয়া আসয়।
ৰাক্ষসৰ মূৰ্তি ধৰি অতিকে দুৰ্জয়।।
আটাস পাৰিয়া ভীম কোবক মাৰিলা।
গদাঘাতে দুঃশাসন অস্থিৰ হইলা।।
আঘাত পাইয়া দুষ্ট কম্পিবে লাগিলা।
ওপৰা- উপৰি ভীম মাৰিবে লাগিলা।।
গদাঘাতে পাইয়া দুষ্ট কম্পিবে লাগিলা।
অস্থিৰ হইয়া সিটো বাগৰি পৰিলা।
খৰ্গ লৈয়া ভীমসেনে বুকু বিদাৰিলা।
ৰাক্ষস মূৰ্তিত ৰক্ত পানক কৰিলা।।
*( কুৰুক্ষেত্ৰ মহাসমৰ)*

নাটকৰ কাহিনীৰ পৰিসমাপ্তি ঘটিলে সংস্কৃত নাটকৰ ভৰত বাক্য অথবা অংকীয়া নাটৰ মুক্তি মংগল ভটিমাৰ নিচিনাকৈ ওঝাই ক্ষমা প্ৰাৰ্থনা সূচক গীত লগাই দিয়ে। অভিনয়ত হোৱা ভুল-ক্ৰটিৰ বাবে ভগৱানৰ ওচৰত আৰু শ্ৰোতা- দৰ্শকৰ ওচৰত ক্ষমা বিচৰা হয় এই গীতৰ জৰিয়তে। এই গীতত ওঝা, পালি, খুলীয়া, তালুৰৈ তথা সকলো পাত্ৰ-পাত্ৰীয়ে অংশ গ্ৰহণ কৰে। অৱশ্যে নাটক তথা ভাউৰীয়া দল ভেদে ইয়াৰ দিহা-পদ ভিন্ন-ভিন্ন ধৰণৰ হয়। উদাহৰণ-

দিহা - এ অপৰাধৰ ক্ষমা হে নাৰায়ণ এহে।।
পদ - জয় নমো নাৰায়ণ নিতে নিৰঞ্জন।
ব্ৰহ্মা হৰে চিন্তে সাৰ অৰুণ চৰণ।।
চৰাচৰ পশু-পক্ষী যাৰ গুণ গায়।
ব্ৰহ্মা মহেশ্বৰে যাৰ অন্তক নাপায়।



অনন্ত বদনে যাৰ নাপাইলেক সীমা।
ইন্দ্ৰ চন্দ্ৰ বায়ু বহ্নি নাজানে মহিমা।। ইত্যাদি। *(খটাসুৰ বধ)*

খুলীয়া ভাউৰীয়াৰ দ্বিতীয় শ্ৰেণীৰ গীত হ'ল অন্তৰংগ চৰিত্ৰৰ মুখৰ গীত। নাটকৰ অন্তৰংগ চৰিত্ৰ সমূহে বিলাপ, প্ৰেম- আনন্দৰ গীত তথা বীৰত্বসূচক গীত নাটকীয় প্ৰয়োজনত গায়। নাটকৰ কৰুণ দৃশ্য প্ৰদৰ্শিত হ'লে পাত্ৰ বা পাত্ৰীয়ে বিলাপ কৰি সমজুৱাক কন্দুৱাই দিয়ে। উদাহৰণ-(অভিমন্যুৰ বিলাপ)

দিহা - অ' পিতা সব্যসাচী অ' মামা যদুপতি
দেখা দিয়া মৰণ কালত এ।
সপ্তৰথী বেৰি মাৰে একাকী ৰণত এ।।
পদ - ক'ত আছা পিতা মোৰ আহাহে সত্বৰে।
আজিৰ ৰণতে মোৰ নৰহে জীৱনে।।
প্ৰৱেশ কৰিলো মই নাজানো নিৰ্গমে।
এহেন বিপদে বাপ কৰাহা উদ্ধাৰে।।
কৃষ্ণ মোৰ মাতুল অৰ্জুন মোৰ বাপ।
মৃত্যু কালে নেদেখিলো বৰ মনস্তাপ।।
ক'ত আছা বৃকোদৰ ধৰ্মহে ৰাজন।
নকুল সহদেৱ দুয়ো মাদ্ৰীৰ নন্দন।।
নেদেখিলো মৰমৰ উত্তৰা প্ৰেয়সী।
মৰণ সময়ে মোৰ জীৱন লগৰী।।
*(কুৰুক্ষেত্ৰ মহাসমৰ)*

নাটকৰ চৰিত্ৰৰ মুখত কেতিয়াবা প্ৰেমৰ গীত শুনা যায়। ' অভিমন্যু বধ' নাটকত থকা উত্তৰাৰ মুখৰ গীত এটা হ'ল-

দিহা - আহা স্বামী যাও অ' ফুলনি বাৰীতে
ফুলৰ শোভা চাও।
পদ - উত্তম বিচনাত বহি খেলি খেল।
এঘাৰ বছৰে মোৰ যৌৱন কাল।।
বাৰ বছৰতে তুমি বিবাহ কৰালা।
তোমাক পাই আই বোপায়ে তেজিলা।।

পাত্ৰ-পাত্ৰীয়ে নাটকীয় প্ৰয়োজনৰ খাতিৰত বীৰত্ব সূচক গীত পৰিবেশন কৰে। 'অভিমন্যু বধ' নাটকৰ দুঃশাসনৰ মুখৰ গীতৰ এটা উদাহৰণ হৈছে—

আনিছোঁ দ্ৰৌপদী পাণ্ডৱৰে সতী
আনিছোঁ দুৰ্যোধনলৈ ই হে।।

দ্ৰুপদ জীয়ৰী আহাহে লাহৰী

অ' দুৰ্যোধন দাদাৰ কাষলৈ হে।। ইত্যাদি। *(অভিমন্যু বধ)*

খুলীয়া ভাউৰীয়াৰ বহিৰংগ চৰিত্ৰ হৈছে বহুৱা চৰিত্ৰ। নাটকৰ কাহিনীৰ সৈতে বহুৱাৰ কাৰ্যাৱলীৰ প্ৰত্যক্ষ সম্পৰ্ক নাই। তথাপি নাটকখনৰ ই এটা অপৰিহাৰ্য্য চৰিত্ৰ। নাটকৰ দৃশ্যাৱলীৰ পৰা সাময়িকভাৱে দৰ্শক-শ্ৰোতাক ৰেহাই দি বহুৱাই মনোৰঞ্জন প্ৰদান কৰে। এখন নাটকত প্ৰয়োজন সাপেক্ষে একাধিক বহুৱা থাকিব পাৰে। সমকালীন সমাজখনত ঘটি থকা ঘটনাৰাজিক এওঁলোকে ব্যংগ কৰি সমজুৱাৰ আগত উপস্থাপন কৰে। এওঁলোকে ধেমেলীয়া দৃশ্য হিচাপে নাইবা ধেমেলীয়া গীত হিচাপে এই বিলাক সমাজৰ আগত দাঙি ধৰে। পিছে মানুহৰ ৰুচি অভিৰুচি সলনি হোৱাৰ লগে লগে বহুৱাৰ এটা সময়ৰ জনপ্ৰিয় গীত অন্য এটা সময়ত অপ্ৰাসঙ্গিক হৈ পৰে। অতীতত অসমীয়া মানুহে কানি বৰবিহ খাই কাণীয়া হৈ পৰিছিল। সেই সময়ত বহুৱাই কানিৰ অপকাৰিতাৰ ওপৰত ব্যংগ কৰি গাইছিল। উদাহৰণ-দিহা - অ' কানীয়া ভাই কি কৈ কি কৈ বধিলি

মোকে ধোৱা খোৱা চল কৰি বধিলি মোক

পদ - কানীয়াই কানি খাই গা কৰিলি গোটা।

একে দিনাই বেচি পেল্লি বাপেৰ্ দিনৰ পানী থৱা লোটা।।

কানীয়াই কানি খাই গা কৰিলি ঘাটি।

একে দিনাই বেচি পেল্লি বাপেৰ্ দিনৰ পানী খাৱা বাটি।। ইত্যাদি।

পিচে কানিৰ প্ৰচলন বন্ধ হোৱাৰ লগে লগে সেই গীতে সমাদৰ নোপোৱা হ'ল। সমাজ ব্যৱস্থাৰ সলনি হ'ল। এটা সময়ত অসমত স্ত্ৰী শিক্ষাৰ প্ৰচলন নাছিল। স্ত্ৰী শিক্ষাৰ প্ৰচলন যেতিয়া হৈ আহিল তেতিয়া স্কুলত পঢ়া ছোৱালী কিছুমানে ল'ৰালৈ প্ৰেম-পত্ৰ লিখাত ধৰিলে। তাকে দেখি-শুনি সেই সময়ৰ ভাউৰীয়াৰ বহুৱা কিছুমানে এইলৈ ব্যংগ কৰি গাইছিল। উদাহৰণ-

দিহা - অ' মোৰ ঝিয়াখান ঐ

বেয়া নাপাবি মোৰ ঝিয়াখান ঐ।।

পদ - ঐ এ আগৰ দিনৰ ঝিয়াখানৰ বহল বহল পিঠি।

আজি-কালিৰ ঝিয়াখানৰ গাৰুৰ তলত চিঠি।।

ঐ এ আগৰ দিনৰ ঝিয়া ভাইহাত আছিল মোটা মোটা।

আজি-কালিৰ ঝিয়াখানে পিন্ধেই চেণ্ডেল-জোতা।।

আঠিয়া কলৰ পাত-পচলা মুইন্হা কলৰ পুলি।

ঝিয়া খানক বিয়া নেদেই চলি কান্দেই বুলি।। ইত্যাদি।

আজি সেই গীতে মানুহক মনোৰঞ্জন দিব নোৱাৰা হ'ল। মোবাইল ফোনৰ যুগত প্ৰেম-পত্ৰৰ প্ৰাসংগিকতা হেৰাই গ'ল। কৃষিজীবি সমাজত হালবোৱা কামটো



স্বাভাৱিক কৰ্ম। হালৰ হালোৱা গৰু বজাৰৰ পৰা সচৰাচৰ কিনা হয়। এবাৰ বুঢ়া মানুহ এজনৰ ক্ষেত্ৰত হাস্যকৰ ঘটনা এটা ঘটিছিল। সেইটোকে কোনোৱা বহুৱাই ভাউৰীয়াত ভাও দি দি সুকনান্নী ওজাপালিৰ সুৰত সংগীতসহ এইদৰে গাইছিল-

দিহা - এ হা হৌ ডিলাত কামেৰি ধৰা

ঠেলা মাল্লি বাগেৰি পৰা

ফাচন দিলি ল'ৰ্‌বা নৰা

অ' মোৰ বুঢ়া হালুৱা হ অ......।।

পদ - গৰু কিন্‌বা যাও বুলি বুঢ়াই বুঢ়ীক কলা।

আঠিয়া কলে বোকা চাউলে মোনাত ভৰেই ললা।।

গৰু কিন্‌বা যাওতে বুঢ়াৰ বাটত উঠিল জ্বৰ।

বুঢ়া হালুৱাৰ পাতি থৈছি দুইশ টকা দৰ।।

বুঢ়াই কৰৈ বুঢ়া হালুৱা বুঢ়ী কৰৈ বাজন।

কালি পুৱাইলগেই দিম এক্‌হেতিয়া ফাচন।।

গৰু কিনি আনি বুঢ়াই বাটত চালা দাঁত।

বুঢ়া হালুৱাৰ হৈ আছেই বয়স নাম্ চৌপাত।।

গৰু কিনি আনন্তে গৰুৰ বাটত উঠিল টেঙুৰ।

টেঙুৰ উঠা দেখি বুঢ়াই মোচেৰি দিলা নেঙুৰ।।

তেওঁ গৰুই নুঠন্তে বুঢ়াই মূৰত দিলা মুতি।

বুঢ়া হালুৱাই মুত পাই মাৰি দিলা ছুটি।।

এনেকৈ বিভিন্ন বিষয়ৰ বহুৱাৰ গীত সৃষ্টি হ'ল হ'ল আৰু সমাজত সমাদৃত হ'ল। অসমৰ পৰা বিদেশী বহিস্কৰণ আন্দোলনৰ সময় আহিল। আন্দোলনৰ সক্ৰিয় কৰ্মী আৰু সমৰ্থকক চি.আৰ.পি.য়ে ধৰি নি জেলত ভৰাই থোৱা কৰিলে। গাঁৱে-ভূঞে চি. আৰ. পি. পিয়াপি দি ফুৰা হ'ল। ভয়ত গাঁৱৰ মানুহবোৰে নদীৰ পাৰৰ হাবি, পথাৰ, বাঁহৰ তল, খেৰৰ পুঁজি, গোহালি ঘৰ আদিত ৰাতি ৰাতি লুকাই থকা কৰিলে। পিছত এইলৈ কিছুমান ধেমেলীয়া গীত ৰচিত হ'ল। প্ৰসংগক্ৰমে কৈ থোৱা হ'ল, এই লেখকো সেই সময়ৰ 'ভাগৱতীপাৰা খুলীয়া ভাউৰীয়া দল' নামৰ বালিপোতা গাঁৱৰ খুলীয়া ভাউৰীয়া দল এটাৰ অন্যতম বহুৱা আছিল। এই লেখকে মুখে মুখে ৰচনা কৰি ভাউৰীয়াত ৰংগোৱা ওজাপালিৰ সুৰত সংগীসহ গোৱা গীত এটি হৈছে-

দিহা - চি. আৰ.পি.ৰ লতিঘটি গজেন্দ্ৰ শালপতি।।

পদ - আহি পালা চি. আৰ. পি. বালিপোতা ঘূৰি।

প্ৰথমতে দেখা পালা গাম্‌বুৰেণী বুৰী।।

টোকন লৰৈ ৰাইফল লৰৈ আৰু ঘূৰত টুপী।

লখেশ্বৰী খবৰ দিলা পলাল বংশী-গোপী।।

ইন্দ্রেই পলাল সন্ধি পলাল পলাল বীৰেন ভাই।
বাঁহৰ তলত লুকেই থাকিল জিতেন পৱন কাই।।
বলনৰ গৰাত লুকাল ভোবন- বানেশ্বৰ।
ঘোঁৰাপাক দেখি সত্যই উঠি মাল্লা লৰ।।
মেনেজাৰৰ হাত ভাঙিল মুদাৰামৰ ভৰি।
কুঁহিৰাম দাউৰ্বা লাগ্‌ছি পেংটা- পেংটি কৰি।।
বালিপোতাৰ চ'কত আছিল ধৰ্মেশ্বৰ মিচ্‌তিৰি।
লৰ মাৰন্তে ওলেই পৰিল চোলাৰ জেপৰ বিৰি।।
পেটৰ বিহত কেকেই থাকিল ভাগেতীপাৰাৰ পোনা।
ভেবলু ভকতে এৰি দাউৰেই গাজি কলৰ দোনা।।
খেৰৰ পুঁজিৰ তলত লুকাল ভুপেন আৰু কেতৌ।
সোণাৰাম বুৰাই গৰ্খাইত হ'ল লেতৌ-পেতৌ।।
শোভনৰ মাক বুৰী থাকেই ঘৰৰ পাছত কান্দি।
কামদেউ শৰ্মা লুকেই থাকিল ঘৰত গাতা খান্দি।।
গলিঘৰত লুকেই থাকিল থানু মাহাজন।
বাপন ঠাকুৰ বেঙ্গ হৈলা আৰু হৰিধন।। ইত্যাদি

মুঠতে ভাউৰীয়াৰ বহুৱাসকলে গোৱা গীত-পদৰ সীমা সংখ্যা নাই। তেওঁলোকে স্বভাৱ কবি। সময় আৰু পৰিৱেশৰ সৈতে খাপ-খোৱাকৈ হাস্যৰসযুক্ত গীত মুখে মুখে ৰচনা কৰি গাই তেওঁলোকে খুলীয়া ভাউৰীয়াৰ দৰ্শক-শ্ৰোতাক আমোদ দিয়ে।

প্ৰাক্‌- শংকৰী আৰু শংকৰোত্তৰ যুগৰ বিভিন্ন নাট্যধৰ্মী অনুষ্ঠানৰ সৈতে খুলীয়া ভাউৰীয়াৰ সাদৃশ্য আছে। সাজ-পোচাক আৰু নাটকীয় আংগিকৰ উপৰিও গীত-পদৰ ক্ষেত্ৰত সেই সাদৃশ্য পৰিলক্ষিত হয়। পুতলা নাচৰ গায়ন-বায়ন আৰু তালুৰৈৰ কাৰ্যাৱলীৰ মিল আছে। গীত-পদৰ ক্ষেত্ৰত কোনটো খুলীয়া ভাউৰীয়াৰ বহুৱাৰ গীত, কোনটো ঢেপাঢুলীয়াৰ ধেমেলীয়া গীত, কোনটো পুতলা নাচৰ গীত অথবা কোনটো সুকনানী ওজাপালিৰ শেষত গোৱা ওপৰঞ্চি গীত বাছি উলিওৱাই টান হৈ পৰে। আনহাতে খুলীয়া ভাউৰীয়াৰ খোলঘাতা, বন্দনা, দীগাৰ আদি অনুষ্ঠানক অংকীয়া ভাওনাৰ বৰ ধেমলি, সৰু ধেমালি আৰু ঘোষাৰ ধেমালিৰ অন্যৰূপ যেন লাগে।

সাহিত্যিক মূল্য আৰু সাংগীতিক মূল্যৰ ক্ষেত্ৰত খুলীয়া ভাউৰীয়াৰ গীত যথেষ্ট চহকী। ৰূপক আৰু কাহাৰ্বা তালৰ প্ৰয়োগ ইয়াৰ গীত-বাদ্যত পৰিলক্ষিত হয়। সাধাৰণতে দুলড়ী, ছবি আৰু পদ ছন্দত গীত সমূহৰ দিহা-বিলাক ৰচিত হয়। পদ অংশ পিছে পদ ছন্দতেই ৰচিত হোৱা দেখা যায়। কাব্যৰ নৱৰসৰ ভিতৰত বীৰ ৰস,



কৰুণ ৰস, শৃঙ্গাৰ ৰস তথা হাস্য ৰসৰ ব্যৱহাৰ এই গীতত অধিক। অৱশ্যে ওঝা পালিয়ে গোৱা বন্দনা গীতত ভক্তি ৰসৰ নিজৰাও জৰি থাকে। যুদ্ধ আদিৰ গীতত বীৰ ৰস, বিলাপত কৰুণ ৰস আৰু বহুৱাৰ গীতত হাস্যৰসৰ প্ৰয়োগ মন কৰিবলগীয়া।

মুঠতে অসমৰ অন্যতম পৰিৱেশ্য কলা খুলীয়া ভাউৰীয়াৰ গীত সমূহ আমাৰ সাংস্কৃতিক সম্পদ। ইয়াক স্বৰলিপিৰ জৰিয়তে অথবা অন্যান্য বিজ্ঞান সন্মত ব্যৱস্থাৰে সংৰক্ষণ কৰা উচিত। এই ক্ষেত্ৰত সাংস্কৃতিক কৰ্মীসকলে দায়িত্ব গ্ৰহণ কৰি গীত সমূহ বিলুপ্তিৰ গ্ৰাসৰ পৰা ৰক্ষা কৰিব বুলি আমি আশা কৰো।□□

*লেখাটো যুগুত কৰাৰ সময়ত তথ্য যোগান ধৰি লেখকক সহায় কৰা ব্যক্তিসকল হৈছে- সৰ্বশ্ৰী গুণীৰাম ৰাভা ওঝা,( ছৈবাৰী, টংলা; জিলা- ওদালগুৰি), গোপাল ৰাভা ( পুব ফুটুকী বাৰী,টংলা, জিলা-ওদালগুৰি), নৰম ৰাভা ( গেৰুৱা, টংলা, জিলা-ওদালগুৰি), যোগেন ডেকা( পলাহগড়, জিলা- ওদালগুৰি), খৰ্গেশ্বৰ বৰদলৈ ওঝা( ভূএগ্ৰাখাট; জিলা- ওদালগুৰি), পুনুৰাম ডেকা ওঝা (বৰাখাট, টংলা; জিলা- ওদালগুৰি) আৰু তৰুণ আজাদ ডেকা ( চেঙাপথাৰ, জিলা-ওদালগুৰি)। ব্যক্তিসকলৰ ওচৰত লেখক কৃতজ্ঞ। - লেখক)*

# দৰঙৰ খেল-ধেমালিৰ গীত

## শশীধৰ নাথ

দৰঙৰ খেল-ধেমালিৰ গীত সমূহ অসমৰ লোকগীত তথা লোক- সাহিত্যৰ অমূল্য সম্পদ। প্ৰাচীন কালৰে পৰা পৰম্পৰাগতভাৱে ঘাইকৈ গাঁৱলীয়া অঞ্চলৰ ল'ৰা-ছোৱালীৰ মাজত দৰং তথা অসমত প্ৰচলিত হৈ অহা বেছি সংখ্যক লোক-খেল ধেমালিয়েই আধুনিক আমদানিকৃত খেল-ধেমালিৰ প্ৰভাৱত লোপ পাবলৈ আৰম্ভ কৰিছে আৰু তাৰ লগে লগে সেই খেল-ধেমালিৰ লগত জড়িত গীত সমূহো মানুহৰ মুখৰ পৰা হেৰাই যাবলৈ ধৰিছে। আপুৰুগীয়া সম্পদ স্বৰূপ এই সমূহ খেল ধেমালি আৰু গীতৰ উদ্ধাৰ আৰু সংৰক্ষণৰ নিতান্তই প্ৰয়োজন হৈ পৰিছে।

এই খিনিতে উল্লেখ কৰি থোৱা ভাল হ'ব যে 'দৰঙৰ খেল-ধেমালিৰ গীত' শীৰ্ষক আলোচনাটি আগবঢ়াবলৈ লোৱা হৈছে যদিও এই সমূহ লোক-খেল আৰু গীত অকল দৰঙতে নহয়, সমগ্ৰ অসমতে কম বেছি পৰিমাণে প্ৰচলিত হৈ আহিছিল, মাথোন কোনো কোনো খেল ধেমালিৰ নামকৰণ আৰু খেলন পদ্ধতিৰ কিছু ভিন্নতা আছে আৰু সেইদৰে তাৰ লগত জড়িত গীতবোৰো হয়তো মুখ বাগৰি অহাৰ কাৰণেই ঠাই আৰু অঞ্চল বিশেষে কিছু প্ৰাৰ্থক্যও আছে। আনকি দৰ অঞ্চলতে ঠাই বিশেষে এনে ব্যতিক্ৰম দেখা পোৱা যায়।

লোকগীত, লোক কথাৰ নিৰ্দিষ্ট ৰচকৰ নাম পাবলৈ নাই যদিও এই সমূহ যে অনাক্ষৰী চহালোকৰ সৃষ্টি এই কথা সত্য। এই লোক খেল-ধেমালিৰ গীতসমূহো তেনে চহালোকৰেই মনোৰম সৃষ্টি। মন কৰিবলগীয়া কথা এয়ে যে খেল-ধেমালিৰ লগত গোৱা গীতসমূহৰ পংক্তিসমূহ বেছিভাগেই অৰ্থহীন আৰু খেলৰ লগত সম্পৰ্ক নথকা; মাথোন খেলৰ গতিধাৰা বা খেলন পদ্ধতি চলাই নিয়াত এই অৰ্থহীন গীতবোৰে সহায় কৰাৰ উপৰিও খেলত অংশগ্ৰহণকাৰীসকলক উৎসাহ, প্ৰেৰণা আৰু বিপুল আনন্দ প্ৰদান কৰে। অৱশ্যে কিছুমান খেলৰ লগত গীতৰ একেবাৰে সম্পৰ্ক নথকাও নহয়। বয়সস্থ লোকে খেলা খেল-ধেমালিতকৈ সৰু বা চেমনীয়া ল'ৰা- ছোৱালীয়ে খেলা খেল-ধেমালিতহে গীতৰ প্ৰাচুৰ্য দেখা যায়।

যথা সম্ভৱ আক্ষৰিক ক্ৰমানুসাৰে খেলসমূহৰ নাম আৰু তাৰ লগত জড়িত গীতসমূহ তলত উল্লেখ কৰা হ'ল। খেলসমূহৰ সম্পূৰ্ণ বিৱৰণ ইয়াত দিয়া হোৱা নাই।

**(১) অজলা অকৰা খেলৰ গীত ঃ**

বেছি সংখ্যক ল'ৰা-ছোৱালীয়ে ঘূৰণীয়াকৈ বা শাৰী পাতি বহি কোনোবাজনে লুকুৱাই ৰখা গুটি এটি বা বস্তু এপদ গীতৰ নিম্ন আৰু উচ্চস্বৰৰ জৰিয়তে এজনে



বিচাৰি উলিয়াবলৈকেই এই গীত গোৱা হয়। গীতটিত মাথোন একেটাই শাৰী;— তাকে গীতৰ সুৰত বাৰে বাৰে গোৱা হয়। গীতৰ সলনি নিম্ন আৰু উচ্চ শব্দ কৰি হাত চাপৰি বজায়ো এই খেল খেলা হয়।

গীতৰ শাৰীটো হ'ল— তুমি কেনেনো অজলা অকৰা....,
বাপু/মাই তুমি কেনেনো অজলা অকৰা.......।

**(২) অলৌ গুটি খেলৰ গীত ঃ**

এখন হাতত মুঠি মাৰি লুকুৱাই ৰখা গুটিটো বিচাৰি উলিয়াবলৈ আন এজনে বা এজনীয়ে গুটি লুকুৱাই ৰখাজনৰ হাতৰ মুঠি চুই চুই এনেদৰে গায় -

(ক) অলৌ গুটি টলৌ গুটি
কচুপাতৰ লাই,
যেই হাতে গুটি আছে
সেই হাতে পায়।

(খ) অলৌ গুটি টলৌ গুটি
কচুগুটিৰ লাই
ইখন (এইখন) হাতৰ গুটিটো
সিখন(সেইখন) হাতে পায়।

**(৩) আৰে ৰে খেলৰ গীত-**

কম সংখ্যক সৰু ল'ৰা-ছোৱালীয়ে জুম পাতি খেলা এইখেলৰ গীত এনেধৰণৰ

(ক) - আৰে ৰে বগুৰী ৰে
- পয়েৰে ক'ক গেইছি?
-খেৰ কাইপে(কাটবা)।
- কোনে কইছি?
- নেতাই কইছি?
- কোন নেতা?
- বৰ নেতা।
- মাল্লু বগুলা, ঝুল্লু পাখি।
- এড়ীয়া কাপোৰৰ দীঘল দহি।
- নেতাক বান্ধো কহি কহি।
- ভেলাক বান্ধো কহি কহি।
- ভেলা ঘুৰ ঘুৰ।

(খ) - আৰে ৰে বাপে ( বাপেৰে) ক'ক গেইছি?
- খেৰ পুঁজিৰ তলক।

- কিয়া?
- খেৰ আনৱে( আন্‌বা)।
- কইনাটো ক'ক গে'ল?
- বগুৰী তলক।
- কিয়া?
- বগুৰী আনৱে( আনবা)।

(৪) **ইচেনি বিচেনি বা হুদু মুদু খেলৰ গীত ঃ**

কেবাটাও ল'ৰা-ছোৱালীয়ে ঘূৰণীয়াকৈ লেপেটাকাঢ়ি বহি মাটিত উবুৰিয়াই লোৱা হাতৰ পিঠিবোৰত কোনোবা এজনে লাহে লাহে ভুকুৱাই এনেদৰে সুৰ লগাই গাই যায়-

(ক) ইচেনি বিচেনি মৈৰা দৈ,
মৈৰা এখন পাৰি থৈ;
ধোপৰ তলত ধুপুনী,
মৈৰা পৰে আপুনি;
মৈৰা পাৰে চিলা পাৰে,
পৰশু ৰাজাই ধান কাটে;
এল পাত বেল পাত,
ৰাজাই কাটে চিৰিহাত;
চিৰি হাতৰ দুখান পিঠি,
ৰাজা যায় হাথীত উঠি;
এক টান বেত টান,
সৌখা গুটি বৰ টান।

(খ) ইচেনি বিচেনি ঢেপেলা বিচেনি
গৰিয়া ৰাজাই পাল্লা পাটী,
তাত পৰি গে'ল মকৰা হাথী
মকৰা হাথী লৰেই চৰেই
কোৱা হাথী ডিমা পাৰেই;
এলপাত বেলপাত,
ৰজাই কাটে চুৰি হাত;( ৰজাই কাটে চিৰি হাত)
চুৰি হাতৰ ইপৌ পৌ অৰ্জুন ঘাই,
কল পাল্লু আখা মুখা,
কলত পৰিল মাছ থোকা;
মাছ থোকাৰ দীঘল ঠোঁঠ,



নিতৌ আনে বল্লি গোট;
বল্লি গোটৰ নাই শিং
কুবেই মাৰিম দশ কিল;
অকা বকা তিন্টা লকা,
সেৱা লুটি চন্দন কাটি
বাঘ গে'ল ফোচ্‌কা।

(গ) ইচেনি বিচেনি ঢেপেলা বিচেনি
মৌপাৰে চিলা পাৰে চৌ চৌ,
দেউতা ৰাজাই চাউল কাৰে
টৌপাতি থৌ।

(ঘ) হুদু মুদু টেকেলি,
ৰৌ মাছৰ বাকেলি;
হাথীয়ে যুঁজে মহে যুঁজে,
কাৰ (মোৰ) কথা কোনে বুজে;
(ধোপৰ) ধুপৰ তলৰ কুঁকুৰা(মলুৱা)
মোকো বোলেই মকুৰা (খকুৰা);
এলপাত বেলপাত,
ৰজাই কাটে চিৰি হাত
চিৰি হাতৰ দুখন পিঠি,
মই যাঁও হাথীত উঠি;
এক টান, বেত টান,
সৌখাৰ গুটি খুব টান;
সাত ভাই মলুৱা ভাই,
খেতি কৰি ভাত খায়।

(৫) **উকুলি মুকুলি খেলৰ গীত ঃ**

সৰু ল'ৰা-ছোৱালীয়ে ঘূৰণীয়াকৈ শাৰী পাতি নাচি নাচি এই গীতটি গায়-

কুক্ কুক্ কুকুলি,
আমি খেলো গধূলি;
উকুলি কুকুলি খেলো,
কুকুলি খেলি ৰংমেলা পাতো।
আলি কাটি ৰেল দিম,
ৰাজা কাটি হুকুম দিম;
ঘৰিয়াল ভাই,

খেদোতে খেদোতে মনিচক যায়।

(৬) **এজিম চেজিম গউ খেলৰ গীত ঃ**

এই খেলত এজনে এদল ল'ৰা-ছোৱালীৰ ওচৰলৈ আহি থাকোঁতে প্ৰশ্নোত্তৰ ধৰ্মী এই গীত যায়। গীতটি সম্পূৰ্ণকৈ উদ্ধাৰ কৰিব পৰা নগ'ল। গীতাংশ এনেধৰণৰ—

- ৰজাই আদেশ দিছে- এজিম চেজিম গউ,
- কি আদেশ দিছে?- এজিম চেজিম গউ,
- এজনী ছোৱালী লাগে- এজিম চেজিম গউ,
- কোনজনী ছোৱালী লাগে?- এজিম চেজিম গউ।

(৭) **কপৌ খেলৰ গীত ঃ**

ছোৱালীৰ মাজত অতি জনপ্ৰিয় এই কপৌ খেল। এই খেল এজনী ছোৱালী কপৌ হৈ হাতত ধৰাধৰিকৈ বেৰ দি থকা এদল ছোৱালীৰ ওচৰলৈ আহি উভয়ৰে মাজত উক্তি প্ৰতুক্তিৰে গীতৰ সুৰত এনেদৰে গায়,- (বেৰ দি থকাসকলক 'দল' বুলি কয়)

কপৌ— (মুখত দুই হাত দি) কু কু কুক
দ'ল— ধান দিম, পতান দিম, খাহি।
কপৌ — বোকা আছে, পানী আছে কেন্‌কে যাম?
দ'ল — বাঁহ গছত(অমিতাৰ গছত) দেউকা আছে, দেও দি দি আহ।
দ'ল — চেই চেই।
(কপৌ দেও দি দি দ'লৰ ওচৰলৈ আহিব।)
দ'ল— ক'ৰপে আইছা?
কপৌ— কুকুৰৰ ঘৰৰ পে।
(কপৌ উলটি গৈ আকৌ দেও দি আহিব)
দ'ল — ক'ৰ পে আইছা?
কপৌ — শিয়ালৰ ঘৰৰ পে।
দ'ল — চুঃ চুঃ
(কপৌ উলটি গৈ আকৌ আহিব।)
দ'ল— ক'ৰ পে আইছ?
কপৌ— গোসাঁই (ৰজাৰ) ঘৰৰ পে।
(দ'লে কপৌ এটিক তেতিয়া বেৰৰ ভিতৰত সোমাবলৈ দিব) বেৰৰ ভিতৰত থিয় হৈ কপৌয়ে বেৰ সজা বিলাকৰ বিভিন্ন অংগ ছুই ছুই কব।)



কপৌ— এইটু ঔ, এইটু গাঁঠি,
এইপিনে কাটিম নে নেকাটিম?
দ'ল— গেলা গৰু।
কপৌ— এইপিনে কাটিম?
দ'ল— গেলা ম'হ।
কপৌ— বেজি সিওঁ সিওঁ?
দ'ল— নিসিবি, নিসিবি।
কপৌ— ভৰি ভাঙি যাম যাম?
দ'ল— নাযাবি, নাযাবি।
কপৌ— কঁকাল ভাঙি যাম যাম?
দ'ল— নাযাবি, নাযাবি।
কপৌ— বুকু ভাঙি যাম যাম?
দ'ল— নাযাবি, নাযাবি।
কপৌ— (জোখ দেখুৱাই) এখিনি, এখিনি পানী।
দ'ল— অ' ৰজাৰ(গঙ্গাৰ) ৰাণী।
কপৌ— এখিনি, এখিনি বোকা।
দ'ল— অ' চাহাব(বুঢ়া) ককা।
কপৌ— মই এতিয়া যাম নে নাযাম?
দ'ল— জাক লৈ লৈ খেদি যাম।

কপৌৰে জোৰ কৰি ওলাই যাব আৰু বাকীবোৰে উৰুলিকৃত হৈ কপৌ খেদি যাব।

(৮) **খলি খেলৰ গীত ঃ**

খলি খেলত কোনো গীতৰ সম্পৰ্ক নাই যদিও এই খেলত হ্‌ৰা জনক সাধাৰণতে লগৰজনে বা লগৰীয়াসকলে এনেদৰে গীত গাই জোকায়—

বাজি লৈ ঘৰক যাগেই,
শগুণ পুৰি ভাত খাগেই।

.....................................

যিকোনো খেলতে হ্‌ৰাজনকো এনেদৰে গীত গাই প্ৰায়ে জোকোৱা দেখা যায়।

(৯) **খিউ ঘুপী বা চিউ ঘুপীখেলৰ গীত ঃ**

এই খেলৰ নিৰ্দিষ্ট নিয়মমতে আৰম্ভ কৰি এজনে উশাহ নকঢ়াকৈ জোৰেৰে দৌৰি দৌৰি মুখেৰে গীতৰ সুৰত এনেকৈ গাই যায়—

(ক) খিউ বুলি(চিউ বুলি) খেদিলো কুকুৰা চৰেই,

নেজডালত ধৰি দিলি কাটাৰ কুটুৰ কৰেই,
কাটাৰ কুটুৰ কৰেই,....... কৰেই,....... কৰেই।

(খ) হাউৰে( হাইৰে) হাৰিয়া (হ লীয়া),
বৰধান তলীয়া,
বৰ ডেকাই ধান কাটেই
হাউচ হাউচ কৰিয়া,
কৰিয়া.. কৰিয়া..... কৰিয়া।

(গ) চিং কুৰি চিত্তৌ,
মাটিত কুবউ,
টেকেলা আইছি,
দুৱাৰ ঝপড়্
দুৱাৰ নাখালে কাপক কাপে,
টেকেলা মৰেই ঝাপেক ঝাপে,
ঝাপক ঝাপে,........ ঝাপক ঝাপে......... ঝাপে।

**(১০) খোৰ আৰু খোল খেলৰ গীত ঃ**

এই খেল লৰু খেলো বোলে। খেলটোত এজনক লৰুডাল আনজনৰ পৰি থকা লৰু ডালৰ তলেৰে যাবলৈ মাৰি পঠিয়াওতে তলেৰে নগৈ ওপৰেৰে যাতে যায়— তাৰ বাবে পৰি থকা লৰু ডালৰ গৰাকী গৰখীয়াজনে সুৰীয়াকৈ এনেকৈ বাবে বাৰে গায়—

(ক) গৰু হাড়া মন কৰা,
উপদ্দি দেও( ঝাপ) মাৰা........।

(খ) এলেং গাঁঠি, পেলেং গাঁঠি,
জাপ লৌ লৌ সোণৰ গাঁঠি।
গৰু মাৰ গোবেধীয়া,
হাতৰ লৰু পেলেই দিয়া।
(হাতৰ লৰু চোবেই দিয়া)
মৌ পিয়া ভোমোৰা,
গৰু মাৰা দমৰা।

(গ) খোৰ (খোল) খেলা যেদি ভাই
খোৰ খেল্‌বি ভালে,
যদি তোৰ লৰুৰ টুভ্‌লং নাই
চাই থাক্‌বি আঁৰে আঁৰে।

**(১১) খোৰেতী বুঢ়ীক লাউ খোজা খেলৰ গীত ঃ**



ভৰি এখন দাঙি খোৰেতী বুঢ়ীৰ ভাও লোৱা ছোৱালী এজনী শাৰীপাতি ৰৈ থকা এজুম ছোৱালীৰ কাষলৈ খোৰাই খোৰাই অহাত গীতৰ লেখিয়াকৈ এনেদৰে উক্তি প্ৰত্যুক্তি কৰিব-

(ক) -খোৰেতী বুঢ়ী ক'ক যা?
- লাউ খুজৰে আইছু।
- কোনে খেদেইছি?
- ৰজাই খেদেইছি।
- এ ইতাহে গুটি জৰেইছো।
- খোৰেতী বুঢ়ী, খোৰেতী বুঢ়ী ক'ক্ যা?
- লাউ খুজবে ( খুজবা) আইছু।
- কোনে খেদেইছি?
- ৰজাই খেদেইছি।
- এ ইতাহে বগেইছি।
- খোৰেতী বুঢ়ী ক'ক্ যা?
- লাউ খুজবে আইছু।
- কোনে খেদেইছি?
- ৰজাই খেদেইছি।
- এ ইতাহে জালি পেলেইছি।
- খোৰেতী বুঢ়ী ক'ক্ যা?
- লাউ খুজবে আইছু।
- কোনে খেদেইছি?
- ৰজাই খেদেইছি।
- ছালত আছেই ছিঙি আন।
- বগা ঔচ্ ঔচ্ ক'লা ঔচ্ ঔচ্।

(খ) চিৰিকতি মিৰিকতি বাঁহৰ শলা,
মামাৰ পদুলিত বান্ধিলো ঘোঁৰা।
মোমাই ঔ ৰাজাৰ ঝীয়াক হাগ্‌বে গেইছিল
পহু এটা দেখছিল।
কুমুৰা এটা খুত্‌ছিল।
মোমাই গুটি পচেইছু
মোমাই পহু এটা পালো,
তাকে চাই জালি কুমুৰা এটা দিলো।

(গ) কুৰ্‌কুতি ভুৰ্‌কুতি

ৰাজাঠেৰ পদুলি।
বান্ধিলো ঘোঁৰা,
বাঁহৰ শলা।
পাঁও কি নাপাওঁ জালি কুমুৰা।
বুঢ়াঠেৰ ঘৰৰ বুৰী ঔ
লাউ এটা দি,
লাউনো কিহত দিম?
পাতত দিবি।
পাত নাই চোত নাই কিহত দিম?
এহ কোচত নিমদে।

**(১২) গঙ্গাৰাণী বা বাঘ-গৰু খেলৰ গীত ঃ**

ঘূৰণীয়া বেৰ বান্ধি থকা ল'ৰা-ছোৱালীজাকৰ মাজত এজনী ছোৱালী ৰৈ নাচি নাচি এনেদৰে উক্তি-প্ৰত্যুক্তি কৰি গাব—

(ক) -এখিনি এখিনি পানী— গঙ্গাৰাণী
- একাঠু হ'ল পানী; —গঙ্গাৰাণী
- এককঁল হ'ল পানী,— গঙ্গাৰাণী
- এক গল হ'ল পানী,— গঙ্গাৰাণী
- এপ্পিনে যামনে সেপ্পিনে যাম?
- জাল লৈ লৈ খেদি যাম।
- এপ্পিনে কি আছেই?
- বাঘ আছেই।
- সেপ্পিনে কি আছেই?
- ভালুক আছেই।
- সেপ্পিনে কি আছেই?
- সাপ আছেই।
- সেপ্পিনে কি আছেই?
- ঘোং আছেই।

(খ) এখিনি এখিনি পানী,— গঙ্গাৰাণী
এখিনি এখিনি বোকা,— চাহে ভৌকা
এপ্পিনি যাম নে সেপ্পিনি যাম?
দা লৈ লৈ খেদি যাম।

**(১৩) গাং কৌচৰা —হামপুৰুৎ পৰা খেলৰ গীত ঃ**

সৰু ল'ৰা- ছোৱালীয়ে জুমপাতি নাচি নাচি এই গীত গায়-



(ক) গাংকৌ চৰা,
হামপুৰুৎ পৰা।
বুৰী বুৰী পানী আন,
বুৰী বুৰী ধান বান।
বুৰী বুৰী লুৰী ধৰ,
বুৰী বুৰী বৰ্হান্ আনছি,
বুৰী বুৰী ধান তোল।
বুৰী বুৰী কাপোৰ চপৌ,
বুৰী বুৰী খৰি-খেৰ থুপুৰৌ।
বগুলা ঘুৰ ঘুৰ
হামপুৰুৎ পৰা।

(খ) গাংকৌ চৰা
গাংকৌ মাৰা
কাঠে হাগেই
বাঁহে খায়
বুমী বুৰী এ— বৰ্হান আনছি
ধানতোল তোলেই ই এইয়া।

(ঘ) ঢেং কুচ (কুৰুচ্) কৰা,
পেটটো পখৰা।
বুৰী আবু ধান বান,
বুৰী আবু পানী আন।
বৰী আবু খৰি লোৰ্
বুৰী আবু বতাহ আইছি,
বুৰী আবু বৰ্হান আইছি,
ঢেংকুৰ কুচ, ঢেকী তোল।

**(১৪) চিট্কা খেলৰ গীত ঃ**

জুম পাতি সৰু ল'ৰা-ছোৱালীয়ে নাচি নাচি এই গীত গায়—
চিট্‌কা মিট্‌কি নুন জালুকি,
কাকাই আন্‌ছি বাগান গুটি।
বৌ নেদেই ৰান্ধি,
কাকাই ফুৰেই কান্দি।
কাকাই মাল্লা বাহেনী কুব,
বৌ গে'ল দক্ষিণ-পুৰ।

(১৫) **টাইবাই টাই খেলৰ গীত ঃ**

টাই বাই টাই বাই
কোন ক'ক যায়
ইঘৰৰ মেকুৰী সিঘৰক যায়,
কাৰ ঘৰৰ পোৱামাছ চুৰ কৰি খায় ?
মিউ মিউ মিউ
বোন্দাৰ ডিঙিত ফুটা চৰু আঁৰি দিউ।

(১৬) **ফেচুৰা দোলাৰ গীত ঃ**

ফেচুৰা দোলা;
মাল্লু বগুলা,
ঝুল্লু পাখি,
বৰ গুৰখীয়াক কল্লু সাখী।
আৱা সূতাৰ দীঘল জৰী
ভেলাক বান্ধো কহি কহি
ভেলা ঘুৰ ঘুৰ।

(১৭) **বগলী বগলী বা কাউৰী খেলৰ গীত ঃ**

(ক) বগলীৰ দুখন ঠেং,
বগলীৰ দুখন ঠেং
বগলী ঘেচেং চেং।

(খ) কা কা কাউৰী
কল্লেনো ওলেলি ?
ৰজাৰ ঘৰল্লে যাওঁ।
ৰজাৰ মাঁদে গা ধুই আছে
তোমাক ধৰি আনি থওঁ।
ইফালে যাঁও মে সিফালে যাওঁ
জাল লৈ লৈ বেৰি যাঁও।
ইফালে যাওঁনে সিফালে যাওঁ
ৰজাৰ ঘাট কেনি পাঁও ?
জাল লৈ লৈ বেৰি যাওঁ।

(১৮) **বুঢ়াক বান্ধা খেলৰ গীত ঃ**

সৰু ল'ৰা ছোৱালীয়ে নাচি-বাগি একেলগে গোৱা গীত—
এইটু বোলে ভোখ লাগ্‌ছি,
এইটু বোলে ক'ত পাম ?



এইটু বোলে খুজি আন,
এইটু বোলে বুঢ়াকে বান্ধ,
বুৰাই বোলে বান্ধ্ বান্ধ্ বান্ধ।

(১৯) **বুঢ়ী অনা খেলৰ গীত ঃ**

(ক) বেৰাৰ আগৰ চিৰা কানি,
দুই ভায়াকৰ টানা টানি।

(খ) টিঙিৰা মাছৰ তিন্‌টা কটা,
তিৰী আন্‌লু কপাল ফুটা।
আজি আন্‌লু কালি মৰিল,
তিন্‌ছ টকা পানীত পৰিল।

(২০) **বুঢ়ী-বুঢ়ী খেলৰ গীত ঃ**

- মেলৰ পে কি আন্‌লি ?
- হাথী আন্‌লু।
- আৰু কি আন্‌লি ?
- সোণৰ লৰু এডাল।
- হাথীটুই খাই কি ?
- ভেদেই লতা।
- হাগেই কিমান ?
- খদা খদা।
- মুতেই কিমান ?
- চৌ চৌ।
- পাদেই কিমান ?
- টৌচ্ টৈচ্।

(২১) **বেং কথাৰ গীত ঃ**

চলি খান ঐ. চলিখান, -এটা কথা;
- কি কথা ?
- বেং কথা।
- কি বেং ?
- চৰু বেং।
- কি চৰু ?
- ভোত চৰু।
- কি ভোত ?
- চাহ ভোত।

- কি চাহ?
- গু খাহ।
- কি গু?
- নীল গু।
- কি নীল?
- গু গিল।

(২২) **ৰজাৰ গছ কটা বা ৰজাৰ দ'ল ভঙা খেলৰ গীত ঃ**

এদল ল'ৰা বা ছোৱালীয়ে হাতৰ মুঠিৰ ওপৰত মুঠি ৰাখি খেলোৱা এই খেলৰগীত এনে ধৰণৰ—

(ক) - এই ডাল কাৰ গছ?
- ৰজাৰ গছ।
- কাটিম নে নাকাটিম?
- নাকাট্‌বি।
- ক'লা ঢেকুৰাক মাতিম নে নামাতিম?
- নামাত্‌বি।
- ৰঙা ঢেকুৰাক মাতিম নে নামাতিম?
- নামাত্‌বি।
- ক'লা ঔচ্ ঔচ্, ৰঙা ঔচ্ ঔচ্-
- ঘেচেং ঘেচেং গ'-
- ঘেচ্ চেং।

(খ) - এইটো কাৰ দ'ল?
- ৰজাৰ দ'ল।
- ভাঙিম নে নাভাঙিম?
- নাভাঙ্‌বি।
- বৰ কুঠাৰ মাৰিম নে নামাৰিম?
- নামাৰ্‌বি।
- সৰু কুঠাৰ মাৰিম নে নামাৰিম?
- নামাৰ্‌বি।
- ক'লী মেকুৰীক মাতিম নে নামাতিম?
- নামাত্‌বি।
- বগী মেকুৰীক মাতিম নে নামাতিম?
- নামাতবি।
- কলী ঔচ, বগী ঘেচেং ঘেচেং।



(২৩) **লাচ খেলৰ গীত ঃ**

লাচ খেলৰ গুটিবোৰ হাতত লৈ ওপৰলৈ মাৰাৰ লগে লগে এনেদৰে উচ্চাৰণ কৰি গীতৰ সুৰত কয়-

(ক) ধোপাই এক,
ধোপাই দুই,
ধোপাই তিনি,
ধোপাই চাৰি,
ধোপাই পাঁচ,
পানকুলা গাগল মাছ।
( চাউল ধোৱা বেচা মাছ)
বুঢ়াৰ টোকান,
বুঢ়ীৰ টোকান, (বুঢ়ী লৈ)
মুখ চাই চাই( তাৰে লগত)
আৰু এখান।

(খ) এলেং পেলেং
তেলেং খন,
চাৰিয়ে চম্পাই
পঁচিছ খান।

(২৪) **লুতি পুতি খেলৰ গীত ঃ**

ভাটো বা টিয়া বা চৰাইৰ জাক উৰি যোৱা দেখিলে সৰু ল'ৰা-ছোৱালীয়ে আনন্দতে কিৰিলি পাৰি এনেদৰে গায়—

লুতি পুতি চিকাৰ গুটি,
ক'লে যা টিঁয়া বাইটি?

নাইবা এনেদৰেও গায়—
টিয়া ঐ টিয়া,
মাৰ বাপেৰেৰ বিয়া,
কলৰ গাছত কাপোৰ থৈ
ঢেঁকী নাচন দিয়া।

শালিকীৰ চৰাই দেখিও এনেদৰে গায়—
শালিকীয়ে লঠৌ ঠৌ,
ভাত হ'ল, শাক হ'ল
শালিকীজনী ক'লৈ গ'ল?
এইখিনিতে আছিল গোবৰ খুচৰি,

কোনোবাই লৈ গে'ল ডিঙি মুচৰি।

**(২৫) হাত চিকুটা বা চিকিমিকি গীত ঃ**

(ক) চিকি মিকি নুন জালুকী
ককাই আন্‌লে বঙাল গুটি,
বৌৱে নেদেই ৰান্ধি,
কাকাই ফুৰে কান্দি,
কাকাই মাৰেই বাহেনী কুব
বৌ পালা গৈ দক্ষিণ পুৱ(চুক)
দক্ষিণ চুকত নাপালা ঠাই
বৌয়ে ফুৰেই হাড়ীত খাই।

(খ) চিকি মিকি আন জালুকী
তাকো খালা মেকুৰী
বৌ কান্দেই ফেকুৰি,
হালুৱা লৰুৰ কুব
বৌ গে'ল দক্ষিণ মুখ।

**(২৬) হাত লুকুৱা খেলৰ গীত ঃ**

(ক) - চিলেনী এ..........
- তোৰ হাতখান কিহে নিলে?
- ধোবাই নিলে।
- ধোবাই নি কি কল্লে?
- কাপোৰ ধোলে।
- কাপোৰ ধুই কি কল্লে?
- মেলি দিলে।
- মেলি দি কি কল্লে?
- ঝপাত থলে।
- ঝপাত থৈ কি কল্লে?
- উৰি পিন্ধি মেলক গে'ল।

(খ) - চিলনী চিলনী, তোৰ হাত দুখন কোনে নিলে?
- চিলাই নিলে?
- চিলাই নি ক'ত পেল্লে।
- চিলাই নি হাবিত পেল্লে।
- সেই হাবিত কি হ'ল?
- ছাই হ'ল।



- সেই ছাই কিহে খালে।
- হাঁহে খালে।
- হাঁহটো ক'ত গে'ল?
- মাকৰ ঘৰক।
- মাকে কি দিলে?
- পান্দিয়া ভাত।
- পান্দিয়া ভাত খাই চুৱা পানী ক'ত পেল্লে?
- শিল্‌খাৰ তলত।
- শিল্‌খাই কি দিলে?
- হাথী ঘোঁৰা।
- হাথী ঘোঁৰা বান্ধেই ক'ত?
- হিদল গাছত।
- চাৰেই ক'ত?
- বৰ দলত।
- খাই কেন্‌কে?
- মখা মখা।
- হাগেই কেন্‌কে?
- লদা লদা।
- মুতেই কেন্‌কে?
- চৌত্ চৌত্।
- পাদেই কেন্‌কে?
- টৌচ্ টৌচ্।

এই সমূহ খেলৰ গীতৰ উপৰিও সৰু ল'ৰা- ছোৱালীয়ে আনন্দেৰে খেলি খেলিয়ে গোৱা কিছুমান গীত আছে। তাৰে দুটিমান উল্লেখ কৰা হ'ল—

(ক) - বগলী এ—
সভাহল্লে নেগেলি কিয়া?
- গেইছিলো গেইছিলো
বাটতে বৰহানে পালে,
ৰংদৈৰ ঘৰতে সোমাব খোজোতে
চেংদৈ কুকুৰে খালে।
চেই কুকুৰ চেই
নাহিবি জপনা দেই।
বাঁহমুৰা, বগৰী গুৰা,

ক'ৰপে আহিলি
অ'— পকা বুৰা।

(খ) কুপেতি এ ........, মোৰ তাত যাবি,
শাকে পাতে ৰান্ধি দিম
ডালত পৰি পৰি খাবি।
ডাল ডুল ভাঙি তই তেলীৰ তাক যাবি,—
তেলীয়ে দিবউ তেল গামছা
মালীয়ে দিবউ ফুল,
সেই ফুলেদি বিয়া হবি
বুঢ়ীয়ে কুবাবউ ঢোল।

(গ) বুঢ়ী ঐ বুঢ়ী..
তোৰ আতা গেইছি ক'ক?
চেওমণিৰ তাক।
চেওমনি পুতেকৰ পেটত লাগ্‌ছি ভোখ,
এক মুঠি আঁৰে চাউল নও কুৰি লোক।
নও কুৰি লোকে বোলে আমি চাউল মাগো,
বালীৰ পুতেকে বোলে ধেনুকাড় সাজো।
সাজোকো সাজোকো ধেনুকাড় সাজো,
একে কাড়ে আনি দিম কছ্‌ৰেীৰ গৰু।
কছ্‌ৰেীৰ গৰুটোৱে উৰুং ফুৰুং কৰেই
ঢেঁকী ফিছাত ভৰি দিলি ঠেং চুট ঠেং চুট কৰেই।
তল পৰিল ভোকেলি উপেঙিল শিল,
বুঢ়ী আইৰ পিঠিত গে'ল নও কুৰি কিল
কিল পাই বুঢ়ী আই মনে মনে গুণেই,
চাঙৰ তলৰ আঠিয়া কল পাৰাৎ পুৰুৎ গিলেই।

(ঘ) শেলুকৰ পোণা ঐ শেলুকৰ পোণা,
ঝিয়া গিলাই গীত গাৱেই এটা চখু কণা।
আপেলি বৰ ঐ আপেলি বৰ,
ক'ক যা তই ধোঁৱা লাগা বৰ?
পাঁজি কাটো পাঁজি কাটো ঘৰৰ ভিতৰে
আই বাপেই নিবে আইছি গুমাল বতৰে।
দেৱতাই হিৰিৎ ক'ল্লা



চানা মাই নাযাও বুল্লা।
আই ঐ মৰো
বাপাই ঐ মৰো,
চাঙৰ পে বাগৰি পৰো
আজি ৰাতি সোণাৰ তাং
ঢেকীবোলে নাৰায়ণ
কুঁপেতি বোনমালী
এটা ফেঁচাই গৰু খালি
হুজুৰুং হুজুৰুং হিৰাৰ টাৰি

(ঙ) বড়িগাঁৱৰ বগৰী
লোজোৰাৰ গুড়া
কৈকাৰাত কৈ মৰা
পাতিদৰঙীয়া বুৰা।
বাঘৰ বাৰীত কাট্‌বি
ৰাইকাবাৰীৰ পাত
কুমাৰপাৰাত ঘুৰেবি
কুমাৰৰ চাক
নোখোৱাক খুৱেবি
জহা চাউলৰ ভাত,
নেদেখাক দেখেবি
সমলাৰ খাট।

(চ) চাঙৰ 'তলৰ চেৰপেতি বেঙে
টোৰোৎ টো'ৰোৎ মাতেই
চানাবাপাৰ বুৰমাকে
শেতেলীতে হাগেই।
দাউৰি আহি চানা বাপাই শেতেলীতে পৰেই
বুৰমাকৰ গু খিনিত এক চেল্‌কা মাৰেই
তাকে দেখি বুৰা বাপ্‌কে
ফেল্ ফেল্‌কে হাঁহেই।

উল্লিখিত খেল-ধেমালিৰ গীতসমূহলৈ লক্ষ্য কৰিলে দেখা যায় যে- ইয়াৰ বেছিভাগ খেলৰ গীতেই ল'ৰা-ছোৱালীৰ মাজত হোৱা নাটকীয় উক্তি প্রত্যুক্তি। কিন্তু এই নাটকীয় উক্তি প্রত্যুক্তিকেই ল'ৰা- ছোৱালীবোৰে নাচি নাচি বা জঁপিয়াই জঁপিয়াই

গীতৰ সুৰত গায় আৰু ইয়ে তেওঁলোকক বিপুল আনন্দ প্ৰদান কৰে। থলুৱা ভাষাৰ প্ৰত্যক্ষ নিদৰ্শনৰ উপৰিও ইয়াৰ সাহি ত্যিক তথা কাব্যিক মূল্য যথেষ্ট আছে। আগতেই উল্লেখ কৰি অহা হৈছেযে এই গীতসমূহ ঘাইকৈ অনাক্ষৰী চহালোকৰ মনোৰম সৃষ্টি। ইয়াৰ দ্বাৰা সেইসকল লোকৰ কাব্যিক প্ৰতিভাৰো উমান পোৱা যায়।❑❑


**<u>সহায়ক গ্ৰন্থ, প্ৰৱন্ধ আৰু ব্যক্তি ঃ</u>**

১. দৰঙী লোক গীত সংগ্ৰহ - সম্পাদনা ডক্টৰ কনক চন্দ্ৰ চহৰীয়া

২. সাৰঙ্গ সৌৰভ- সম্পাদনা ডক্টৰ ৰাম চন্দ্ৰ ডেকা, প্ৰসন্ন কুমাৰ নাথ। (প্ৰৱন্ধ- দৰঙৰ পৰম্পৰাগত খেল-ধেমালী- শশীধৰ নাথ)

৩.লোক সাহিত্যৰ এখিলাপাত—শশীধৰ নাথ।

৪.শ্ৰীবীণা বালা দেৱী- ছিপাঝাৰ❑❑




# দৰঙৰ গাৰো জনগোষ্ঠী আৰু লোক সাহিত্য

**শাশ্বতী শৰ্মা**

গাৰো জনগোষ্ঠীয় লোকসকল মঙ্গোলীয় গোষ্ঠীৰ বৃহৎ বড়ো শাখাৰেই এটি উল্লেখযোগ্য শাখা। গাৰো জনগোষ্ঠীয়লোক সকল কোন ঠাইৰ পৰা আহি গাৰো পাহাৰত বসতি কৰিছিলহি তাৰ প্ৰমাণ বুৰঞ্জীয়ে দিব পৰা নাই।

নৃতত্ত্ববিদসকলৰ মতে মঙ্গোলীয় জাতিৰ তিববত বৰ্মীয় গোষ্ঠীৰ জনজাতি সকল উত্তৰ-পূব আৰু পূব কোণেৰে আহি অসমত সোমায় আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰে ভটিয়াই যায়। গাৰোপাহাৰত বসবাস কৰাৰ পূৰ্বেব্ৰহ্মপুত্ৰ উপত্যকাত এওঁলোক কিছুদিন বাস কৰিছিল বুলি জনপ্ৰবাদ আছে।

গাৰোপাহাৰ, মেঘালয়ত পূৰ্বৰে পৰা বাস কৰি থকা গাৰো জনগোষ্ঠীৰ কিছু সংখ্যক লোক অসমৰ পৰ্বত- ভৈয়ামত জীৱিকাৰ সন্ধানত সোমাই পৰিল। প্ৰাক্-স্বাধীনতাৰ আগতেই তেওঁলোক দৰং জিলাৰ উত্তৰ আৰু পূব দিশত জীৱিকাৰ সন্ধানত আহি বসবাস কৰিবলৈ লৈছিল। নিজ নিজ কেতবোৰ সুবিধাৰ বাবে তেওঁলোকে সৰু গাঁও পাতি নিগাজিকৈ থাকিবলৈ ধৰিলে।

গাৰোসকলে মানুহক 'মান্দে' বোলে। পাহাৰত বাস কৰা বাবে গাৰো সকলক 'আ-চিক' বোলাও হৈছিল। 'আ-চিক' শব্দৰ অৰ্থ পাহাৰ। ভৈয়ামত বা ভৈয়ামৰ ওচৰ-চুবুৰীয়া অঞ্চলত বাস কৰা গাৰোসকলক 'আৱে' বা 'আখাৱে' বোলে। ইয়াৰ অৰ্থ ভৈয়াম।

অসমৰ বিভিন্ন প্ৰান্তত বসবাস কৰি থকা বিভিন্ন গোত্ৰৰ এই জাতিৰলোকসলৰ দৰঙত বসবাস কৰা গোত্ৰ কেইটা হ'ল- আমবেং বা আবেং আৰু আখাৱে। মাতৃ প্ৰধান সমাজ ব্যৱস্থাত গাৰোসকলৰ মাকৰ ফালৰ পৰাহে গোত্ৰ গণনা কৰা হয়; মাকৰ গোত্ৰহে ল'ৰা -ছোৱালীয়ে পায়। গোত্ৰবোৰক 'মাচং' বোলে। এই মাচং আকৌ দুটা ঠালত বিভক্ত 'চাংমা' আৰু 'মাৰাক'। দুয়োটা ঠালক 'চাংচি' বোলে। দৰঙত 'মাৰাক' আৰু 'চাংমা' এই দুটা ঠালৰ লোকে বাস কৰি আহিছে। এওঁ লোকৰ ভাষাক 'আচিকখু' বোলা হয়। ' আচিক' শব্দৰ অৰ্থ পাহাৰীয়া' 'খু'ৰ অৰ্থ ভাষা। গাৰো ঠাল সমূহৰ প্ৰত্যেকৰে একোটা কথিত উপভাষা আছে আৰু সেই ভাষাটোৰে তেওঁলোকে কথা-বতৰাৰ আদান প্ৰদান কৰে। শস্য-শ্যামলা প্ৰকৃতিৰ ৰম্য ভূমি অসমী আইৰ আহাৰ পানী খাই অসমৰ মাটিত তেওঁলোক জীয়াই আছে।

লোক সাহিত্য সমূহ সমাজৰ উমৈহতীয়া সৃষ্টি। দৰঙী গাৰোজনগোষ্ঠীয়লোক সকলেও পৰম্পৰাগতভাৱে তেওঁলোকৰ আপোন সংস্কৃতি জীয়াই ৰাখিবলৈ যত্ন কৰি আহিছে।

নিচুকনি গীত লোক সাহিত্যৰ এটা প্ৰধান অংগ। মাতৃয়ে ল'ৰা ছোৱালীক শুৱাবৰ কাৰণে নিচুকনি গীত গায়। মাতৃসকল মমতানুযায়ী, সন্তানৰ কাৰণে তেওঁলোৰ অন্তৰ যিদৰে অতুলনীয় মৰমেৰে ভৰ পূৰ ঠিক সেইদৰে এটা জাতিৰ কাৰণে এই নিচুকনি গীতবোৰ অতি আদৰৰ। প্ৰত্যেক জাতি-জনজাতিলোকৰ মাজতেই এই গীতবোৰ প্ৰচলিত হৈ আছে। ইয়াৰ মূল কথা এটাই এয়া হ'ল— শোৱা সোণ বা মইনা শোৱা, ভয় নকৰিবা, ওচৰত মই (মাৰা) আছো। কিছুমান নিচুকনি গীত আকৌ খোজ কঢ়াবলে' শিকায়ো গোৱা হয়। দৰঙী জনগোষ্ঠীয় লোকসকলৰ মাজতো নিচুকনি গীতৰ আদৰ যথেষ্ট আছে। গাৰোসকলৰ নিচুকনি গীতবোৰও যুগ যুগ ধৰি মুখ বাগৰি আহি আছে।

দে নু নু দে, দে নু-নু দে
মটৰ গাড়ী ডাক্কাখো
চাল্লিৰো না ৰে
গান্দাবিথি নাঙাখো
আক্কি ৰো না- নে....

ইয়াৰ অৰ্থ— হ'ব মইনা হ'ব, মই তোমাক মটৰ গাড়ীৰ নিচিনাকৈ টানিলে ফুৰো, টেঙা মৰা (মেস্কা টেঙা)ৰ ফুল চিঙি ফুৰো।

( টেঙা মৰাৰ কথা এওঁলোকৰ গীত মাতত উল্লেখ কৰাৰ প্ৰধান কাৰণ হ'ল ই এওঁলোকৰ প্ৰিয় টেঙা খাদ্য।)

কেতিয়াবা জীৱ-জন্তুৰ ভয় দেখুৱাই ল'ৰা ছোৱালীক টোপনি নিয়াবলৈ যত্ন কৰি এই গীত গোৱা হয়। যেনে-

আংনি মেংগ জিল্লাদে
খিমি খান্দাৰো
খামখো খাওৱা লেঙা গচে ৰং-

অৰ্থ— মোৰ/আমাৰ মেকুৰীৰ নেজ নাই; মই কাম কৰি কৰি ভাগৰি পৰিছোঁ, মইনা মনে মনে থাকা।

দৰঙী গাৰো জনগোষ্ঠীয় লোকসকলৰ প্ৰধান আহাৰ ভাতৰ লগতে বিভিন্ন তৰকাৰী, শাক-পাত, মাছ মাংসও তেওঁলোকৰ প্ৰিয়খাদ্য। পুৰুষ-নাৰী উভয়ে নৈ, বিল, পুখুৰী আদিত মাছ ধৰে। তিৰোতাসকলে মাছ মাৰোতে হাঁহি স্ফূৰ্তি কৰি কেতবোৰ গীত গায় আৰু এই গীতবোৰ তেওঁলোকৰ মাজত আজিলৈকে মুখে মুখে প্ৰচলিত হৈ আছে। যেনে-

হাই চাৰি জাখ্খা জেপ্-জেপ্
নাফাথালখো খুট্না ডাহাল্দে
চান ব'চাৰি চা, গ্নিগথাম ব্ৰি



চাগ' পাবা চাক্ৰি
হাই চাৰি ৰেনা হাই
ফাথিথ চাদে অংগে ন'ক.........

ইয়াৰ অৰ্থ- আহা বৌ জাকৈ, মাৰো, মাটিৰ তলৰ টোৰা মাছ ধৰো। গণি যোৱা বৌ এক, দুই, তিনি, চাৰিকৈ, মাছও হ'ল চাৰিটা ঘৰত খাওঁতাও চাৰিটা; এতিয়া ব'লা বৌ যাওঁ, মাছ এসাজৰ হ'ল।

লোকগীত সমূহৰ মাজতেই প্ৰত্যেক জাতি-জনজাতিৰ লোক-সাহিত্য জীয়াই আছে। ই গাঁৱলীয়া লোকৰ আপুৰুগীয়া সাংস্কৃতিক সম্পদ। মৌখিক ঐতিহ্যৰ ওপৰত ই জীয়াই আছে আৰু পুৰুষানুক্ৰমে যুগে যুগে চলি আহিছে। গাঁৱৰ প্ৰত্যেক পুৰুষ-নাৰীয়ে দুই- এফাঁকি লোকগীত জানে আৰু ইয়াৰ মোল বুজে; গাৰো জনগোষ্ঠীয়লোকসকলও ইয়াৰ ব্যতিক্ৰম নহয়, তেওঁলোকেও এইগীত সমূহক ধৰি ৰাখিব পাৰিছে।

গাৰো জনগোষ্ঠীয়লোকসকলৰ মাজত লোকধৰ্মীয় আৰু লোক উৎসৱৰ গীত মাতবোৰ পৰম্পৰাগতভাৱে চলি আছে। পৰিশ্ৰম এওঁলোকৰ জীৱন দৰ্শন। গাৰোসকলে পূৰ্বতে পাহাৰ অঞ্চলত ঝুম খেতি কৰিছিল। দৰঙী গাৰোসকলে অৱশ্যে ধান (মি-মা); কচু (খা-আ); বেঙেনা (বাচিং); শিমলু আলু ( থা-বোলচু); জলকীয়া (ঝালিক); লাউ (ৰাউ); কোমোৰা (আখাৰু) আদিৰ খেতি কৰি আহিছে। প্ৰকৃতিৰ পূজাৰী গাৰোসকলে শস্য চপোৱাৰ পিছত 'ওৱাংগালা' উৎসৱ পালন কৰে। ই নিভাঁজ আৰু নিৰ্খঁত কৃষ্টি। খৃষ্টান ধৰ্ম প্ৰচাৰ আৰু প্ৰসাৰতাৰ ফলত এই জাতীয় কৃষ্টি সংস্কাৰৰ পথত হেঙাৰ স্বৰূপহৈ পৰিল; যাৰ ফলত সমভূমি অঞ্চলত বাস কৰা এই জাতিৰ জাতীয় পুৰণি কলা-কৃষ্টি মৃত প্ৰায় অৱস্থা হৈছে, তথাপিও এই উৎসৱত গাৰো গীত মাতবোৰ পাহৰণিৰ গৰ্ভত হেৰাই যাব দিয়া নাই। অৱশ্যে ছংছাৰিক (মংসাৰী, পূজা-পাতল মানি অহা গাৰো) সকলে ইয়াক ৰক্ষা কৰি আহিছে। এই শস্য উৎসৱ ওৱানগালাৰ উদ্দেশ্যে হ'ল— 'মিছি ছাল জং' অৰ্থাৎ শস্য দেৱতাৰ নামত খেতি পথাৰ মাতে নদন-বদন হয় তাৰ আশীৰ্বাদ বিচাৰি প্ৰাৰ্থনা কৰা, বিভিন্ন গীত নৃত্য কৰি উৎসৱটি পালন কৰা হয়। সচৰাচৰ অক্টোবৰৰ মাহত এই উৎসৱ পালন কৰা হয়। তিৰোতাসকলে এই গীত গায় দেৱতাক প্ৰাৰ্থনা কৰে। গীতবোৰৰ মৰ্ম এনেধৰণৰ— 'হে দেৱতা উঠা, আমি ঘৰৰ মাজত নাচ-গান কৰিছোঁ তুমি আমাৰ প্ৰতি সদয় হোৱা।'

খ্ৰীষ্ট ধৰ্মী (ব্ৰিটিছ শাসনাধীনত থাকি খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰা) সকলে আকৌ প্ৰথম শস্য গীৰ্জালৈ লৈ গৈ ঈশ্বৰলৈ আগবঢ়াই ঈশ্বৰৰ ওচৰত এনে ধৰণে প্ৰাৰ্থনা জনাই আহিছে।-

পাদে গিচেক নাম গ'পাক
পাম গিনি ৰাংখ অন্‌গি-গজ

মান্দে আৰ' চাগ্রে ৰাংবা
মথেল টক্‌ৰিনা দৰাংৰা...........

অৰ্থাৎ-পিতা পুত্ৰ পৱিত্ৰ আত্মা, ঈশ্বৰে ভাল কৰাৰ কাৰণে মানৱ আৰু স্বৰ্গদূত সকলোকে ধন্যবাদ জনাওঁক!!

এই উৎসৱতে আকৌ ডেকা-গাভৰুৱে নিজৰ প্ৰিয়জনক নিচেই ওচৰত বিচাৰে, ইয়াতেই ডেকা-গাভৰুৰ মাজত প্ৰেম ৰচিত হয়। ই অসমীয়াৰ বিহুৰ সৈতে যথেষ্ট মিল আছে। গাৰো ডেকা-গাভৰুৱে গোৱা 'চেৰেজিং'ৰ সুৰে মন প্ৰাণ উতলা কৰে। চেৰেজিঙৰ প্ৰথম অংশত প্ৰকৃতিৰ দৃশ্য বৰ্ণনা আৰু শেষৰ ফালে ডেকা-গাভৰুৰ প্ৰেম-প্ৰণয়ৰ কথা উল্লেখ থাকে। ঘৰে ঘৰে গৈ 'চু' (লাউপানী) খাই আত্মহাৰা হৈ গোৱা গীতবোৰ পুৰুষানুক্ৰমে এওঁলোকৰ মাজত চলি আহিছে। ডেকা-গাভৰুৱে পৰোক্ষভাবে হ'লেও মনৰ কথা প্ৰকাশ কৰে কিছুমান সংগীতৰ জৰিয়তে—

**ছোৱালী-** আইৱাও না আ চাৰা চা
বুৰুংৰনি ডোমিচল
ৰোৱা মিঙা বাচিচা ৰেং ৰং ৰেং ৰং
মোক্কাচান...............

অৰ্থ- ঐ তুমি কোন? সূৰ্যৰ ৰশ্মিৰদৰে বননিৰ চৰাই (কুকুৰা চৰাই)ৰ ফুল তোমাৰ মূৰত জিলিকি আছে, ক'ত ঘূৰি আছা?

ইয়াৰ প্ৰতুত্তৰত ডেকাই গায়—

আইয়া ও গিচিক তবক্‌বা
ডেমক ডেমাক জামাঙা
মাম নক্সি ৰোণাৰা
বাদি আছা ৰামাৰা............

অৰ্থ- মই মোমাই ঘৰলৈ যাবলৈ আহিছিলোঁ, মনটো খেলি-মেলি হৈ গ'ল (অৰ্থাৎ— তোমাক দেখি); ৰাস্তাটো পাহৰিলোঁ কোন ফালে যাব লাগে।

এনে ধৰণৰ কিছুমান গীত গাৰো জনগোষ্ঠীয় লোকৰ মাজত চলি আহিছে আৰু তেওঁলোকৰ লোক- সংস্কৃতিৰ এইবোৰ সম্পদ।

গাৰো জনগোষ্ঠীয় লোকসকলে গৰু, মহ, কুকুৰা গাহৰি আদি জীৱ জন্তু ঘৰত পোহ-পাল কৰি আহিছে। এওঁলোকৰ মাজত এই জীৱ-জন্তুবোৰৰ ওপৰত অলেখ কিম্বদন্তী পুৰুষানুক্ৰমে বিশ্বাস কৰি আহিছে। কুকুৰ আৰু গাহৰিৰ খাদ্য পুৰণি কাহিনীটো আজিও তেওঁলোকৰ মাজত মুখৰোচক হৈ আছে— পুৰণি কালত এজন ধনী মানুহে (নকমা) পাহাৰৰ বহু মাটিত ঝুম খেতি কৰিছিল। তেওঁ এটা কুকুৰ আৰু এটা গাহৰি পুহিছিল; সিহঁত খাদ্য হিচাপে সদায় ভাত দিয়া হৈছিল। এদিন তেওঁ ভাবিলে যে ইহঁত দুটাই ঘৰত এনেয়ে খাই থাকে, গতিকে পাহাৰলৈ লৈ গৈ খেতিৰ কামতে



লগোৱা যাওঁক পিছদিনাখন তেওঁ সিহঁতক দুটাকলৈ পাহাৰলৈ গ'ল আৰু পাহাৰৰ হাবি কাটি চাফা কৰি থোৱা মাটি খিনি দেখুৱাই সিহঁতক ক'লে— আজি এই মাটিখিনি চহাব লাগিব; যিজনে চহাব পাৰিব তাকহে খাবলৈ দিম, নহ'লে খাব নেপাব। এনেকৈ কৈ মালিক (গিটেল) ঘৰলৈ গুছি গ'ল।

সেইদিনা আছিল প্ৰচণ্ড ৰ'দ, কুকুৰৰ জীউ যাঁও যাওঁ, জিভা উলিয়াই সি গছৰ তলত শুই থাকিল। ইফালে গাহৰিটো কামত ব্যস্ত হৈ পৰিল। বেলি লহিয়ালে, মাটি চহ হ'ল, বেচেৰা গাহৰি ভাগৰত ক্লান্ত হৈ পৰিল। অলপ জিৰাই লবৰ বাবে সি গছৰ ছাঁলৈ আহিল আৰু তাতেই তাক টোপনিয়ে হেঁচি ধৰিলে; তাৰ টোপনি আহিল। চতুৰ কুকুৰে অনুমান কৰিলে যে মালিক আহিবৰ সময় হৈছে। ল'ৰা-লৰিকৈ উঠিগৈ সি গাহৰিয়ে চহ কৰি থোৱা মাটিখিনিত ইমূৰৰ পৰা সিমূৰলৈ দৌৰি ফুৰিব ধৰিলে। মাজে মাজে তাত দুই এটা লুটি বাগৰো দিয়ে। ধূলিৰে লুতুৰি-পুতুৰি হৈ সি দৌৰি ফুৰা অৱস্থাতেই মালিক আহি ওলাল। কুকুৰক তেনে অৱস্থাত দেখি তেওঁ ভাবিলে কুকুৰেই নিশ্চয় মাটিখিনি চহালে। তেওঁ দুয়োকে মাতি নি সুধিলে মাটিখিনি কোনে চহালে। কুকুৰে কলে সি চহাইছে, গাহৰিয়ে ক'লে সিহে চহাইছে। মালিকে মাটিখিনি ভাল ধৰণে চাই দেখিলে যে গোটেই মাটিখিনিত কুকুৰৰ ভৰিৰ খোজ পৰি আছে, এতেকে তেওঁ নিশ্চিত হ'ল যে প্ৰকৃততে কুকুৰেই মাটি চহালে। বেচেৰা গাহৰিৰ ইমানবোৰ কষ্ট অথলে গ'ল। মালিকে দুয়োকো ঘৰলৈ লৈ গ'ল। পূৰ্ব চৰ্ত মতে কুকুৰক ভাত খাবৰৈ দিলে। গাহৰিকতো এতিয়া খাবলৈ নিদি মাৰিব নোৱাৰে! সেয়ে ধান, চাউলৰ ময়লাৰ লগত ভাত মিহলাই গাহৰিক খাব দিলে। সেইদিনাৰ পৰা গাহৰিয়ে ময়লা মিহলোৱা ভাত আৰু কুকুৰে ভাত খাদ্যৰ হিচাবে মালিকৰ পৰা খাবলৈ পালে। গাৰো জনগোষ্ঠী লোকসকলে আজিও বিশ্বাস যে তেতিয়াৰে পৰা কুকুৰ আৰু গাহৰিৰ খাদ্যৰ তালিকাখন তেনেকৈয়ে পুৰুষানুক্ৰমে চলি আহিছে।

পৃথিৱীৰ প্ৰথম মাছটোৰ বিষয়ে সেই বিচিত্ৰ কাহিনীটোও পুৰণি কালৰে পৰা গাৰো জনগোষ্ঠীয় লোকসকলৰ মাজত চলি আহিছে। এনে ধৰণৰ সৰু বৰ অলেখ কাহিনীয়েই কিম্বদন্তীৰূপে দৰঙৰ গাৰোসকলৰ মাজত প্ৰচলিত হৈ আছে। গীত-মাত, কিম্বদন্তীৰ লগতে সাধুকথাত গাৰো জনগোষ্ঠীয় লোক সাহিত্যৰ এক প্ৰধান শাখা। পুৰণি সাধুবোৰৰ মাজত জীৱজগত আৰু জড়-জগতৰ মাজত সম্বন্ধ থকা যিবোৰ চিত্ৰ পোৱা যায় সেইবোৰৰ প্ৰতিচ্ছবি গাৰো সাধুকথাৰ ভিতৰতো আছে। সাধু-কথাবোৰ যিহেতু মৌখিক, ই এখন সমাজ পৰা আন এখন সমাজলৈ বাগৰি অহা, সেয়ে গাৰো জনগোষ্ঠীয় সাধুবোৰৰ অসমীয়া সাধুৰ লগত যথেষ্ট মিল আছে। এওঁলোকৰ সাধুবোৰত পৰ্বত-ভৈয়ামৰ দুয়োটা চিত্ৰই ফুটি উঠা দেখিবলৈ পোৱা যায়।

পাহাৰীয়া দুজনী বাইভনী আছিল নচে আৰু ডেমচে। সিহঁতে সদায় পাহাৰৰ

নামনিত জাকৈৰে মাছ ধৰি ফুৰে। এদিন হঠাতে সিহঁতৰ চকুত পৰিল এজোপা গছৰ খোৰোঙত ধুনীয়া সৰু চৰাই (চাল-চামে-বিচা) দুটা। সিহঁতে ক'লে যিয়ে চৰাই দুটা সিহঁতক ধৰি দিব পাৰিব তাৰ লগতেই সিহঁত বিয়া হ'ব। গছৰ ওপৰৰ পৰা সিহঁতৰ কথাখিনি বান্দৰ এটাই শুনি আছিল। চৰাই দুটা সি সিহঁতক আনি দিব বুলি কৈ গছৰ খোৰোঙত হাত ভৰালে। বেচেৰা বান্দৰৰ হাত দুখন খোৰোঙত যি সোমালে উলিয়াই আনিব নোৱাৰা হ'ল। ইফালে সন্ধ্যা হ'লত নচে আৰু ডেমচে ঘৰলৈ উভতি আহিল। বান্দৰৰ হাত আধালৈ খোৰোঙত গেলি গ'ল আৰু কিছুদিন পিছত খৰা (আধা) হাত দুখনলৈ গছৰ পৰা সি নামি আহিল। সি কামবন কৰি খাব নোৱাৰা হ'ল, সেয়ে সি সেই গাঁৱৰে ল'ৰা-ছোৱালী নথকা বুঢ়া-বুঢ়ী হালৰ ওচৰলৈ গৈ ক'লে যে সি তেওঁলোকৰ ল'ৰা হৈ থাকিব। সকলো কাম, পথাৰৰ খেতি বাতি সিয়ে চম্ভালিব। তাৰ কথাত বিশ্বাস কৰি বুঢ়া-বুঢ়ীয়ে তাক ৰাখিলে আৰু পিছদিনাৰ পৰা পাহাৰৰ মাটিত খেতি কৰিবলৈ তাক যাবলৈ দিলে। ৰাতিপুৱা খুৱাই ধুৱাই দুপৰীয়ালৈও খোৱা বস্তু টোপোলা বান্ধি দি বুঢ়ীয়ে তাক পঠিয়ালে। চতুৰ বান্দৰে গৈ পাহাৰৰ ওপৰত বহিলৈ দাঁতিত থকা বাঁহৰ আহবোৰ হালি-জালি থকালৈ লক্ষ্য কৰি সি গীত গাবলৈ ধৰিলে— ৱানক্ গ'নবা ব' আগ্নি যাক্ বা ৰেটিম ব' (বতাহত বাঁহৰ আগ হালি আহক মোৰো হাত পুনৰ আগৰদৰে হৈ উঠক)। দুপৰীয়াৰ সাজ খাই বৈ সন্ধ্যাৰ আগে আগে বান্দৰ ঘৰ পায়গৈ। বুঢ়া-বুঢ়ীয়ে খেতি চাবলৈ যাব খুজিলে কষ্ট কৰি যাব নালাগে বুলি বান্দৰে বাধা দিয়ে।

এদিন বুঢ়াই চুবুৰীয়াক সুধিলে সিহঁতৰ বান্দৰে কৰা খেতি কেনে হৈছে ? সিহঁতৰ মাটি এইবাৰ জংঘল হৈ থকা বুলি জানিব পাৰি বুঢ়াৰ খঙে চুলিৰ আগ পালেগৈ। পিছৰদিনাখন পথাৰলৈ গৈ বুঢ়াই দেখে যে বান্দৰে গছৰ ডালত বহি গান গাই আছে, পথাৰ জংঘল হৈয়ে আছে। ঘৰলৈ আহি বুঢ়াই বুঢ়ীৰ লগত আলোচনা কৰি বান্দৰক মাৰাৰ বুদ্ধি পাঙিলে। ৰাতি বুঢ়ীয়ে বান্দৰক ভাত খাবলৈ দিলে আৰু লগে লগে দুৱাৰ বন্ধ কৰি বান্দৰক মাৰি পেলালে। বুঢ়া-বুঢ়ী বান্দৰৰ মাংস শুকাই খুন্দি শুকান মাছৰ গুৰি বুলি বজাৰলৈ বেচিবলৈ নিলে। বজাৰত শুকান মাছৰ গুৰি বুলি মানুহৰ হেতা ওপৰা লাগিল। সেই মুহূৰ্ততে চিলনী এজনীয়ে উৰি উৰি ক'বলৈ ধৰিলে- চিৰু ৰু মাকৰা গিচিং (এয়া বান্দৰৰ হে শুকান মাছ)। কথাটো গম পাই কোনেও সেইবোৰ নিকিনিলে। বুঢ়া-বুঢ়ীয়ে সেইবোৰ পেলাই দি ঘৰলৈ গুচি গ'ল। অধিক লাভ কৰিলে যে সকলোৰে দুৰ্দশা সেইটো বান্দৰৰ সাধুটোৰ পৰা গাৰোসকলে প্ৰমাণ দিব বিচাৰে। অসমীয়াতো এনে সাধুৰ অনেক উদাহৰণ আছে।

গাঁৱত মানুহৰ মৃত্যু হ'লে প্ৰত্যেক জাতি-জনজাতিৰ মাজতে কথাটো আওপকীয়াকৈ প্ৰকাশ কৰাৰ উদাহৰণ অনেক আছে। কথাটো অসমীয়া সমাজত প্ৰকাশ কৰা হয়— মানুহজনৰ আয়ুস চাউল ঢুকাল, সংসাৰৰ মায়া মমতা ত্যাগ কৰিলে;



জীৱন চাকি নুমাল, ইত্যাদি, ইত্যাদি। গাৰো জন-গোষ্ঠীয় লোকৰ মৃত্যু হ'লে গাঁৱৰ মুৰব্বীজনে খবৰটো সকলোকে এনে ধৰণে কোৱাৰ নিয়ম আজিও আছে—

চি আন বন চাং জক্না

ৱাল্লা চি চাং জকাত— অৰ্থাৎ পানী ঢুকাল, ৰাতি শেষ হ'ল(মানুহজনৰ মৃত্যু হ'ল)। এনে ধৰণে নানা গীত মাত কথা বতৰাৰ মাজেৰে দৰঙী গাৰো গোষ্ঠীয়লোক সকলে তেওঁলোকৰ লোক-সংস্কৃতি পূৰ্বৰে পৰা ৰক্ষা কৰি আহিছিল যদিও বৰ্তমান গাৰো লোকসকল শিক্ষা-দীক্ষাৰ ক্ষেত্ৰত বহুখিনি আগবাঢ়িছে যদিও তেওঁলোকৰ মাজত এই লোক-সংস্কৃতি দৰঙী অঞ্চলত (অঞ্চলভেদে) অৱলুপ্ত প্ৰায়। সেয়ে উঠি অহা শিক্ষিত গাৰো ডেকা-গাভৰুসকলে তেওঁলোকৰ আপোন লোক-সংস্কৃতিক জীয়াই ৰাখিবলৈ যৎপৰোনাস্তি চেষ্টা কৰা উচিত।□□

**সহায়ক গ্ৰন্থ সমূহ ঃ**

১। অসমৰ জনজাতি- ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য
২। অসমৰ লোক-সংস্কৃতি - ড° বিৰিঞ্চি কুমাৰ বৰুৱা
৩। অসমীয়া জাতিৰ ইতিবৃত্ত - অসম সাহিত্য সভা

ইয়াৰ উপৰিও কেইবা গৰাকী ব্যক্তিৰ সহায় লোৱা হয়-

জোচেফ চাংমা
জোচফিনা চাংমা
ফ্ৰেন্চিচ মাৰাক
টেৰেচা চাংমা
চেফালি মাৰাক আৰু
কেশৱ চহৰীয়া □□

# দৰঙৰ লোক-সাহিত্য আৰু ঢেপাঢুলীয়া

বিনন্দ কুমাৰ ডেকা

আবাহমান কালৰ পৰা সভ্যতাৰ আৰম্ভণিলৈকে নিৰৱচ্ছিন্নভাৱে মানুহৰ মুখ বাগৰি অহা বিভিন্ন জনশ্ৰুতি, গীত-মাত সাধু কথা পটন্তৰ, ফঁকৰা-যোজনা আদিয়ে লোক-সাহিত্যৰ মূল ভেঁটি। যুগে-যুগে মানুহৰ মুখে, মুখে চলি অহা জনশ্ৰুতি, গীত-মাত, সাধু কথা, ফকৰা যোজনা পটন্তৰ আদি লোক সাহিত্যৰ অক্ষয় ভাণ্ডাৰ। লোক-সাহিত্যৰ বুকুত এটা জাতি বা এখন গ্ৰাম্য সমাজৰ প্ৰকৃত সত্তা প্ৰতিভাত হৈ উঠে। সেয়ে ক'ব পাৰি লোক- সাহিত্য জন-জীৱনৰ মহত্তম সম্পদ। লোক সাহিত্যৰ বুকুৰ উম লৈয়ে অসমীয়া সাহিত্য জীপাল হৈ উঠিছে। অসমীয়া জন-জীৱনৰ লোককথা, সাধুকথা, ফকৰা-যোজনাৰ সেন্দুৰীয়া আলিয়েদি বাটবুলি অসমীয়া সাহিত্যই আধুনিক ৰূপ পৰিগ্ৰহণ কৰিবলৈ সক্ষম হৈছে। অসমীয়া সাহিত্য সৃষ্টিৰ মূলতে হ'ল লোক সাহিত্য।

দৰঙী লোকসাহিত্য দৰঙৰ ভৌগোলিক পৰিসীমাৰ মাজত প্ৰস্ফুটিত হোৱা শতপাহি পদুম ফুল। সৃষ্টিৰ দিনৰ পৰা অৰ্থাৎ সভ্যতাই ঢুকি নোপোৱা কালৰে পৰা দৰঙীলোক সাহিত্যৰ বিভিন্ন উপাদান সমূহ আজিও অবিকল ৰূপতে প্ৰচলিত হৈ আছে। প্ৰাকৃতিক দুৰ্যোগত মানুহ জুৰুলা হ'লেও লোকসাহিত্যৰ মূল্যবান সমল সমূহৰ একো ক্ষতি সাধন হোৱা নাই। এক কথাত ক'ব পাৰি দৰঙী লোক-সাহিত্য চহাপ্ৰাণ সহজ-সৰল মানুহখিনিৰ আবেগ অনুভূতিৰ মৌচাক। যুগে যুগে মানুহে সেই মৌচাকৰ পৰা লোক-সাহিত্যৰ বিভিন্ন মৌ ৰস পাণ কৰি আহিছে। লোক-সাহিত্য লোকমনৰ দাপোণ স্বৰূপ। বিভিন্ন গীত, পদ, উপাখ্যান, সাধুকথা, সাথৰ, ফকৰা যোজনা আদিয়ে আজিও দৰঙী মানুহক আনন্দৰ খোৰাক যোগাই আহিছে। দৰঙী লোক কলা বা দৰঙী লোক -সাহিত্যই অসমীয়া সাহিত্যৰ বুকুত এক বিশাল স্থান অধিকাৰ কৰি আহিছে। অন্যান্য জিলাৰ তুলনাত দৰঙী লোককলা বা লোক সাহিত্যৰ স্থান সবাৰে আগত। বিশেষকৈ দৰঙী লোক কলা ব্যাসৰ ওজাপালি, সুকনান্নী ওজাপালি এক মৰ্যাদা সম্পন্ন শ্ৰব্য কলা। এনে অনুষ্ঠান অন্যান্য জিলাত পাবলৈ বিৰল। দৰঙী লোক সাহিত্যত ঢেপাঢুলীয়াৰ গীতৰ সুকীয়া স্থান আছে।

দৰঙী লোকসংস্কৃতিৰ লোক ৰঞ্জনৰ অনুষ্ঠানবোৰৰ ভিতৰত ঢেপাঢুলীয়া এক উল্লেখযোগ্য মনোৰঞ্জনৰ অনুষ্ঠান। তাহানিৰ দৰঙীয়া ৰজা প্ৰজাৰ লোকৰঞ্জনৰ অনুষ্ঠান আছিল ঢেপাঢুলীয়া। গাঁৱলীয়া সমাজত ঢেপাঢুলীয়া অতি আদৰৰ লোকৰঞ্জনৰ অনুষ্ঠান। আগৰ দিনত বিশেষকৈ বিয়া-সবাহ হোম-যজ্ঞ, পূজা-পাৰ্বণ আৰু মাঙ্গলিক অনুষ্ঠানত ঢেপাঢুলীয়া অতি প্ৰয়োজনীয় অনুষ্ঠান আছিল। বিয়া সবাহ আদি মাঙ্গলিক



অনুষ্ঠানত ঢেপাঢুলীয়াই ঢোল-তাল পৰিবেশন কৰি পৰিবেশ মধুৰ আৰু শ্ৰদ্ধা সম্পন্ন কৰি তুলিছিল। মাঙ্গলিক অনুষ্ঠানত ঢোল-তাল বজালে দেৱদেৱীসকল সৰগৰ পৰা নামি আহি আশীৰ্বাদ দিয়ে বুলি চহা মানুহৰ ধাৰণা। আনহাতে অসমীয়া হিন্দু মানুহৰ বিয়াত ঢেপাঢুলীয়া এৰাব নোৱাৰা লোক-অনুষ্ঠান আছিল।

ঢেপাঢুলীয়া অনুষ্ঠানৰ শিল্পীসকলে ঢোল-তাল পৰিবেশন কৰাৰ মাজতে গীত-মাত পৰিবেশন কৰিছিল। গীতবোৰক 'গাহান' বুলি কোৱা হৈছিল। আগঢুলীয়াই গীত লগাই দিয়ে আৰু বাকীবোৰে একেস্বৰে সুৰধৰি গাইছিল। তলৰ গীত ফাঁকিৰে গীতৰ মুখনি মেলিছিল।

' অ এ, গুৰু জ্ঞানীৰ ভৰিৰ ধূলা
শিৰে তুলি লওঁ
মনুষ্য বিবাহৰ কথা
দুই চাৰি আষাৰ কওঁ;
একদিনা পাতিলে হৰপাৰ্বতীৰ বিয়া
সকলোকে মাতিলো
লগে ভাগে যাবা;
তামোল দিলো পাণ দিলোঁ
সৱে মিলি খাবা
চাৰি দিনৰ মূৰত
বিয়া চাবলৈ যাবা।"

আজিকালিৰ বিয়াৰ নিমন্ত্ৰণী পত্ৰৰ কাৰ্যখিনি এই গীত ফাঁকিৰ জৰিয়তে সামূহিক ভাৱে প্ৰচাৰ কৰা হৈছিল। গীত ফাঁকিত সাহিত্যিক মূল্য আৰোপিত হৈছে। ইয়াত গ্ৰাম্য সমাজৰ শিষ্টাচাৰ আৰু আন্তৰিকতাপূৰ্ণ চিত্ৰ এখন উদ্ভাসিত হৈ উঠিছে।

আন এটি গীত
'অ' দোকান চজাই ল'ৰে
চজাই দোকানদাৰী;
ইমান দিনে দোকান চজাই
মই ইমান ডাঙৰ হ'লো—
আজি দোকান চজাৰ নোৱাৰি
সমাজৰ গালি খালোঁ—
অ' দোকান চজাই ল'ৰে।

গীতটিৰ মাজত অসমীয়া গ্ৰাম্য সমাজৰ তাৎক্ষণিক আদৰ্শ প্ৰকাশ পাইছে। আমাৰ জাতিৰ স্বভাৱ সিদ্ধ কথা যে, আমি হুৰমুৰকৈ গেলামালৰ দোকান আৰম্ভ কৰি কিছু বছৰ ৰমৰমীয়াকৈ চলাই থাকিবলৈ সমৰ্থ হওঁ। অনভিজ্ঞতা ধৰ্য হীণতা আৰু

বাণিজ্যিক কৌশল নজনাৰ বাবে অৱনতিৰ পিনে গতি কৰোঁ। ৰমৰমীয়াকৈ চলি থকা দোকানৰ অৱস্থা তলি উদং হলে ওচৰ চুবুৰীয়াই গৰিহণা দিয়াটো এক স্বভাৱ সিদ্ধ কথা।

অ’—বিলাই অ’
কি কম মোৰ
দুখৰ কাহিনী
এক আছে পখিলীবুঢ়ী
উলাহতে নাচে
দুপৰীয়া ঘুমেই উঠি
কাঁথিৰ মূৰত মুতে
অ’ বিলাই অ’....... ।।

এই গীত ফাঁকিত কৰুণ আৰু হাস্য ৰস সুন্দৰকৈ প্ৰকাশ পাইছে। উলাহত নাচিফুৰা নাচনি বুঢ়ীৰ অকৰণীয় কামে মানুহৰ মনত দুখ দিয়াটো স্বাভাৱিক। এনে উদাহৰণ সমাজত পোৱা যায়। একেটা গীতৰদ্বাৰা দৰ্শক শ্ৰোতাক কাৰুণ্য বিলাইদি পুনৰ হস্তুৱাব পৰাটো আন এক কৃতিত্ব। আকৌ আন এটি গীত এনে ধৰণৰ—

‘পৰ্বতৰ কাণে কাণে
ধুনীয়া ফুলৰ শাৰী;
ফুলো সৰিল
পাতো সৰিল
পৰি ৰ’ল ঠাৰি।
হাট কাৰি বাট কাৰিলোঁ
কিনি খালো মুৰি
ঘৰৰ মজিয়াত পৰি আছে
চুণ হোৰকা বাৰি।

এই গীতটোত সুন্দৰ প্ৰতীকি অৰ্থ নিহিত হৈ আছে। মনোৰম প্ৰাকৃতিক পৰিবেশ শু-সুভিত এই ধুনীয়া পৃথিবীত মানুহৰ জীৱনক সৰি পৰা ফুলৰ ঠাৰিৰ লগত তুলনা কৰা হৈছে। মানুহে প্ৰকৃতিৰ নিয়মৰ পৰা কোনোকালে হাত সাৰি যাব নোৱাৰাৰ সুন্দৰ নিদৰ্শন গীতটোৰ মাজতে প্ৰকাশ পাইছে। দ-কৈ ভাবি চালে দেহতত্ত্বৰ সকলো কথা সাঙোৰ খাই আছে। এইয়া গভীৰ উপলব্ধিৰ কথা। জীৱন দৰ্শনৰ কথা ইয়াৰ মাজত নিহিত হৈ আছে।

অ’ মনাই ঐ
আমছকলিৰ গাঁৱত আছে
ধুনীয়া পুখুৰী



# দৰঙৰ চিয়াগীতৰ সাহিত্য বিচাৰ

**ৰেৱণ চন্দ্ৰ নাথ**

দৰঙী চিয়াগীত অসমীয়া লোক সাহিত্যৰ এক আপুৰুগীয়া সম্পদ। দৰং ৰাজ্যত পূৰ্বাপৰ প্ৰচলিত হৈ অহা মূলতঃ বৈষ্ণৱ ধৰ্মোভাগ, বৰখেলীয়া বা পূৰ্ণধেৱীয়া ভক্তি পন্থাৰ ই আনুষ্ঠানিক গীত। চিয়াগীতৰ সাহিত্য বিচাৰৰ পূৰ্বেই ইয়াৰ সংক্ষিপ্ত পৰিচয় নিতান্তই প্ৰয়োজনীয় বিষয়। নৱবৈষ্ণৱ ধৰ্মৰজনক শঙ্কৰদেৱ, মাধৱদেৱ এই গুৰুদুজনাৰ জীৱিত কালত শাক্ত প্ৰধান দৰঙী ৰাজ্যত এক শৰণ নামধৰ্মৰ প্ৰভাৱ পেলাব নোৱাৰিলেও পৰৱৰ্তী কালছোৱাত শঙ্কৰদেৱৰ শিষ্য গোপাল আতাই প্ৰচেষ্টা হাতত লোৱাৰ ফলশ্ৰুতি স্বৰূপেই বৰখেলীয়া ভক্তিধাৰাৰ উদ্ভৱ হৈছিল বুলি প্ৰবাদৰ উপৰি চিয়াগীতে তাৰ সাক্ষী বহন কৰি আছে। অৱশ্যে তথাকথিত সময়ৰ নগা, মিকিৰ আদি জনগোষ্ঠীয়লোকৰ মাজত ধৰ্মপ্ৰচাৰৰ অভিযান চলাওতে আকৰ্ষণৰ স্বাৰ্থত তেওঁলোকৰ মনৰ অনুকূলে কিছুকথা মানি ল’বলগীয়া হৈছিল। সেয়েই তেওঁলোকৰ সুকীয়া ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, গীত-পদৰ কিছু প্ৰভাৱ নপৰা নহয়, যাৰ বাবেই পূজা-পাতল, ভক্তি সাধনা আদিৰ ক্ষেত্ৰত পবিত্ৰ বৈষ্ণৱ ধৰ্মৰ বহুখিনি নীতি আদৰ্শৰ অমিল হয়। বৈষ্ণৱ ধৰ্মৰ কটকটীয়া বান্ধোন কিছু ঢিলা কৰি হলেও—

“ খা মদৰ জোল যা কামিনীৰ কোল।
মুখ ভৰি কেৱল ৰাম কৃষ্ণ বোল।।” — আদি নীতি গ্ৰহণ কৰিবলগীয়া হৈছিল। তাৰ বাবেই এই গীত সমূহক বৈষ্ণৱ ধৰ্মৰ আচহুৱা ৰূপ বুলি কয়। কিন্তু চিয়াগীতৰ নৱ বৈষ্ণৱ ধৰ্মই যে মূল ভেটি আৰু শঙ্কৰ -মাধৱেই যে মূলগুৰু তাৰ ইঙ্গিত চিয়াগীতসমূহে বহন কৰি আছে। যেনে-

“ শিৰত শঙ্কৰ কৰ্ণত মাধৱ
চক্ষুত গোপাল দেৱ।
হিয়াত ৰামৰাই মুখে যদুমনি
পাৱে পৰি কৰো সেৱ।।

..............................................

শঙ্কৰেসে আদি মাধৱে পীৰিতি, গোপাল মেৰুৰমণি।
সেই মণিগোট কণ্ঠত পিন্ধিয়া ব্ৰহ্মানন্দে লগাই ধ্বনি।।”

..............................................

শ্ৰীশঙ্কৰগুৰুৱে বিঙিয়াই ফুৰিছে
হৰিনাম গধূলি পুৱা।” ইত্যাদি। নামৰ মাহত্ম্য বৰ্ণাবলৈ গৈ গীতত গাইছে—
“ নামে গঙ্গাৰ জল ভকতে নিৰ্মল

ব'ই আছে হৃদয়ৰ মাজে হে ৰাম ৰাম
নামে গঙ্গাৰ জল।"

অৰ্থাৎ নৱ বৈষ্ণৱ ধৰ্মৰ নাম, দেৱ গুৰু ভকতি এই চাৰিখুটি, শ্ৰৱন কীৰ্তনকে আদি কৰি ন বিধ ভক্তিৰ উল্লেখ গীত সমূহত কৰা দেখা গৈছে। অৱশ্যে শঙ্কৰগুৰুৰ উপৰি গুৰু পৰম্পৰা হিচাপে মেৰুৰ মণি গোপালদেৱ, ব্ৰহ্মানন্দ, শুকুৰা, কৰিৰা আদি গুৰুৰ মহন্তৰ নাম শ্ৰদ্ধাসহকাৰে স্মৰণ কৰি আছে। 'চিয়া' শব্দৰ অৰ্থ গুৰুৰ নাম স্মৰণ আৰু গুণানুকীৰ্তন কৰা বুলি কোৱা হয়।

বৰখেলীয়া পন্থাৰ ঠগীকৰণি বা ভকতসেৱা, মেৰুসেৱা বা মেৰুকৰণি আৰু 'নগাবেহা'-আদি আনুষ্ঠানিক কাৰ্যৰ ক্ৰম অনুসাৰে— ভকত আৰু ভক্তি মাতৃৰসকলে মন প্ৰাণ ঢালি গোৱা এই ভক্তিগীত সমূহ অসমৰ লোক সাহিত্য, গীতি সাহিত্য তথা কলা কৃষ্টি-সংস্কৃতিৰ এক অপূৰ্ব সম্ভাৰ বুলি কব লাগিব। প্ৰায়ে নিৰক্ষৰ মহন্ত-ভকতৰ মাজত প্ৰচলিত এই গীত সমূহ যে অতি জ্ঞান-গভীৰ সম্পন্ন সাধু মহন্ত কলা কৌশলযুক্ত সৃষ্টি তাক ঠাৱৰ কৰিব পাৰি।

প্ৰায় যোড় শতিকাৰ প্ৰাৰম্ভণীৰে পৰা কিছু আগ পিচাকৈ অসমত গঢ়লৈ উঠে ভক্তি ধৰ্মৰ আন্দোলনে। প্ৰায় প্ৰত্যেক ধৰ্মৰে প্ৰচাৰ মূলবাহক ৰূপে স্বাভাৱিকভাৱে সৃষ্টি কৰিবলগীয়া হয় সাহিত্যৰ লগতে কলা-কৃষ্টি সংস্কৃতি। বিশেষকৈ সহজতে মানুহৰ হৃদয় মন জয় কৰিব পৰা উত্তম মাধ্যম ৰূপে প্ৰাধান্য লাভ কৰে— ধৰ্মীয় গীত পদ সমূহে নৰবৈষ্ণৱ ধৰ্মৰ ক্ষেত্ৰত গুৰু দুজনাৰ ভক্তিমূলক বৰগীত, ভটিমা, আজান-ফকিৰৰ জিকিৰ আৰু লগতে দৰঙী ৰাজ্যত কিছু পৰৱৰ্তীকৈ সৃষ্টি হয় ধৰ্মীয় আৰু আধ্যাত্মিক গীত-পদ সমূহৰ। প্ৰসঙ্গতে ক'ব লাগিব পূৰ্বৰে পৰা প্ৰচলিত হৈ অহা দেহ বিচাৰৰ গীতৰ কিছু প্ৰভাৱ এই গীত সমূহ অনুভূত হয়। অসমৰ লোক সাহিত্য তথা গীতি সাহিত্যৰ সম্পদ এই ধৰ্মীয় গীত সমূহৰ মাজত সাহিত্য, সাংগঠনিক ভক্তি ধৰ্ম, আধ্যাত্মিকতাৰ আৰু অৰ্থব্যঞ্জনাৰ ক্ষেত্ৰত সততে পৰিলক্ষিত হয় অনেকখিনি মিল।

উদাহৰণ স্বৰূপে—

জিকিৰ ঃ দুনিয়া এদিনৰ, দুনিয়া দুদিনৰ দুনিয়া ফুলনি বাৰী।
চিয়াগীত ঃ এই সংসাৰ এদিন, এই সংসাৰ দুদিনৰ, এই সংসাৰ ফুলনিবাৰী।।

জিকিৰ ঃ পানীমৰে পিয়াহত, অগ্নিমৰে জাৰত।
খোদা ৰুচুল লুকাই আছে মমিনৰ আঁৰত।।
চিয়াগীত ঃ সৰোবৰৰ মাজে মৃগি বাস কৰে
পিয়াহত মৰে কান্দি"...... ইত্যাদি।



দেহ বিচাৰৰ গীত ঃ দেহৰে ভিতৰে আছে খলা বমা
পিচলি পৰিবা তাত।"
চিয়াগীত ঃ দেহৰে ভিতৰে আছে নিজ গুৰু ঐ
চিনি জানি কৰা সেৱা মোৰ বান্ধৱ।
সেই জনাত সুধিয়া ধৰম নিচিনিলে
সেৱাৰে লাগিব ৰেৱা, মোৰ বান্ধৱ।। ইত্যাদি

এই দিশৰ প্ৰতি লক্ষ্য ৰাখি গ্ৰাম্য নিৰক্ষৰ ভকত মহন্তৰ মাজত প্ৰচলিত হৈ থকা ভক্তিমূলক 'চিয়াগীত' সমূহ সাহিত্য সম্ভাৰেৰে সমৃদ্ধ বুলি নিঃসন্দেহে ক'ব লাগিব।

সাহিত্য বিচাৰ সন্দৰ্ভত ভিন ভিন সংস্কাৰ উদ্ধৃতি পোৱা হয়। সংস্কৃত আলংকাৰিক সকলে নিজস্ব মতামতেৰে ইয়াত যুক্তিপূৰ্ণ সূত্ৰ উত্থাপন কৰিছে। আজিৰ সাহিত্য সন্দৰ্ভত থকা যিটো সামগ্ৰিক ৰূপ সি পূৰ্বতে 'কাব্য'ৰ ওপৰতেই সীমা বদ্ধ আছিল। কিয়নো গদ্য সাহিত্যিকতকৈ কাব্য সাহিত্য বহুতো আগবঢ়া। থোৰতে 'শব্দাৰ্থো সহিতৌ কাব্যম।' অৰ্থাৎ ধ্বনি বা শব্দ আৰু অৰ্থৰ মিলনেই কাব্য। অৱশ্যে সিয়ে ৰমণীয় তথা ৰসোত্তীৰ্ণ ভাবে পাঠকক মনত বিমল জ্ঞানোদ.য়ৰ সৃষ্টি কৰিব পাৰিব লাগিব। আকৌ 'সাহিত্যস্য ভাব সাহিত্যম'। 'সহিত শব্দৰ পৰা সৃষ্টি হোৱা সাহিত্য শব্দৰ প্ৰয়োগ পৰৱৰ্তী কালৰ বুলি কোৱা হয়। অৰ্থযুক্ত শব্দ বা ধ্বনিৰে পাঠক, কাব্য সাহিত্য গদ্য সাহিত্য যিয়েই নহওক। আকৌ ভাষাক ব্যাকৰণৰ ঠাঁচ লগাই অৰ্থযুক্ত কৰি ৰস সৃষ্টি কৰিব পাৰিলেই সি সাহিত্য নাম পায়। তাত ন কইনাজনীৰদৰে বিভিন্ন অলংকাৰ খটুৱাই অধিক মনোগ্ৰাহী কৰি তোলা হয়।

ভক্তিমূলক 'চিয়াগীত'ৰ শব্দচয়নৰ মাধুৰ্যতা, হৃদয়স্পৰ্শী অৰ্থব্যঞ্জনা, শব্দালংকাৰ আৰু অৰ্থালংকাৰৰ নিখুত প্ৰয়োগ, প্ৰয়োজনীয় ৰস সৃষ্টি, গীতি ধৰ্মিতা, ভক্তি-ধৰ্ম আৰু আধ্যাত্মিকতাৰ কলা-কৌশল যুক্ত প্ৰকাশ ভঙ্গী, ৰূপক আৰু প্ৰতীকৰ চমৎকৃত ব্যৱহাৰ, মধুৰ কল্পনা, সুৰ লালিত্য আদি দিশ প্ৰত্যক্ষ কৰি ক'ব পাৰি ই যেন নিপুণ খনিকৰৰ হাতৰ পৰশত পূৰ্ণাঙ্গ ৰূপপোৱা অসমীয়া লোক তথা গীতি-সাহিত্যৰ স্বৰূপ, লগতে কলা-কৃষ্টি সংস্কৃতিৰ জীৱন্ত ভাস্কৰ। ওপৰোক্ত সাহিত্যৰ প্ৰধান বৈশিষ্ট্য সমূহলৈ লক্ষ্য ৰাখি পৰ্য্যবেক্ষণ কৰিলেই ইয়াৰ সত্যতা প্ৰতিপন্ন হ'ব। প্ৰথমে ক'ব লাগিব গীতখিনিৰ ৰচনা ৰীতি অতিকে মাৰ্জিত আকৰ্ষণীয়, চিত্তাকৰ্ষক আৰু উদ্দেশ্য অনুসাৰে সঠিক ভাবেই ৰূপায়ণ কৰা হৈছে। শব্দচয়নত আলসুৱা তথা কোমল শব্দপ্ৰয়োগ ,বাক্য গাঁঠনিৰ মসৃণতাৰ লগতে ভকতীয়া ঠাঁচ, মিত্ৰাক্ষৰ ছন্দৰ মধুৰ প্ৰয়োগ আদিয়ে গীতখিনি তুলি ধৰিছে। সুৰ, তাল, লয় আদিৰ প্ৰয়োগৰ ক্ষেত্ৰত গীতি ধৰ্মীতা ৰক্ষিত হৈছে। তদানুসাৰে ডম্বৰু, কোলঢোং, ৰামকৰতাল, তাল আদি বাদ্য সঙ্গত কৰি ওৰে নিশা পূজা সেৱাত ক্ৰমানুসাৰে আদৰণী- চিয়াৰ পৰা ভকত সজ্জনৰ বিদায়ৰ চিয়ালৈকে ক'তো উজুটি খাবলগীয়া হোৱা নাই, প্ৰাসঙ্গিকতাও বাধাপ্ৰাপ্ত হোৱা নাই। ইয়াৰ গুৰিতে

মজবুট সংগঠন বুলি ক'ব বিচাৰি ব্যাকুলিত হোৱা ভকতসকলে গুৰুজনাই পদূলিত পধূলি দিয়াৰ লগে লগেই ব্যাকুলি ভাবে আদৰণি জনাই গায়।

" অ' হৰি মোৰ ক'লে গৈছিলা
প্ৰভুমোৰ ক'লে গৈছিলা।
বৈকুণ্ঠৰ গোঁসাই নাথ নাৰায়ণ
ক'তে ক'তে আছিলা হৰি।।"........

.............................................................................

গুৰুক সাক্ষাৎ ঈশ্বৰ জ্ঞান কৰি গায়—

" তযু সেৱা বিনে ই তিনি ভুৱনে
নেদেখো আন উপায়।।

ভক্তৰ দৃষ্টিত গুৰুৱেই সকলো। উদাহৰণ স্বৰূপে—

ধৰ্ম, অৰ্থ, কাম, ভুকুতি মুকুতি
তযু সেৱাতেসে পায়।' ইত্যাদি-

এই দৃঢ় বিশ্বাস আৰু আস্থাৰে ভৃঙ্গাৰৰ জলেৰে তেখেতৰ চৰণ চুই, ভৰিত তেল মালিচ কৰি চুমা খাই কিদৰে তেখেতৰ পূজা সেৱা কৰিব তাৰ মধুৰ কল্পনাত মগ্ন হৈ পৰে। প্ৰত্যেক পৰ্যায়তে যেনে- তেল-জল, গুৱাপাণ জননী, সঙ্গপাতা, প্ৰেমৰস, উপাচাৰ, পূজা, অৰ্চনা, ভক্তিতত্ব, মেৰুকৰণি প্ৰায় প্ৰত্যেকতে যেন মধুৰ চিত্ৰকল্প পৰিস্ফুত হৈ উঠে। পৰিসমাপ্তিত গোৱা 'ভকত বিদায়'ৰ চিয়াগীতটি অতিকে বেদনা গধুৰ কৰুণ ৰসসিক্ত। যেনে-

" অ কিনো মায়া কৰি যোৱা এ
মোৰ প্ৰাণ কৃষ্ণ মধাই
আমাক তেজিয়া তৰুতলে বসি
থাকিবা কাকেনো চাই এ।।
সাধু সদাচাৰ ভকতি ৱেৱহাৰ
অময়া মাধুৰী পীউ।
শুদ্ধ উপচাৰে পূজিবা নাপাৰো
আমাৰ হ'ল দুখীয়া জীউ।। ইত্যাদি

কিছু সংখ্যক 'চিয়াগীত' সংগ্ৰহ কৰি ব্যাস সঙ্গীতাচাৰ্য্য প্ৰয়াত দুৰ্গেশ্বৰ নাথ ওজাদেৱে 'চিয়া' শীৰ্ষক গ্ৰন্থত তাৰ সংস্কাৰ সাধনেৰে মান্যভাষা প্ৰয়োগ কৰিছে যদিও শিক্ষিত তথা নিৰক্ষৰ ভকত মহন্ত আৰু ভক্তপ্ৰাণ মাতৃসকলে মঙ্গলদৈয়া উপভাষাৰ কিছু উচ্চাৰণেৰে গাইছিল বুলি জনা যায়। উদাহৰণ স্বৰূপে দুই চাৰিটা শব্দ উল্লেখ কৰা হ'ল।



| মঙ্গলদৈয়া | মান্যভাষা |
|---|---|
| গৈছিলা | গৈছিলি |
| ক'তে | ক'কে |
| হবো | হৈবো |
| বিছিবো | বিঞ্চিবো |
| ভৈৰৱকুণ্ড | ভয়ৰা কুড়তে |
| মচিবো | মলচিবো। ইত্যাদি- |

সি যি কি নহঁক তাত্বিক আৰু আধ্যাত্মিক তত্ব সম্বলিত এই ভক্তিগীত সমূহৰ উপযুক্ত শব্দ তাৰ ভকতীয়া ভাষাৰ প্ৰয়োগ বাক্য গাঁঠনিৰ মসৃণৰূপ, পংক্তি সমূহত পৰিস্ফুত চিত্ৰকল্প, উপমা, ৰূপক, প্ৰতীককে বিভিন্ন শব্দ আৰু অৰ্থালংকাৰৰ যথাযথ ব্যৱহাৰে ভক্তিগীত হিচাপে চিয়াগীতত উচ্চমানদণ্ড নিৰূপণ কৰি আছে।

চিয়াগীত সমূহত উল্লেখিত কিছুমান শব্দ, খণ্ডবাক্য, ব্যাক্যাংশ, উপমা, তুলনা অতিকে চিত্তাকৰ্ষক আৰু অৰ্থব্যঞ্জক, একোটা আছোৰতেই যেন বহুকথা কৈ দিয়াৰ প্ৰয়াস। উদাহৰণ স্বৰূপে তাৰ কেইটামান উল্লেখ কৰা হ'ল।

যেনে- মন মাতঙ্গৰ ছান্দনী, ভকতি খাণ্ডাৰা, জ্ঞান জখলা, জীউতে, জীউলুকুৱাই ৰসপুৰ নগৰত থাকো, পাৰোৱাবুলনে যাই; দেহাই হ'ল কাকেৰী খোলা, কামে ভৈলা জলকীয়া, মুঠিতে জীউ লুকুৱাই, কমাৰে ভাথি তাৱাই, সেৱাতে লাগিব ৰেৱা, এই সংসাৰ ফুলনিবাৰী, পণ্ডিতৰ গুছিলভাস, তিনিত তিনিগুণ হয়, নগাই কান্দে উকি মাৰি আমাৰ হ'ল দুখীয়া জীউ, সাৰে পৃথিবীৰ ধূলি ইত্যাদি।

'চিয়াগীত'ত ব্যৱহৃত শব্দালংকাৰ আৰু অৰ্থালংকাৰ সমূহ যেন সোণত সুৱগা চৰাই আছে। গীতৰ প্ৰতেক পংক্তিতে ব্যৱহৃত মিত্ৰাক্ষৰ ছন্দ তথা অন্ত্যানুপ্ৰাসৰ প্ৰয়োগ অতিকে মসৃণ, যেন স্বতঃ স্ফুট প্ৰয়োগহে উদাহৰণ স্বৰূপে —

চৈধ্যখন ব্ৰহ্মাণ্ড ঘূৰিয়া ভকতি
লৈলে সচঙ্গতে ঠাই।
কহে গুৰুদেৱে শুনা বন্ধুসৱে
এই চিয়াভকতে গায়।।"

অন্যান্য অনুপ্ৰাসৰ ব্যৱহাৰেও গীতসমূহৰ সৌন্দৰ্যবৰ্দ্ধন কৰি আছে। যেনে—

ধৌ ধৌ কৰে সচঙৰে আলি
ধৌ ধৌ কৰে বাট।
ধৌ ধৌ কৰি বেহাইলৈ আহিছোঁ
মহা সুহৃদৰে হাট।।"

পত্ৰৰ চিয়া—

অনন্ত নাভিৰে গোবিন গোবিন গোবিন্দ

অ' গোবিন মৃতিকা আনিলা গোবিন গোবিন গোবিন্দ
অ গোবিন বৰাহে বিষ্ণুয়ে গ'ই
ঐ ৰাম ৰামে গোঁসাই। ইত্যাদি—

ভক্তিমূলক এই আধ্যাত্মিক গীত সমূহ ৰূপক উপমা আৰু প্ৰতীকৰ ব্যৱহাৰে এক বিশিষ্ট স্থান অধিকাৰ কৰি আছে। প্ৰায়বোৰ ভক্তি গীততেই এই তিনিবিধ অলংকাৰৰ প্ৰচুৰ প্ৰয়োগ পৰিলক্ষিত হয়। বাস্তৱ দৃষ্টিত প্ৰত্যক্ষ কৰা গীতৰ পংক্তি সমূহৰ তলত লুকুৱাই থাকে অৰ্থ ব্যঞ্জনাৰে ৰসামৃত তথা প্ৰকৃত তত্ত্ব। কঠোৰ সাধনা আৰু গভীৰ জ্ঞানালব্ধ লোকৰ দ্বাৰাহে এনে কৌশলগত সৃষ্টি সম্ভৱ। চিয়াগীত সমূহৰ প্ৰধানকৈ গুৰুত্ব, মেৰুত্ব, ঈশ্বৰ তত্ব দেহাতত্ব আদি তাত্বিক আৰু আধ্যাত্মিক তত্বই আত্মগোপন কৰি থাকে ৰূপক, উপমা আৰু প্ৰতীকেৰে সৃষ্ট পংক্তি সমূহ আৱৰণৰ তলত। গভীৰ অনুধাৱন, গুৰু আৰু ঈশ্বৰ ভক্তি আৰু সৎসঙ্গৰ অস্ত্ৰেৰে এই গুঢ়াৰ্থ ৰসামৃত ব্যেহ ভেদ কৰা সম্ভৱ। চিয়াগীতত আছে—

মনুৰাই— " ইটো দেহা পলু প্ৰায়
দৃষ্টান্তক তেজি অৰ্থ লৈয়ো ভেদি এ
তেবেসে হৰিক পাই এ।।"

.....................................................

ভকতি ৰসেৰে অময়া মাধুৰী
আমি পান কৰো ৰঙ্গে।। ইত্যাদি—

গীত সমূহৰ তাত্বিক বিচাৰ যিদৰে জটিল একেদৰে আনন্দদায়কো। এই প্ৰসঙ্গত দুই তিনিটা উদাহৰণেই যথেষ্ট। আমাৰ দৃষ্টিত তলৰ চিয়াগীত সমূহৰ তাৎপৰ্য্য এনেধৰণৰ—

খেৰলীৰ জালৰ গুড়ি বাৰকুৰি
পোহৰ লেখা- জোখা নাই।
টিপনী ধৰিবা চপা বলদিবা
মুঠিতে সমস্ত পায়।।
বাৰহাত জালৰে তেৰহাত ফটা
ৰৌ কুৰ্হি সৰকি যাই।
সিখনি জালতে মোঁৰা ডৰিকণা
পাহে পাহে লাগি ৰয়।।"

ইয়াত খেৰলী জাল = ভক্তি ধৰ্মৰ অভিযান
গুৰি, পাহ = ধৰ্মীয় ৰীতি-নীতি
টিপনী = বিশ্বাস, আস্থাদিৰ দৃঢ়তা
মুঠি = গুৰু



জালফটা = ধৰ্মীয় বান্ধোন নথকা বা নামানা
ৰৌ-কুৰ্হি = সমাজৰ জ্ঞান শূণ্য, বৰ বৰ অহংকাৰী লোক
মোৰা-দৰিকণা = ধৰ্মজ্ঞান-সম্পন্ন-সাধু-মহন্ত-ভকত(নিৰক্ষৰ লোক)
পাহে পাহে লাগি ৰোৱা = ধৰ্মীয় সাধনাত সিদ্ধি লাভ কৰা।

ধৰ্ম জ্ঞান শূণ্য, বৰ বৰ মানুহ নামধাৰা ব্যক্তিয়ে ধৰ্মীয় ৰীতিনীতিক অৱজ্ঞা কৰি স্বোপাৰ্জিত নানা ঐশ্বৰ্য্য-বিভূতিৰে পূজা সেৱা কৰিলেও তেনে আন্তৰিকতা বিহীন কাৰ্যৰে পৰম পুৰুষ সান্নিধ্য লাভ কৰিব নোৱাৰে। কিন্তু মোৱা ডৰিকণাস্বৰূপ আৰ্থিক দুৰস্থা সম্পন্ন ভক্তিপ্ৰাণ সাধু ভকতে গভীৰ আস্থা আৰু আন্তৰিকতাৰে পূজা সেৱা কৰি গুৰুৰ জৰিয়তে পৰমপুৰুষ সান্নিধ্য লাভ কৰিবলৈ সক্ষম হয়।

কিনো অদভূত ভৈলা মোৰ বান্ধৱ
কেনো অদভূত ভৈলা ঐ ৰাম ৰাম
কিনো অদভূত ভৈলা।
মাজ সাগৰত শিল উপঙয় মোৰ বান্ধৱ
চামৰ নাও তল গৈলা মোৰ বান্ধৱ ঐ
কিনো অদভূত ভৈলা।।"

গীতটিৰ তাৎপৰ্য এনেধৰণৰ গভীৰ আন্তৰিকতা আৰু কাঠোৰ সাধনা ভক্তি ধৰ্ম সিদ্ধিলাভ কৰা সিদ্ধ পুৰুষে ( শিল যেন) অসম্ভৱ কাৰ্যও সম্ভৱ কৰি তুলিব পাৰে। কিন্তু আন্তৰিকতা বিহীন পূজা-সেৱাৰ জৰিয়তে কঠিন চাম কাঠৰ নাও তলযোৱাৰ দৰে সেৱকৰো একে অৱস্থা হয়।

সাধক গুৰুসকলৰ মাহত্ম্য বৈচিত্ৰ্যময় ৰূপত পৰিস্ফূৰ্ত হৈ আছে চিয়াগীত।
" কবীৰা ভকতে বংশীত ফুঁক মাৰন্তে
বিৰিখৰ পাতসৰি যায়।
দালিম চৈ ভকতে ডম্বৰু বজাওতে
ডালে পত্ৰে যোৰা খায়।।— এই পংক্তিয়ে জীৱাত্মা আৰু পৰমাত্মাৰ মিলনৰ কথা সূচাইছে। প্ৰায়বোৰ চিয়াগীততেই, উপমা, ৰূপক আৰু প্ৰতীক সুন্দৰ প্ৰয়োগ ভক্তি গুৰু-গাম্ভীৰ্য পৰিৱেশৰ সৃষ্টি কৰি আছে। ইয়াৰ উদাহৰণ অনেক। এই প্ৰসঙ্গতে দুই-চাৰিটা নমুনা দাঙি ধৰা হ'ল।—

" বিচাৰেসে তত্ব জ্ঞান ৰসে গুৱা
প্ৰেমৰসে ভৈলা পাণ।
চিত্তৰসে জানা ভৈলা আসি চুণ
সেৱায়ে কটাৰী খান।।"......

.....................................................

" অজ্ঞানে গাহৰি মনে হ'ল কুকুৰা

দেহাই হ'ল কাকেৰি খোলা
লোভে হ'ল পছ্লা মোহে হ'ল কুমুৰা
চিতে ফুটিখাৰ ভৈলা।''......

..........................................................

" শ্ৰৱণ-কীৰ্ত্তন পত্ৰক ভূঞ্জিয়া
প্ৰেমে পলু পুষ্ট হয়,
একে দুই তিনি চাৰিতে বৈৰাগ্য
পকি ঝালি বান্ধি ৰয়।। ইত্যাদি।

এইবোৰত অন্ত নিহিত তাৎপৰ্য তথা গুঢ়াৰ্থৰ মধু ৰস পান কৰি জ্ঞান পিপাসু সাধু মহন্তই ভক্তিমাৰ্গ আৰোহনেৰে চৰম শান্তি লাভ কৰে।

চিয়াগীতৰ ৰস বিচাৰ সাহিত্যৰ এটি প্ৰধান বৈশিষ্ট্য। ৰস সাধাৰণতে ন বিধ যদিও সংস্কৃত আলংকৰিক তথা ৰসজ্ঞ সকলে আৰু দুই-চাৰিটা ৰসৰ যোগ দি নিজস্ব মতামত ব্যক্ত কৰিছে। অভিনৱ গুপ্ত 'অভিনৱ ভাৰতীয়'ত শ্ৰদ্ধা আৰু ভক্তি ৰসৰ সন্ধান পোৱ যায়। শান্ত ৰস প্ৰাধান্যতা স্বীকাৰ কৰি তেখেতক কৰিছে শান্ত ৰসৰ স্থানীয় ভাব শম, তত্ত্বজ্ঞান বা আত্মজ্ঞান। আত্ম স্বৰূপতে আনন্দময় বা ৰসস্বৰূপ। ভৱমূৰ্তিৰ মতে কৰুণ ৰসেই সকলোৰে মূল। কৰুণ শব্দ অৰ্থ দয়া বা সহানুভুতি। দুখীত কৰুণ ৰসেই সকলোৰে মূল। কৰুণ শব্দৰ অৰ্থ দায় বা সহানুভূতিৰ মতে। দুখীত জনৰ দুখ বুজি যি হৃদয়তাৰ দ্ৰব্য ভাৱত জন্ম হয় সিয়ে কৰুণা। মহাকবি জগন্নাথে কৰুণৰসৰ চিত্তৰ দ্ৰবীভাৱত যে সকলোতকৈ বেছি তাক স্বীকাৰ কৰিছে। ভাষা সাহিত্যবিদ ডক্টৰ বাণী কান্ত কাকতিদেৱো এই ক্ষেত্ৰত একমত। মহাৰাষ্ট্ৰীয় পণ্ডিত ভাগৱতবোপ দেবেও'মুক্তাফল' গ্ৰন্থত সকলো ৰসেই ভগলৎ বিষয়ক হলে ভক্তি ৰস হয়। গৌৰীয় বৈষ্ণৱসকলে মুখ্য ভক্তি ৰস বুলি কৈ তাৰ পৰাই শান্ত, দাস্য, সখ্য মধুৰ এই পাঁচ বিধ ৰসৰ কথা উল্লেখ কৰিছে অসমৰ সন্ত। বৈষ্ণসকলৰ মতেও ভক্তি সকলোৰে উদ্ধত বুলি ক'ব বিচাৰিছে।

এনেবোৰ অভিমত অনুধাৱন কৰি চিয়াগীত সমূহৰ উদ্দেশ্য সংগঠন আৰু ৰূপায়ণ প্ৰক্ৰিয়ালৈ লক্ষ্য ৰাখি ভক্তিসৈই ইয়াত প্ৰাধান্যতা লাভ কৰিছে বুলি নিশ্চিতত ভাৱে ক'ব খোজো।

চিয়া গীতত আছে——

" অপাৰ আনন্দ সুখ মোৰ বান্ধৱ
অপাৰ আনন্দ সুখ— ঐ ৰাম ৰাম
অপাৰ আনন্দ সুখ।
ভাৰন্তে আসিয়া ভকতি দৈখাইয়া
জীৱৰে গুছাইলা দুখ মোৰ বান্ধৱ



জীৱৰে গুছাইলা দুখ ।।" ভক্তি ৰসৰ মধুৰ ৰস পান কৰি গুৰু মহন্ত আৰু ভকতে হৃদয় লাভ কৰে অপাৰ আনন্দ। তদুপৰি শান্ত, কৰুণ আদি ৰসৰ সমবেশেও ভক্তসকলকে ধৰি সকলো ধৰ্ম পৰায়ণ ৰাইজৰ মনত সঞ্চাৰ কৰে আত্মজ্ঞান স্বৰূপ আনন্দৰ লগতে দয়া সহানুভূতি, বিনয়তা আৰু দাস্যভাৱ আদি গুণ সমূহৰ।

কৰুণ ৰস সিক্ত 'ভকত বিদায়' চিয়া গীতত আছে—

' সাধু সদাচাৰ ভকতি বেৱহাৰ
অময়া মাধুৰী পিউ।
শুদ্ধ উপচাৰে পূজিব নাপাৰো
আমাৰ হ'ল দুখীয়া জীউ।।"

..........................................................

" জনম-মৰণ নিশ্চয় শৰণ
পৰিপূৰ্ণ ভকতৰ।
শু কথা সুবুদ্ধি যাত প্ৰকাশিছে
সিজনা সাধু সঙ্গৰ।।"

নগা পাহাৰৰ দাঁতি কাষৰত ধৰ্মত দিক্ষা দি ভকতি অহাৰ সময়ত গুৰু বিচ্ছেদত উদ্ভৱ হয় এক কৰুণ পৰিস্থিতিৰ। এই প্ৰসঙ্গত হৃদয় বেদনাৰে ভক্ত নগাই কান্দি কান্দি গায়—

" অ' চৈৰাঙ্গৰ বালিতে বৈ
নগাই ক্ৰন্দন কৰে ঐ
অ' প্ৰাণৰে গোসাই আহাৰে। সঁচাকৈয়ে ই অতিশয় মৰ্ম্ম স্পৰ্শী আৰু ধৰ্মীয় নিষ্ঠাৰ পৰিচায়ক। প্ৰায়বোৰ চিয়াৰেই বিশেষকৈ শেষ পংক্তি দাস্য ভাৱৰ অভিব্যক্তি ঘটিছে—

" হে প্ৰাণ নাথ নকৰো অনাথ
মোৰ পৰে পাপী নাই।
ব্ৰহ্মানন্দদেৱৰ পাৱত বন্দিয়া
দাস শুকদেৱে গায়। ইত্যাদি—

এইদৰে ৰস বিচাৰৰ ফালৰ পৰাও 'চিয়াগীত' সমূহ অসমীয়া লোক-সাহিত্য তথা ভক্তি সাহিত্যৰ যে আপুৰুগীয়া সম্পদ তাৰ পৰিচয় পোৱা যায়।

ভক্তি প্ৰধান 'চিয়াগীত' পৰিবেশিত আনুষ্ঠানিক কাৰ্য ঠাইখিনি তেখেতৰ দৃষ্টিত বৈকুণ্ঠ এক চিত্ৰ কল্প উদ্ভাষিত হৈ থাকে। ভকত আৰু ভক্তি মাতৃ সকলৰ সু লালিত্য, দেৱবাদ্য ডম্বৰু তাল কোলঢোং, ৰামকৰতালৰ মধুৰ ঝংকাৰে ঠাইখিনিলৈ কঢ়িয়াই আনে অময়াপুৰীৰ যেন এক কল্পনাময় ধাৰণা আৰু গুৰু-গম্ভীৰ ধৰ্মীয় পৰিবেশ। উৎকৃষ্ট গীতি সাহিত্য যে নহয় চিয়াগীত সমূহ লোক কৃষ্টিৰো এক পৰম সম্পদ।

সেয়ে গুৱাহাটী আকাশবাণী কেন্দ্ৰ আৰু দূৰদৰ্শনত দৰঙী লোকৰূপে এক মৰ্যাদাসহকাৰে পৰিবেশিত হৈ আহিছে। প্ৰকাশ থাকে যে অসমৰ কলা-কৃষ্টি জগতৰ বৰেণ্য পুৰুষ ব্যাস সঙ্গীতাচাৰ্য্য প্ৰয়াত দুৰ্গেশ্বৰ নাথ ওজা আৰু এই লিখকৰ যুটীয়া প্ৰচেষ্টাত ইতিমধ্যে 'দৰঙী চিয়াগীত'— শীৰ্ষক কেচেটত দহোটা গীত বাণীবদ্ধ কৰা হৈছে। চিয়াগীত সমূহৰ অধিক চিন্তা-চৰ্চ্চা, সংৰক্ষণ আৰু গৱেষণাই অসমীয়া সাহিত্য আৰু কলা-কৃষ্টি জগতত যে মহৎ উপকাৰ সাধিব সি নিশ্চিত।

সাহিত্যিক জাতিৰ দাপোণ আখ্যা দিয়া হয়। আনহাতে এয়েই জাতিৰ ঐক্য-সংহতিৰ মূল উৎস। বিভিন্ন জাতি সম্প্ৰদায় আৰু নগা, মিকিৰকে ধৰি বিভিন্ন জনজাতিৰ সংমিশ্ৰণ আৰু হৃদয়ৰ সম্বন্ধেৰে গঢ়ি উঠা বৰখেলীয়া ভক্তিধাৰাৰ প্ৰচাৰৰ মূল বাহকৰূপে চিয়াগীত সমূহে অসমীয়া ভাষা সাহিত্যৰ সৌন্দৰ্যৰে সমুজ্জ্বল হৈ জাতীয় জীৱনৰ ঐক্য-সংহতিৰ এখন দাপোণৰূপে প্ৰতিবিম্বিত হৈ আছে। মৌ-মাখিৰদৰে অনুসন্ধিৎসু ভক্তি-জ্ঞান পিপাসুসকলে বিচাৰিলে ইয়াত নতুন নতুন মৌ ৰসৰ সন্ধান পাব বুলি আমি গভীৰভাৱে বিশ্বাস কৰো।❑❑



# দৰঙৰ লোক কাব্য দলিপুৰাণত পথৰুঘাটৰ ৰণ

## ড° প্ৰসন্ন কুমাৰ নাথ

'পথৰুঘাটৰ ৰণ' দৰঙী সাধাৰণ কৃষক জনসাধাৰণৰ সাহস আৰু প্ৰতিবাদৰ স্বাক্ষৰ। পথৰুঘাটৰ ৰণ কেৱল দৰং অথবা অসমৰেই নহয় এই ৰণ সমগ্ৰ ভাৰত বৰ্ষৰ ইতিহাসৰ বাবে এক স্মৰণীয় ঘটনা। যাৰ বুকুত বিচাৰি পোৱা যায় পৰৱৰ্তী কালৰ স্বাধীনতা আন্দোলনৰ এক অফুৰন্ত প্ৰেৰণাৰ বীজ মন্ত্ৰ ব্ৰিটিছ চৰকাৰৰ খাজনা বৃদ্ধিৰ প্ৰতিবাদত জাঙুৰ খাই উঠা পথৰুঘাটৰ কৃষকসকলে হয়তো ভাৰতৰ মাটিৰ পৰা অসমৰ মাটিৰ পৰা ব্ৰিটিছক বাহিৰ কৰি দিয়াৰ সংকল্প লৈ পৰিকল্পিত ভাৱে এই যুঁজত অৱতীৰ্ণ হোৱা নাছিল। কিন্তু খাজনাৰ বোজা বব নোৱাৰি সেই বোজা ওফৰাই পেলাবলৈ তেওঁলোক স্বতঃস্ফূৰ্তভাৱে এক গোট হৈছিল আৰু ব্ৰিটিছ শোষকৰ বিৰুদ্ধে যুঁজত অৱতীৰ্ণ হৈছিল। পথৰুঘাটৰ এই বিদ্ৰোহ সংঘটিত হৈ যাবলৈ এশ বছৰৰো অধিক সময় পাৰ হ'ল। তথাপি এই বিদ্ৰোহৰ বিষয়ে বিভিন্ন মহলত চিন্তা চৰ্চা চলি আছে। পথৰুঘাটৰ সেই অনাখৰী কৃষকসকলৰ সাহস আৰু প্ৰতিবাদী সত্বাই আজিও মানুহক প্ৰেৰণা দি আছে। আজি বৃটিছ শাসক শোষকে হয়তো পোনপতীয়া ভাৱে কৃষকক শোষণ কৰা নাই, তথাপি কিন্তু স্বাধীন ভাৰতৰ স্বাধীন চৰকাৰৰ তলত বাস কৰা কৃষকৰ অৱস্থা উন্নত বুলি ক'ব নোৱাৰি। চৰকাৰে বিভিন্ন আঁচনি গ্ৰহণ আৰু প্ৰৱৰ্তন কৰিবলৈ লৈছে যদিও ইয়াৰ ফলত যথেষ্ট পৰিমাণৰ ৰাজহুৱা ধনৰ অপব্যৱহাৰহে হৈছে। মধ্যভোগী শ্ৰেণী এটাই ইয়াৰ পৰা চান কাঢ়িছে। কিন্তু প্ৰকৃত দুখীয়া কৃষকৰ দুখ কষ্ট লাঘব কৰিব পৰা নাই। কৃষি ক্ষেত্ৰতো বিস্তৰ বিকাশ হোৱা নাই। বানপানী নিয়ন্ত্ৰণৰ নামত থকা বিভাগ কেইটি কেৱল বিষয়া কৰ্মচাৰীৰ জীৱিকা ৰক্ষাৰ হে ঠাই হৈছে। বানপানী, খৰাং বতৰে জুৰুলা কৰা কৃষকে আজিও প্ৰকৃতিৰ বদান্যতাৰ ওপৰতেই নিৰ্ভৰশীল। অথচ উন্নত প্ৰযুক্তি বিদ্যাৰ ক্ষেত্ৰতো আমাৰ দেশ পিছপৰি থকা নাই। 'পোখৰাণৰ'ৰ দৰে উন্নত প্ৰযুক্তি, আনৱিক পৰীক্ষা-নিৰীক্ষা চলা এই ভাৰতবৰ্ষত কৃষকে কিন্তু কৃষি ক্ষেত্ৰত উন্নত প্ৰযুক্তিৰ সহায় লব পৰা নাই। ধন, টকা পইছা থকা দুই চাৰিজন কৃষকে উন্নত সাৰ প্ৰয়োগ, ট্ৰেক্টৰ ব্যৱহাৰ কৰাৰ কথাই দেশৰ সৰ্বস্তৰৰ কৃষকৰ উন্নতিৰ কথা প্ৰতীয়মান নকৰে। দেশৰ অৰ্থনীতিৰ মূল ভেটি কৃষি আৰু কৃষকৰ উন্নতি অবিহনে সৰ্বস্তৰৰ উন্নতি মাথো সপোন হৈ থাকিব। কৃষকৰ দিনে দিনে বাঢ়ি অহা সমস্যা, কষ্ট আদিৰ পৰা হাত সাৰিবৰ বাবে কৃষকসকল আকৌ সংঘবদ্ধ হ'ব লাগিব। ১৮৯৪ চনৰ পথৰুঘাটৰ কৃষক বিদ্ৰোহ সেয়ে আজিৰ শোষিত, নিৰ্যাতিত কৃষকৰ বাবে হ'ব লাগিব এক অফুৰন্ত প্ৰেৰণাৰ স্থলী। সেই কৃষক বিদ্ৰোহ আজিৰ কৃষকৰ বাবে হ'ব লাগিব এক শিক্ষা। উনবিংশ শতিকাৰ পথৰুঘাটৰ কৃষক বিদ্ৰোহৰ বিষয়ে লোককবি সকলে যিধৰণে বৰ্ণনা কৰিছে তাক জীৱন্ত ৰূপত পৰৱৰ্তী কালৰ বাবে যি ধৰণে সংৰক্ষিত কৰিছে একেদৰে আজিৰ শিল্পী, সাহিত্যিকে সেই বিদ্ৰোহৰ

তাৎপর্য ব্যাখ্যা কৰি আজিৰ কৃষকক তেওঁলোকৰ প্ৰাপ্য আদায়ৰ বাবে উদ্বুদ্ধ কৰাটো উচিত। যদিহে নৰোত্তম দাসৰ মুখেৰে দৰঙৰ অন্যতম লোককাব্য 'দলিপুৰাণ' সৃষ্টি নহ'লহেতেন তেতিয়া বহু কথাই বিলুপ্তিৰ গৰ্ভত থাকিলেহেতেন, সেয়ে পথৰুঘাটৰ ৰণৰ বিষয়ে চিন্তা চৰ্চা কৰিবলৈ এই 'দলিপুৰাণ'ৰ অধ্যয়ন বিশ্লেষণ বৰ জৰুৰী। দৰঙৰ এই ঐতিহাসিক ঘটনা ৰাশিৰ দলিল স্বৰূপ 'দলিপুৰাণ' লোককাব্য হিচাপে এখনি উৎকৃষ্ট মনোগ্ৰাহী লোককাব্য। লোকজীৱনে পথৰুঘাটৰ ৰণত নিহত তথা আঘাতপ্ৰাপ্ত ব্যক্তিৰ জীৱনৰ কাৰুণ্য নিজৰ অকৃত্ৰিম ভাষা আৰু ভাবেৰে বাঙ্ময় ৰূপ দিবলৈ চেষ্টা কৰিলে। পথৰুঘাটৰ নিৰ্মম ঘটনা, কাহিনীয়ে লোক মানসক শোক সন্তপ্ত কৰি তোলাৰ ফলশ্ৰুতিতেই সৃষ্টি হ'ল 'দলিপুৰাণ'ৰ দৰে এই লোককাব্যখনৰ। লোককাব্য 'দলিপুৰাণ'ৰ কাহিনীভাগক লাউ টোকাৰীৰ সৈতে অঙ্গীভঙ্গী কৰি 'বেলাড'ৰ আৰ্হিত পৰিবেশন কৰা সন্দৰ্ভত লোক সংস্কৃতিবিদ ড০ নবীন চন্দ্ৰ শৰ্মাদেৱে উল্লেখ কৰা এই মন্তব্যখিনি প্ৰনিধানযোগ্য—'দলিপুৰাণ'ৰ কাহিনীভাগ লাউ টোকাৰীৰ সৈতে অঙ্গী ভঙ্গীসহ গোৱা আমি নিজেই দেখিছোঁ। আনকি ' মুনিহিৰ (মুনিহৰ) নামত আৰু তিৰিৰ নামত দলি পুৰাণৰ পদ (গীত) সাধাৰণ অভিনয় সহ গোৱা আমি নিজে সৰুতে দেখিছোঁ। গতিকে 'দলিপুৰাণ'ক এটি ঘন- পিনবদ্ধ বেলাড বুলিবও পাৰি।' এই ঘন পিনবদ্ধ বেলাডটিত পথৰুঘাটৰ ৰণৰ এটি চিত্ৰ বৰ সুন্দৰকৈ ফুটি ওলাইছে। চাবলৈ গলে এই 'দলিপুৰাণ'ত অতিৰিক্ত বৰ্ণনা দেখিবলৈ পোৱা নাযায়। সাধাৰণতে লোককাব্য বিলাক বাহুল্য কথন তথা বহু বক্তিতা দোষত দোষী হোৱাৰ বিপৰীতে 'দলিপুৰাণ' এই দোষৰ পৰা কিছু পৰিমাণে মুক্ত বুলি ক'ব পাৰি। কিয়নো পথৰুঘাটৰ ৰণৰ ঠিক পিছে পিছে 'দলি-পুৰাণৰ' জন্ম বুলি বিভিন্ন তথ্যই প্ৰমাণ কৰে। আকৌ ইয়াৰ কেইবছৰ মান পিছতেই ই লিখিত ৰূপ লাভ কৰে। সেয়ে মুখ পৰম্পৰা প্ৰচলিত লোককাব্যৰ দৰে 'দলিপুৰাণ'ত অতিৰঞ্জিত বৰ্ণনাই স্থান লাভ কৰিব পৰা নাই। লোককাব্য এই দলিপুৰাণত কোনো লেখক বা ৰচকৰ নাম স্পষ্ট উল্লেখ নাই। কিন্তু 'নৰোত্তম' বুলি পদৰ মাজত ভনিতা আছে যদিও সেয়া ৰচকৰ প্ৰকৃত নাম নহৈ বিশেষণ জাতীয় যেন হে লাগে। আকৌ পথৰুঘাটৰ ৰণৰ গীত কিছু সংখ্যক ভাৱৰীয়াই গাইছিল যদিও ৰজাঘৰে পুলিচৰ জৰিয়তে ফাটেকত দিব বুলিও জনৰৱ ওলাইছিল। যাৰ ফলত হয়তো ৰচক জনে নিজৰ নামো লুকুৱাবৰ বাবে বাধ্য হৈছিল। অৱশ্যে এইখিনিতে সন্দেহ কৰিব পাৰি যে এনে কাৰণৰ বাবেই হয়তো বহু সত্য কথাই এই পুৰাণখনৰ পৰা বাদ পৰি গৈছে। 'দলিপুৰাণ' নামটো সন্দৰ্ভত বিভিন্নজনৰ বিভিন্নমত দেখা যায়। কিছুসংখ্যকে ব্ৰিটিছ পুলিছ -চিপাহীৰ সৈতে ফৰ্মুটি, পথাৰত হাল বাই যাওতে শিল যেন হৈ পৰা দলি চপৰা আদিৰে কৃষক ৰাইজে যুঁজত অৱতীৰ্ণ হোৱা বাবে দলি চপৰাৰ মাহাত্ম্য প্ৰকাশক এই পুথিখনিক 'দলিপুৰাণ' বুলি কোৱা হয় বুলি মত পোষণ কৰে। আকৌ 'দলি' পদটো 'দলন' শব্দৰ পৰা বিকাশ হোৱা বুলিও ভাবিবৰ থল



আছে। 'দলন' শব্দৰ অৰ্থ মৰ্দন কৰা, নিপীড়ন ইত্যাদি। ইংৰাজ সৈন্যই কৃষকসকলক দলন কৰিছিল— এনেধৰণৰ অৰ্থ নিৰ্দেশ কৰাৰ প্ৰসঙ্গত পুৰাণ খনিৰ নাম 'দলিপুৰাণ' হোৱা বুলিও কোনোৱে ক'ব খোজে।

'দলিপুৰাণ'ত বৃটিছ চিপাহী আৰু দৰঙী নিৰস্ত্ৰ প্ৰজাৰ মাজত চলা যুঁজৰ বৰ্ণনা এইদৰে উল্লেখ আছে।

ৰঙাই মাৰে দলি চপৰা লয়নে মাৰেই খৰি।
ফৰ্ব্বত পৰি-চাহাবৰ টুপি গেল উৰি।।
তেতিয়াই চিপাহীয়ে বন্দুক মাৰিলা।
বন্দুকৰ চোটত কতো বাগৰি পৰিলা।।

এইদৰে ক্ৰোধান্বিত কৃষকৰ ক্ৰোধৰ বহিঃপ্ৰকাশ ফৰ্মুটি, দলি চপৰাৰে হ'ল যদিও বৃটিছৰ বন্দুক, কামানৰ ওচৰত তিষ্টিব নোৱাৰি চাৰিওফালে মানুহবোৰ ফৰিঙ চিটিকা দিলে। 'দলিপুৰাণ'ৰ তথ্য অনুসৰি প্ৰায় সাতকুৰি কৃষক থিতাতে নিহত হ'ল—

পথৰু সেখ লৰ মাৰেই কেনে পালি জুটি।
ধাতপ সুৰী লৰ মাৰেই কৰি আটি মুতি।।
জুৰণ কোচ লৰ মাৰেই লৰৌ ফৰৌ কৰি।
সাত কুৰি ৰাইজ মৰি থাকিল দাঁত চেলাই পৰি।।

..............................................................................

গিৰ গিৰ কৰি চিপাহীয়ে বন্দুক মাৰিলা।
কত মানুহ গুলি পৰি কেকাই থাকিলা।।
কত আধা মৰা হ'ল কতো গেল মৰি।
গছ এডালত গুলি পৰি হ'ল জৰা জৰি।।

ইয়াৰ উপৰি কিমানজনৰ কেনেকুৱা অৱস্থাত মৃত্যু হৈছিল কিমান গৰাকী ক'ত কেনেকৈ পলাই গৈছিল তাৰো বৰ্ণনা এই লোককাব্য খনিত আছে। কোনে কিমান ক'ত মৰিল তাৰ সীমা নাই' ৰ দৰে উদ্ধৃতিৰ পৰা গম পোৱা যায় যে লোককবি গৰাকীয়েও মৃতকৰ সঠিক সংখ্যা দিব পৰা নাই। কান্ধত গুলি লগা, কানত গুলি লগা, নাড়ী ভুৰু ওলাই যোৱা আদিৰ বৰ্ণনাও কাব্যখনত এইদৰে কৰা হৈছে—

কপালত পৰি আঠিয়াৰ দেৰি হ'ল তেজ।
কান্ধত গুলি পৰি মৰিল সৰু বাপু বেজ।।
ৰাতিমনৰ হাতত পৰিল, ভাল হোৱা টান।
লোক্ৰাই গেএগ্ৰা হলি মৰিল চিণ্ডি গেল কাল।।

..............................................................................

তপধন ডেকাৰ গুলি পৰি বাহিৰ হ'ল নাড়ী।
বাগৰু কোচ পৰি আছে ধিপিত ধিপিত কৰি।।

এই লোককাব্যখনিত ব্ৰিটিছৰ অত্যাচাৰৰ বলি হোৱা ৰাইজৰ চিত্ৰ উদ্ভাষিত হোৱাৰ উপৰিও তদানীন্তন সমাজ জীৱনৰ চিত্ৰ এখনিও প্ৰকাশিত হোৱা দেখা যায়। লোক-সাহিত্যৰ অন্যতম বৈশিষ্ট্য হৈছে সমাজ জীৱনৰ বুৰঞ্জীৰ প্ৰকাশ। লোক সংস্কৃতিবিদ সকলে মন্তব্য কৰাৰ দৰে বুৰঞ্জী আৰু ভুগোলেও যেতিয়া কোনো এখন ঠাইৰ, সমাজ জীৱনৰ ছবি দাঙি ধৰিবলৈ অক্ষম হয়, তেতিয়া লোক-সাহিত্যই সেই ঠাইখনিৰ সেই সমাজৰ ছৱি দাঙি ধৰিবলৈ কিছু পৰিমাণে সক্ষম হয়। সেই ফালৰ পৰা সমাজ জীৱনৰ বিভিন্ন স্তৰৰ চিত্ৰ প্ৰকাশিত হোৱা দেখা যায়। কৃষিজীৱি এই দৰঙী সমাজত যে ধানৰ উপৰিও আন কৃষিজাত সামগ্ৰী উৎপাদন কৰাৰ ব্যৱস্থা আছে আৰু সেই সামগ্ৰীবোৰ বজাৰত কিনা বেচা পৰ্যন্ত হৈছিল তাকো গম পোৱা যায়।

কলাইগাঁৱৰ বৰ বাগিছাত হৈলা হাট।
কতই বেছে আলু কচু কতই বেছে পান।
এইদৰে কলাইগাঁৱৰ হৈলা হাট খান।।

পথৰুঘাটৰ ৰণৰ সময়ৰ কৃষিজীৱি জনসাধাৰণৰ যে আৰ্থিক অৱস্থা টনকিয়াল নাছিল সেইকথাৰ প্ৰমাণ 'দলিপুৰাণ'ত স্পষ্টভাৱে আছে। আৰ্থিক দীনতাৰ বাবে কৃষকৰ স্বাস্থ্যৰ অৱনতি হোৱাৰ প্ৰসঙ্গ এই কাব্যখনিত পোৱা যায়। ইয়াৰ উপৰিও গাঁৱৰ মুৰব্বী গাঁওবুঢ়া যে জনজীৱনৰ লগত প্ৰত্যক্ষভাৱে জড়িত তাৰো প্ৰমাণ পোৱা যায়। তহচিলদাৰে খাজনা বঢ়াৰ কথা গাঁওবুঢ়াৰ জৰিয়তে গাঁওবাসীলৈ প্ৰেৰণ কৰা কথাৰ দ্বাৰা প্ৰশাসনৰ লগত থকা গাঁওবুঢ়াৰ প্ৰত্যক্ষ সম্পৰ্কৰ কথা জানিব পাৰি। লগে লগে জানিব পৰা যায়, সামাজিক সমস্যাৰ সময়ত ৰাইজ একগোট হৈ মেল পাতি তাৰ সমাধানৰ ব্যৱস্থা কৰাৰ কথা—

দুতিৰাম বামুনে চিঠি লেখে গাত নাই উলি।
মঙ্গলবাৰে পথৰুঘাটত মেল হ'ব বুলি।।

..............................................................

সেই দিনা ওলাল ৰাইজ ভাতপানী খাই।
সকলো ৰাইজে ওজৰ কৰো তহচিলদাৰত যাই।।

এই কাব্যখনিৰ পৰা দৰঙৰ সেই সময়ৰ বিভিন্ন বৃত্তিৰ ব্যক্তিসকলৰ বিষয়েও জানিব পাৰি। পাজি কটা, জাল গোঠা, চাউলৰ বেপাৰী, টকাৰ মহাজন আদিৰ উল্লেখে এই কথাৰ প্ৰমাণ দাঙি ধৰে। আমি দেখিছো ব্ৰিটিছৰ শাসনৰ সময়ত ব্ৰিটিছৰ খিতাপ অৰ্জন কৰা ৰায়বাহাদুৰ তহচিলদাৰ, মৌজাদাৰ (পাটগিৰি), গাঁওবুঢ়া আদিয়ে বৃটিছৰ সপক্ষত থাকিছিল। আনকি জ্যোতিপ্ৰসাদৰ অমৰ নাটক 'লভিতা'ত লভিতাই মৌজাদাৰ, গাঁওবুঢ়া আদিক ব্ৰিটিছৰ লেখীয়া একো একোজন শোষক বুলি অভিহীত কৰিছে। কিন্তু 'দলিপুৰাণ'ৰ মাজেৰে আমি দেখিবলৈ পাঁও যে দৰঙৰ কিছু সংখ্যক মৌজাদাৰ( পাটগিৰি) আৰু গাঁওবুঢ়াই ৰাইজৰ পক্ষত থাকি ন্যায় বিচাৰিছিল। দলিপুৰাণত উল্লেখ আছে—



থেক্ৰাবেৰীয়া ধনী গৈলা চাউল বেপাৰী।
প্ৰদীপ ৰায় পাটগিৰি গৈলা গোফ কেদাল মোছাৰি।।

..............................................................

নৰহৰি মুক্তিয়াৰ গ'ল কানত কলম ধৰি।
ভাঠিৰায়ৰ মুক্তিয়াৰ গ'ল ঘদৌ মদৌ কৰি।।

..............................................................

লোক্ৰাইৰ জয়ধন ওলাল আৰু ওলাল হৰি।
লোজোৰাৰ গাঁওবুঢ়া ওলাল চুলি কেডাল মেলি।।

ইতিহাসে সোঁৱৰায় অতীজৰে পৰা অসমৰ সমাজ জীৱনত ভিন্ন সম্প্ৰদায়, জাত আদিৰ মানুহে একেলগে থাকি এক সম্প্ৰীতিৰ নিদৰ্শন দাঙি ধৰিছিল। বিভিন্ন সামাজিক কাম কাজ, সমস্যা আদিৰ সমাধানৰ ক্ষেত্ৰতো সকলোৱে ভেদাভেদ পাহৰি একেগোট হৈ পৰিছিল। দলিপুৰাণ খনতো এই চিত্ৰ দেখিবলৈ পোৱা যায়। ব্ৰিটছৰ খাজনা বৃদ্ধিৰ প্ৰতিবাদ কৰিবলৈ পোৱা দৰঙী ৰাইজৰ বিভিন্ন জাত সম্প্ৰদায়ৰ বৰ্ণনা এইদৰে কৰা আছে—

বৰাবেৰিয়া যুগী গৈলা হাতত টোকান ধৰি।
বিয়াহ পেৰীয়া গণক গৈলা দীঘল ফোটা মাৰি।।

..............................................................

ডাঁহীৰ তপধন ডেকা গ'ল কথাৰ জানে গাতি।
ক'লাজেৰিয়া গৰিয়াহাতে ফুৰেই মানুহ মাতি।।

..............................................................

কতো গেল কোচ কলিতা কতো গেল হীৰা।
দুৰৈ বটিয়া বাপুসৰে কিনি নিলা চিৰা।।
কতো গেল বামুণ গণক কতো গেল সুৰী
এইদৰে মেলক মেনা গেল চৌদ্ধ কুৰি।।

'পথৰুঘাটৰ ৰণ'ক কেন্দ্ৰ কৰি এই 'দলিপুৰাণ'ৰ উপৰিও পৰৱৰ্তী কালত ভালেমান গীত, কবিতা, কাহিনী, নাটক, বোলছবি, দুৰদৰ্শনৰ ধৰাবাহিক নিৰ্মিত হৈছে। কিন্তু এই আটাইবোৰৰ মূল উৎস বুলি 'দলিপুৰাণ' খনকেই আঙুলিয়াব পাৰি। ১৯৪৮ চনত মঙলদৈৰ ভেবাৰঘাটৰ প্ৰসন্ন কুমাৰ শৰ্মাদেৱে আৰু ১৯৫৭ চনত বুৰঞ্জীবিদ দীনেশ্বৰ শৰ্মাদেৱে 'দলিপুৰাণ' সংগ্ৰহ কৰি প্ৰকাশ কৰিছিল। অৱশ্যে মন কৰিবলগীয়া যে দুয়ো গৰাকী সম্পাদক সংকলকৰ 'দলিপুৰাণ'ৰ মাজত সামান্য পাৰ্থক্য আছে। তথাপি মুল কাহিনী বা পৰম্পৰা ৰক্ষাত কাব্য দুখনিয়ে আহুকালৰ সৃষ্টি কৰা নাই। ভাৰতৰ ৰাজনৈতিক ইতিহাসত সম্প্ৰতি 'পথৰুঘাটৰ ৰণে' সামান্যভাৱে হলেও স্থান পোৱাৰ ক্ষেত্ৰত 'দলিপুৰাণ'ৰ অৱদান অনস্বীকাৰ্য সেয়ে 'পথৰুঘাট'ৰ ৰণৰ বিষয়ে চিন্তা চৰ্চা কৰাৰ ক্ষেত্ৰত বাটকটীয়া হিচাপে 'দলিপুৰাণ'ৰ গুৰুত্ব সদায়েই থাকিব।❑❑

# লোকগীতৰ স'তে আধুনিক অসমীয়া গীতৰ সম্পৰ্ক

ইদ্ৰিছ আলি

লোকগীত বা লোকগীতি এই অভিধাটোৱে পৰম্পৰাগতভাৱে প্ৰচলিত গীত-মাতকে বুজায়। গ্ৰাম্য নিৰক্ষৰ সমাজত পীৰিয়ে পীৰিয়ে চলি অহা মুখে মুখে ৰচিত হোৱা আৰু চহা জীৱনৰ ভাৱ- অনুভূতি, আচাৰ-নীতি, বিশ্বাস- অবিশ্বাস, অন্ধবিশ্বাস আদিৰ প্ৰতিফলন ঘটা এনে গীত-মাত, ফকৰা, যোজনা, পটন্তৰ, সাঁথৰ, সাধুকথাসমূহ কৃষিজীৱী সমাজৰ জীৱন- দস্তাবেজ বুলি ক'ব পৰা যায়। কিয়নো ইবোৰৰ মাজত প্ৰৱহমান বহু শতিকাৰ ধ্যান ধাৰণা স্তূপীকৃত হৈ থাকে। ইবোৰৰ প্ৰকাশভঙ্গি সহজ আৰু সৰল, স্বভাৱ কবিৰ আত্মনিবেদনত যশ-খ্যাতি লাভৰ মন্দ অভিপ্ৰায় নাই। সেয়ে এনে স্বপ্ৰণোদিত ৰচনা সমূহত ৰচয়িতাৰ নাম ধাম প্ৰায়ে পাবলৈ নাই। মৌখিকভাৱে ৰচিত আৰু মুখে মুখে প্ৰসাৰিত লোকগীতসমূহ হৈ পৰে এখন সমাজৰ সমূহীয়া সম্পদ। কোনোৱে ইবোৰক আখ্যা দিছে মৌখিক সাহিত্য বুলি, কোনোৱে কৈছে এইবোৰ লোক বা জন সাহিত্য বুলি। আকৌ সময়ৰ সোঁতত বাগৰি অহা বাবে ইয়াক কোন যুগৰ সৃষ্টি তাক ঠাৱৰ কৰিবৰ উপায় নাই বাবে কোৱা হৈছে 'যুগ নিৰপেক্ষ' সাহিত্য। ফকৰা, যোজনা,পটন্তৰ, সাঁথৰ সাধুকথাবোৰত প্ৰায়ে নীতি কথা উপদেশ বাণী নিহিত থাকে। গীতমাত বোৰতো প্ৰেম-প্ৰীতি, প্ৰতিবাদ , সমালোচনা, বিদ্ৰোহ, সমতা আদি প্ৰকাশ পায় যদিও ইবোৰৰ সুৰৰ বৈচিত্ৰ্য আৰু লালিত্যইহে সৰ্বসাধাৰণৰ মন টানি ধৰে। আজিৰ যান্ত্ৰিক প্ৰযুক্তি সৰ্বস্ব সমাজ জীৱনৰ ওপৰতো অখ্যাত কবি গীতিকাৰ আৰু সুৰকাৰ সকলে সৃষ্টি কৰা লোকগীত সমূহৰ প্ৰভাৱ সমানে বিদ্যমান। সেয়েহে বোধহয় কুৰি শতিকাৰ সৃষ্টি আধুনিক গীতৰ ওপৰতো লোকগীতে কিবা প্ৰকাৰে প্ৰভাৱ পেলাইছে নেকি ? এই বিষয়ে অনেকৰে মনত প্ৰশ্ন আৰু জিজ্ঞাসাৰ উদ্ৰেক হয়, এই পটভূমিত আধুনিক গীতৰ আধুনিকতা সম্পৰ্কে আলোচনা কৰাৰো অৱকাশ ওলায়।

আধুনিক শব্দটোৰ আভিধানিক অৰ্থ হৈছে— এতিয়াৰ, এই কালৰ, নতুন। আজি কালি বা এতিয়াৰ বা নব্য সৃষ্টিকৰ্মকে আধুনিক বুলি গ্ৰহণ কৰা হয়। এই বিশেষণাৰ্থক শব্দটোৰ বিশেষ্য ৰূপটো হৈছে আধুনিকতা। আধুনিকতাৰ ব্যাখ্যা কৰা হৈছে— পুৰণি বস্তু বা ব্যৱস্থাৰ নতুন ৰূপ-দান। গতিকে এই কথা স্পষ্ট যে আধুনিকতা ওপৰৰ পৰা হঠাৎ সৰি পৰা বস্তু নহয় বা পুৰণিৰ পৰা সম্পূৰ্ণ বিছিন্নও নহয়। সভ্যতাৰ বিবৰ্তন, পাশ্চাত্যকৰণ (Westernization) উদ্যোগীকৰণ(Idustrilization) আদি



প্ৰক্ৰিয়াৰ উত্তৰণৰ ফলত আজিৰ এই আধুনিকীকৰণ(Modernisation) স্তৰত আমি উপনীত হৈছোঁ। বিশ্বৰ সকলো প্ৰান্ততে ঘটাৰ দৰে আমাৰ ভাৰতবৰ্ষ বা অসমতো এই আধুনিকীকৰণৰ প্ৰতিফলন পৰিলক্ষিত হৈছে। ফলত সাহিত্য কলা সংস্কৃতি গীত নাট সকলোতে আধুনিক চৰিত্ৰ পৰিলক্ষিত হৈছে।

অসমীয়া গীতৰ সাম্প্ৰতিক ধাৰাটো 'আধুনিক গীত' নামেৰে চিহ্নিত কৰা হৈছে। শাস্ত্ৰীয় বা ধ্ৰুপদী ভাৰতীয় ৰাগ সংগীতৰ পৰা বেলেগাই দেখুৱাবৰ বাবে আধুনিক গীতৰ ধাৰাটো লঘু সংগীত বা সুগম সংগীত নামেৰেও পৰিচয় কৰি দিয়াৰ প্ৰয়াস কৰা হৈছে। কিন্তু সংগীতৰ ক্ষেত্ৰত লঘু গুৰু সগম দুৰ্গম আদি অভিধা ব্যৱহাৰ কৰাটো মই সমীচিন বুলি বিবেচনা নকৰোঁ। ভাৰতীয় ৰাগ সংগীত, থলুৱা লোকসংগীত আৰু আধুনিক সংগীত এই ত্ৰিধাৰাৰ বিভাজনেই যথোচিত যেন লাগে। অসমৰ দুগৰাকী সংগীত সাধক কীৰ্তিনাথ শৰ্মা বৰদলৈ আৰু জ্যোতি প্ৰসাদ আগৰৱালাই 'কামৰূপী' সংগীতৰ সুকীয়া ধাৰা এটাৰ কথাও উল্লেখ কৰি গৈছে। সি যি কি হওক আধুনিক গীতৰ ধাৰাটো কিন্তু মূলতঃ ভাৰতীয় ৰাগ সংগীত আৰু থলুৱা লোকগীতৰ কিছু পৰিমাণে পাশ্চাত্য আৰু বংগীয় সংগীত পৰম্পৰাৰ সুসংমিশ্ৰণতে গঢ় লৈ উঠিছে বুলি ক'ব পৰা যায়। বিশেষকৈ অসমীয়া আধুনিক গীতত এনেবোৰ উপাদান লক্ষ্য কৰা যায়। ব্ৰিটিছৰ ৰাজত্ব কালত অসমলৈ বংগভাষী লোকৰ আগমনৰ ফলত অসমীয়া সমাজ জীৱনৰ ওপৰত বংগীয় সাহিত্য কলা-সংস্কৃতিৰ প্ৰভাৱ পৰিবলৈ আৰম্ভ কৰিছিল। তাৰেই ফলশ্ৰুতিত অসমত বাংলা গান আৰু নাটকৰ প্ৰচলন ঘটিছিল। ইংৰাজী ভাষা সংস্কৃতিৰে তথা কথিত মধ্যবিত্ত অসমীয়া চামে অসমীয়া ভাষাতো গীত বা নাটক ৰচিত হ'ব পাৰে বুলি ভাবিবপৰা নাছিল; বৰং অসমীয়া থলুৱা গীত-মাতৰ প্ৰতি অৱজ্ঞাসূচক মনোভাৱহে প্ৰকাশ কৰিছিল। কিন্তু কলিকতালৈ উচ্চ শিক্ষা লাভ কৰিবলৈ যোৱা সেই সময়ৰ অসমীয়া ছাত্ৰসকলে বংগৰ উন্নত কলা সংস্কৃতি অনুধাৱন কৰি অসমীয়া কলা-সংস্কৃতিৰ হৃত ঐতিহ্য ওভটাই অনাৰ বাবে উদ্যোগ লোৱাৰ ফলত ক্ৰমশঃ পূৰ্বৰ ধাৰণাৰ পৰিবৰ্তন ঘটিল আৰু মুষ্টিমেয় কেইগৰাকীমান সংগীত সচেতন ব্যক্তিয়ে অসমতো অসমীয়া ভাষাৰ যোগেদি আত্ম প্ৰকাশৰ বাট বিচাৰিবলৈ আৰম্ভ কৰিছিল। সেইসকলৰ ভিতৰত সংগীতাচাৰ্য লক্ষ্মীৰাম বৰুৱা, সংগীত সাধক কীৰ্তিনাথ বৰদলৈ, সাহিত্যৰত্ন সত্যনাথ বৰাদেৱৰ নাম পোনতে মনলৈ আহে। লক্ষ্মীৰামে ' সংগীত কোষ' আৰু 'সংগীত সাধনা' গ্ৰন্থ ৰচনা কৰি, সত্যনাথে প্ৰথম অসমীয়া গীতৰ পুথি' গীতাৱলী' প্ৰণয়ন কৰি আৰু কীৰ্তিনাথে " হালিজালি পখিলী ফুল মধু বিচাৰি", " আই মোৰ সোণৰ অসম হে", "শেৱালিৰে তলভৰা কুমলীয়া ফুল" আদি গীত ৰচনা কৰি অসমীয়া গীতৰ পোহাৰ মেলি দিছিল। তেওঁলোকৰ মূল উদ্দেশ্যেই আছিল অসমীয়া ভাষাতো গীত ৰচিত হ'ব পাৰে তাকে প্ৰতিষ্ঠা কৰা। পৰৱৰ্তীকালত যতীন্দ্ৰ নাথ দুৱৰা, মিত্ৰদেৱ মহন্ত, ৰঘুনাথ চৌধুৰী,

অম্বিকাগিৰী ৰায় চৌধুৰী, কমলানন্দ ভট্টাচাৰ্য, পুৰুষোত্তম দাস, আনন্দিৰাম দাস, উমেশ চৌধুৰী আদিয়ে গীত ৰচনা কৰি অসমীয়া আধুনিক গীতি সাহিত্য চহকী কৰি তোলাৰ লগতে থলুৱা সুৰাৰোপনৰে বঙলুৱা প্ৰভাৱ মুক্ত কৰাৰ সফল প্ৰয়াস পৰিলক্ষিত হৈছিল। প্ৰথম অৱস্থাত ৰাগ সংগীতৰ আধাৰতে সু সংযোজনেৰে আৰম্ভ হোৱা এই প্ৰয়াস থলুৱা সুৰৰ প্ৰয়োগোদ্দামেৰে প্ৰাণৱন্ত হৈ উঠিছিল আৰু জ্যোতি প্ৰসাদ আগৰৱালাৰ " গছে গছে পাতি দিলে ফুলৰে শৰাই" এই গীতত অসমীয়া আই নাম বিয়ানামৰ সুৰৰ মূৰ্চনাই প্ৰাণ পাই উঠিছিল। পাৰ্বতি প্ৰসাদ আৰু বিষ্ণু প্ৰসাদে জ্যোতি প্ৰসাদৰ এই যাত্ৰাক অধিক শক্তিশালী আৰু প্ৰাণৱন্ত কৰি তুলিলে।

ক'বলৈ গলে অসমীয়া আধুনিক গীত থলুৱা সুৰৰ প্ৰসূতীগৃহৰ পৰাই ঠন ধৰি ওলাই আহিছে। সময় বাগৰাৰ লগে লগে ৰাগ সংগীত আৰু পাশ্চাত্য সংগীতৰো উপাদান গ্ৰহণ কৰি অসমীয়া আধুনিক গীত সমৃদ্ধ হৈছে। হ'লেও থলুৱা লোকগীতৰ আধাৰত অসমীয়া আধুনিক গীত সৃষ্টি এক পৰম্পৰাত পৰ্যবসিত হৈছে। জ্যোতিপ্ৰসাদৰ পৰা আৰম্ভ কৰি ড০ ভূপেন হাজৰিকালৈ এই পৰম্পৰা অব্যাহত আছে। কেতিয়াবা মৌলিকৰূপত আকৌ কেতিয়াবা থলুৱা সুৰৰ কিছু সংমিশ্ৰণ ঘটাই (Cultivated) আধুনিক ৰূপত আধুনিক গীতৰ মীনা কৰাই দিয়া হৈছে। সেয়ে লক্ষ্য কৰিলে দেখা যায়, বিহুগীত, আইনাম, নিচুকনিগীত, টোকাৰীগীত, ওজাপালি আদিৰ সুৰ অসমীয়া আধুনিক গীতৰ সুৰৰ অলংকাৰ হৈ পৰিছে। প্ৰভাত শৰ্মা, খগেন মহন্ত, বীৰেন্দ্ৰনাথ দত্ত, ৰমেন বৰুৱা আদি বিশিষ্ট সুৰকাৰে থলুৱা সুৰৰ আধাৰতে অনেক আধুনিক গীত ৰচনা কৰি প্ৰশংসা আৰু জনপ্ৰিয়তা লাভ কৰিছে। গতিকে ক'ব পৰা যায়— আধুনিক গীত থলুৱা লোকগীতৰ পৰা আঁতৰি যাব পৰা নাই। ইয়াৰ বিপৰীতে ই থলুৱা লোকগীতৰ ওপৰত অধিকতৰ নিৰ্ভৰশীলহে।❑❑



## বিশেষ সংযোজন

# দেওমৰনৈ আৰু দেওমৰনৈ সাহিত্য সভা

**শৈলেন কুমাৰ ৰাজবংশী**

ঐতিহাসিক মঠ, মন্দিৰ, দৌল-দেৱালয় নৈ-নিজৰা, পাহাৰ-পুখুৰী আদি সমলেৰে পৰিপূৰ্ণ পুণ্যভূমি দৰঙৰ এখন উল্লেখযোগ্য ঠাই হ'ল **'দেওমৰনৈ'**। ৫২ নং ৰাষ্ট্ৰীয় ঘাইৰ পথৰ(বৰদৌলগুৰিৰ) পৰা উত্তৰে ১৪ কিলোমিটাৰ আৰু দৰং জিলাৰ সদৰ মঙলদৈ নগৰৰ পৰা উত্তৰ-পশ্চিম দিশত ১৫ কিলোমিটাৰ দূৰত খাৰখোৱাপাৰা ৰাজহ গাঁৱত **'দেওমৰনৈ'** অৱস্থিত এই গাঁৱৰ পাৰ্শ্বৱতী কুমাৰপাৰা,পাৰিয়াপাৰা, বড়িগাঁও, বাঘৰবাৰী, পাতিদৰং, লোজোৰা, কৈকৰা, ৰাইকাবাৰী, সমলা, ঝাকুৱাপাৰা, গড়গড়ী আদি গাঁও সামৰি 'দেওমৰনৈ' নামে পৰিচিত কৃষিজীৱিলোকৰ বসতি পূৰ্ণ এটি গ্ৰামাঞ্চল। এই অঞ্চলটিৰ চৌদিশে সিচঁৰতি হৈ থকা মঠ-মন্দিৰ, দৌল দেৱালয়, গড় আদিৰ ভগ্নাৱশেষ আদিলৈ লক্ষ্য কৰি অঞ্চলটি প্ৰাচীন পবিত্ৰ স্থান বুলি অনুমান কৰা যায়।

কবি সুচন্দাইৰ ৰচিত **'শিয়ালা বৈষ্ণৱ চৰিত্ৰ'** পুথিখনৰ পৰাও দেওমৰনৈ যে এক ইতিহাস প্ৰসিদ্ধ ঠাই সেইটো ঠাৱৰ কৰিব পাৰি। **'স্মৃতি ৰত্নাকৰ'** নামৰ সাঁচিপতীয়া পুথিখনত ৰচক বেদাচাৰ্যই নিজকে শ্ৰীশ্ৰীশিয়ালা বৈষ্ণৱৰ বংশধৰ বুলি উল্লেখ কৰিছে। কথিত আছে এতিয়াৰ দেওমৰনৈ তাহানিৰ দিনত শ্ৰীশ্ৰীশিয়ালা গোঁসাই ওৰফে সম্বৎসৰ ভূঞাৰ লীলাভূমি আছিল। সৌ-তাহানিতে এতিয়াৰ মৰনৈ আছিল জীয়া নৈ। এই নৈৰ পাৰতেই সম্বৎসৰ ভূঞাৰ আশ্ৰম আছিল। তাতেই বৈষ্ণৱ গোঁসাইৰ পূজা-পাৰ্বণ চলিছিল। প্ৰবাদ মতে নৈখনৰ পানী আশ্ৰমৰ মাঙ্গলিক কাৰ্যত ব্যৱহাৰ হৈছিল। কিন্তু এই নৈত চলাচল কৰা নাৱৰীয়াই আশ্ৰমলৈ পানী নিয়া কাৰ্যত বাধাৰ সৃষ্টি কৰাত বৈষ্ণৱ গোঁসাইৰ মাঙ্গলিক কাৰ্যৰ নিৰ্দিষ্ট সময় অতিবাহিত হৈ যায়। এনে কাৰ্যত অসন্তুষ্টহৈ গোঁসায়ে 'নদী নিশ্চিহ্ন হওক, নাৱে নাৱৰীয়াই পানীত বুৰ যাওঁক' এই অভিশা প দিয়ে। তেতিয়াৰ পৰা নৈ খন মৰি থাকিল। নাৱে নাৱৰীয়াই নিশ্চিহ্ন হ'ল। দেৱ গোঁসাইৰ শাপত নৈ খন মৰি যোৱাত পিছলৈ অঞ্চলটি জাবনিলৈ পৰ্যবসিত হয়। দেৱ গোঁসাইৰ অভিশাপত নৈ খন মৰি যোৱা সূত্ৰে পিছলৈ ঠাইখন দেবে মৰা নৈৰ পৰা শেষত অপভ্ৰংশহৈ **দেওমৰনৈ** নামেৰে ঠাইখন পৰিচিতি হোৱা বুলি কয়। এই প্ৰবাদৰ ঐতিহাসিক সত্য বিচাৰি গৱেষণাৰ স্থল নোহোৱা নহয়। **'স্মৃতিৰত্নাকৰ'** নাম সাঁচিপতীয়া পুথিখন **লণ্ডনৰ ইণ্ডিয়া অফিচ গ্ৰন্থাগাৰত** আছে বুলি আচাৰ্য মনোৰঞ্জন শাস্ত্ৰীদেৱে তেখেতৰ লেখাত উল্লেখ কৰি গৈছে। তেখেতৰ লেখাত পঢ়ি পোৱামতে

স্মৃতি ৰত্নাকৰত মৰানৈখনৰ নাম **'দিগ্বাসা'** বুলি উল্লেখ কৰিছে। এই সম্বন্ধে বেদাচাৰ্যই শ্লোকবদ্ধে উক্তি কৰিছিল—

দিগ্বাসাদ্রিদুহিতা, যস্য শাপধোগতা।
গণ্ডাৰী তৰুৰদ্যাপি সূচয়ংস্তস্য তদ্বলম।।

সেয়া যিকি নহওক এই বিষয়ত অধ্যয়ন আৰু গৱেষণাৰ পুৰামাত্ৰাই প্ৰয়োজনীয়তা আছে। ১৯৫৯ চনত আঞ্চলিক ৰাইজে মিলি শ্ৰীশ্ৰীশিয়ালা বৈষ্ণৱৰ স্মৃতিৰক্ষাৰ্থে ১৪ বিঘা মাটিৰ এলেকা এটাত মন্দিৰ স্থাপন কৰে। এখন পৰিচালনা সমিতিৰ দ্বাৰা এই মন্দিৰ পৰিচালিত হৈ আছে। আজিকালি এই মন্দিৰলৈ অহা ভক্তৰ সমাগম বঢ়িবলৈ লৈছে।দেওৰনৈ অঞ্চলটিৰ চৌপাশ লক্ষ্য কৰিলে দৃষ্টিগোচৰ হোৱা কিছুমান ঐতিহাসিক সত্য এনেধৰণৰ—

**অৰ্দ্ধনাৰীশ্বৰ শিৱ মন্দিৰ ঃ** এই মন্দিৰ দেওমৰনৈ পৰা প্ৰায় দুই কিলোমিটাৰ নিলগত পাতিদৰং গাঁৱত অৱস্থিত। এই মন্দিৰত মহাপ্ৰভু শিৱ গোঁসাইৰ মন্দিৰত ভোলানাথ অৰ্দ্ধনাৰীশ্বৰ ৰূপত বিদ্যমান। অতীজতে ৰাজপৃষ্ঠপোষকতাত চ'ত-ব'হাগ মাহত বাসন্তী পূজা, আঘোণ মাহত জগদ্ধাত্ৰী পূজা, জেঠ-আহাৰৰ সংক্ৰান্তিৰ দিনা জাগাৰ পূজা চলিছিল। আজিকালিও ৰাইজে প্ৰতি বছৰে এই পূজা ভাগৰ আয়োজন কৰি আহিছে।

**দীঘিৰপুখুৰী ঃ** দেওমৰনৈৰ পৰা প্ৰায় পাঁচ কিলোমিটাৰ দূৰত অৱস্থিত এই পুখুৰী আজিও বিদ্যমান। কোনো কোনোৱে ৰজা হৰিচয়ে নিজ ৰাজ্যত পানীৰ নাটনি দূৰ কৰিবলৈ এই পুখুৰী খন্দোৱাৰ উপৰিও কেৱল পানী পাবৰ নিমিত্তে ৰজাই তেওঁৰ কণিষ্ঠা পত্নী **'কমলা কুঁৱৰী'**ক এই পুখুৰীত সমৰ্পণ কৰিছিল বুলি কয়। আকৌ আনকোনোৱে ধৰ্মদেৱ বিপ্ৰ ভূএগই এই পুখুৰী খন্দাইছিল বুলিও উল্লেখ কৰিছে যদিও দুয়োটা প্ৰবাদৰ ক্ষেত্ৰতে ইতিহাসত কোনোটোৱে স্থান পোৱা দেখা নগ'ল।

**শ্ৰীশ্ৰীকামাখ্যা মঠ ঃ** দেওমৰনৈৰ পৰা প্ৰায় পাঁচ কিলো মিটাৰ দূৰত অৱস্থিত এই মঠ লক্ষীমপুৰ গাঁৱত। প্ৰবাদমতে দক্ষযজ্ঞত প্ৰাণ ত্যাগ কৰা সতীৰ দেহৰ নাভি অংশ এই ঠাইত পৰিছিল। এই তীৰ্থস্থানত **অষ্টদ'ল পদ্ম** অংকিত চক্ৰাকাৰ এচটা শিল আছে। ইয়াৰ উপৰিও শিৱ লিংগ, শ্ৰীশ্ৰীবাসুদেৱ মূৰ্ত্তিৰ বেদীও এই মঠৰ ওচৰতে আছে।

**খটৰা সত্ৰ ঃ** লেচাকোণীয়া গোবিন্দ আতৈয়ে প্ৰতিষ্ঠা কৰা এই সত্ৰ দেওমৰনৈৰ পৰা প্ৰায় সাত কিলোমিটাৰ ব্যাসাৰ্দ্ধৰ ভিতৰতে অৱস্থিত। এই সত্ৰ দৰঙৰ উল্লেখযোগ্য পৰ্যটনৰ কেন্দ্ৰ ৰূপে গঢ়ি উঠিছে। এই সত্ৰৰ এটি অন্যতম বৈশিষ্ট্য হ'ল অসমৰ কোনো সত্ৰতে বিগ্ৰহ বা মূৰ্ত্তি নাই যদিও এই সত্ৰত ৰাম, লক্ষ্মণ আৰু হনুমানৰ মূৰ্ত্তি আছে।

তদুপৰি নিকটতে থকা বৰেৰীৰ ৰঘুনাথ মান্দিৰ আৰু হৰিমন্দিৰ, কেৰলীয়া



সত্ৰ, বান্ধনী সত্ৰ আদি উল্লেখনীয়।

**ভূড়াৰ গড় ঃ** দেওমৰনৈৰ পৰা প্ৰায় ডেৰ কিলোমিটাৰ দূৰত এই গড় অৱস্থিত। প্ৰায় ৫৯৬ বিঘা মাটিৰে আগুৰা এটা বৃহৎ অঞ্চল। এই ভূমি এলেকাৰ চাৰিওফালে সু উচ্চ মাটিৰ গড় আজিও বিদ্যমান। বুৰঞ্জীত ইয়াৰ কোনো উল্লেখ নাই যদিও প্ৰবাদ আছে আৰিমত্ত ৰজাই এই ঠাইতে ৰাজধানী পতাৰ মানসেৰে এলেকাটো সজাইছিল আৰু প্ৰজাৰ হিতৰ বাবে তেওঁৰ ৰাজ্যত মুঠ এক কাউন পুখুৰী খন্দাইছিল। এই পুখুৰী সমূহ আজিও বিদ্যমান।

**বুঢ়ীনগৰ ঃ** এই বুঢ়ীনগৰত এসময়ত আৰিমত্ত ৰজাৰ অস্থায়ী ৰাজধানী আছিল। ইয়াৰ পৰাই ভূড়াৰগড়ত স্থায়ী ৰাজধানী পতাৰ কাম তদাৰক কৰিছিল। কোনো কাৰণত ভূড়াৰগড়তো ৰাজধানী পতাৰ আশাত্যাগ কৰি ৰঙিয়ালৈ যোৱাৰ সময়ত তেওঁ বুঢ়ীমাকক লগতলৈ যাব বিচাৰিছিল যদিও বুঢ়ীমাকে সেই ঠাই এৰি(শিলাইকুছি) যাবলৈ অমান্তি হোৱাত তেওঁক তাতে এৰি যায়। বুঢ়ী মাকৰ মৃত্যু পিছত ৰজা আৰিমত্তই বুঢ়ীমাকৰ স্মৃতিত ৯৬ বিঘা মাটিৰ এটা বৃহৎ পুখুৰী খন্দায়। এয়া জনশ্ৰুতি মাথোন। নগৰ হিচাপে চিন মোকাম নাই যদিও পুখুৰীটো এতিয়াও আছে। এই পুখুৰী **বুঢ়ীনগৰ পুখুৰী** নামে পৰিচিত।

**লক্ষীমপুৰ পুখুৰী ঃ** বুঢ়ীনগৰ পুখুৰীৰ নিচেই কাষতে এই পুখুৰী অৱস্থিত। মুঠ ২০০ বিঘা ভূমিৰ এলেকা সামৰি লখেশ্বৰী নামেৰে এই পুখুৰীটো আৰিমত্ত ৰজাই খন্দাইছিল বুলি অনুমান কৰা হৈছে। পিছলৈ লক্ষীমপুৰ গাঁওখনৰ নামেৰে পুখুৰীটোক লক্ষীমপুৰ পুখুৰী বুলি জনা যায়। বছৰ বছৰ ধৰি পৰিত্যক্ত হৈ থকা এই পুখুৰীটো আঞ্চলিক ৰাইজে পৰিস্কাৰ কৰি লৈ পৰিকল্পিত ভাবে এটি বৃহৎ মীন মহললৈ ৰূপান্তৰ কৰাৰ উপৰিও পৰ্যটনৰ কেন্দ্ৰৰূপে গঢ় দিবলৈ প্ৰয়াস অব্যাহত ৰাখিছে।

তদুপৰি অঞ্চলটোত কোৰধোৱা পুখুৰী, বৰ পুখুৰী, পোটা পুখুৰী, ন-পুখুৰী, বোৱাপুখুৰী, বৰমপুৰ পুখুৰী, সমলেশ্বৰী পুখুৰী, ইছকা পুখুৰী, গৰেইমাৰা পুখুৰী, আৰু নাতি দূৰত জলজলী পুখুৰী আদি ভালেমান পুখুৰী আছে। উল্লেখ্য এই যে জলজলী পুখুৰীত অলপতে পুৰণা মন্দিৰৰ ভগ্নাৱশেষ উদ্ধাৰ হৈছে। সেইবোৰৰ অধ্যয়ন আৰু গৱেষণা চলি আছে।

**পথৰুঘাট ঃ** দেওমৰনৈ পৰা প্ৰায় ছয় কিলোমিটাৰ দূৰ অৱস্থিত এই ঐতিহাসিক ক্ষেত্ৰ। ১৮৯৪ চনত খাজনা বৃদ্ধিৰ প্ৰতিবাদত ওলাই অহা কৃষকে ইয়াত ব্ৰিটিছ চিপাহীৰ গুলীত প্ৰাণ বিসৰ্জন দিবলগীয়া হৈছিল। প্ৰায় সাত কুৰি কৃষকে প্ৰাণ বিসৰ্জন দিয়া পথৰুঘাটে ভাৰত তথা অসম বুৰঞ্জীত যিদৰে স্থান পাব লাগিছিল সেইদৰে পোৱা নাই। অৱশ্যে বৰ্তমান প্ৰচাৰ মাধ্যম আৰু সাহিত্যৰ জৰিয়তে বিদৎমহলত দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছে। পথৰুঘাটৰ কৃষক বিদ্ৰোহত দেওমৰনৈ তথা পাশ্বৱৰ্তী এলেকাৰ

ভালেসংখ্যক কৃষকে অংশ লৈছিল আৰু কেবাজনো কৃষকে প্ৰাণ আহুতি দিছিল।

**বিদ্যায়তনিক দিশৰ অনুষ্ঠান সমূহ**

**পাতিদৰং বাণীবিনোদিনী সংস্কৃত টোল ঃ** ১৮২১ খ্ৰীষ্টাব্দত কিছু সংখ্যক সুভ চিন্তক ব্যক্তিৰ আশাশুধীয়া প্ৰচেষ্টাত পাতিদৰঙত এই সংস্কৃত টোল স্থাপন হৈছিল। আজিলৈ এই টোল নিয়মীয়া ভাবে চলি আছে।

**দেওমৰনৈ উচ্চতৰ মাধ্যমিক বিদ্যালয় ঃ** ১৯৪৮ চনৰ ৩ মাৰ্চ তাৰিখে দেওমৰনৈত এম. ই. স্কুল স্থাপন হয়। ১৯৫৩ চনত এই বিদ্যালয় হাইস্কুললৈ আৰু ১৯৭৯ চনত এই বিদ্যালয়খনি বিজ্ঞান শাখাৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়লৈ উন্নীত হয়। দৰঙৰ এখন আগশাৰীৰ শিক্ষানুষ্ঠান হিচাপে এই খন দেওমৰনৈ উচ্চতৰ মাধ্যমিক বিদ্যালয়েই অঞ্চলটো শিক্ষাৰ প্ৰাণকেন্দ্ৰ স্বৰূপ।

**দেওমৰনৈ ছোৱালী উচ্চ মাধ্যমিক বিদ্যালয় ঃ** ১৯৬৯ চনত দেওমৰনৈৰ মাজ মজিয়াত দেওমৰনৈ আদৰ্শ ছোৱালী মাইনৰ স্কুল প্ৰতিষ্ঠা হৈছিল পিছলৈ উচ্চ ইংৰাজী বিদ্যালয়লৈ উন্নীত এই বিদ্যালয়খনি অঞ্চলটোৰ স্ত্ৰী শিক্ষাৰ একমাত্ৰ আৰু পুৰণি শিক্ষানুষ্ঠান।

**দেওমৰনৈ মহাবিদ্যালয় ঃ** ১৯৮৭ চনৰ ১৩ নৱেম্বৰ তাৰিখে দেওৰনৈ আঞ্চলিক যুৱ সমাজৰ দ্বাৰা আহ্বায়িত ৰাজহুৱা সভাই দেওমৰনৈত এখন মহাবিদ্যালয় প্ৰতিষ্ঠা কৰাৰ সিদ্ধান্ত লয়।**দেওমৰনৈ মহাবিদ্যালয়** নামকৰণেৰে পৰিচিত এই মহাবিদ্যালয় এতিয়া জিলাখনৰ আগশাৰীৰ উচ্চ শিক্ষাৰ অনুষ্ঠান ৰূপে গঢ়লৈ উঠিছে। ১৯৯৩ চনত এই মহা বিদ্যালয়ত স্নাতক শাখাও মুকলি কৰা হয়। কলা আৰু বাণিজ্য শাখা মিলি প্ৰায় ১৫০০ ছাত্ৰ-ছাত্ৰীয়ে এই মহাবিদ্যালয়ত অধ্যয়ন কৰি আছে। তদুপৰি ইয়াৰ পৰা প্ৰায় চাৰি কিলোমিটাৰ দূৰত আছে অন্য এক উচ্চ শিক্ষানুষ্ঠান **'বুঢ়ীনগৰ মহাবিদ্যালয়'**।

**দেওমৰনৈ বি.এড. মহাবিদ্যালয় ঃ** ১৯৯৩ চনত দেওমৰনৈ ৰাইজৰ আশাশুধীয়া প্ৰচেষ্টাত গঢ় লৈ উঠে দেওমৰনৈ বি.এড. মহাবিদ্যালয়। বিভাগীয় স্বীকৃতি লাভ কৰা এই মহাবিদ্যালয় খনিয়ে শিক্ষাদানৰ দৰে মহৎ কাৰ্যত নিয়োজিতসকলৰ উপৰিও অন্যান্য শিক্ষানুৰাগী সকলক দূৰৈৰ মানিক হাততে পোৱাৰ দৰে বিশেষ ভাবে সহায় কৰিছে।

**অন্যান্য শিক্ষানুষ্ঠান ঃ** ইয়াৰ উপৰিও দেওমৰনৈত আছে দেওমৰনৈ প্ৰাথমিক বিদ্যালয়, দেওমৰনৈ মডেল ইংলিচ স্কুল, দেওমৰনৈ জাতীয় বিদ্যালয়, দেওমৰনৈ আঞ্চলিক জাতীয় বিদ্যালয়, দেওমৰনৈ সংগীত মহাবিদ্যালয়, তদুপৰি বৃহত্তৰ এলেকাটোৰ প্ৰতিটো চুবুৰীতে একোখনকৈ প্ৰাথমিক বিদ্যালয়, আৰু অঙ্গনবাড়ী কেন্দ্ৰ। উচ্চ-মাধ্যমিক পৰ্যায়ৰ শিক্ষাৰ ক্ষেত্ৰত এলেকাটোত কে'বাখনো মধ্য ইংৰাজী আৰু উচ্চ ইংৰাজী বিদ্যালয় আছে। উচ্চ শিক্ষাৰ বাবে স্থাপিত বিদ্যালয় সমূহ হ'ল-



জাপমৰাবড়ি উচ্চ মাধ্যমিক বিদ্যালয়, লেঙ্গেৰীয়াঝাৰ উচ্চ মাধ্যমিক বিদ্যালয়, ভূড়াৰ গড় গান্ধীস্মৃতি মধ্য আৰু উচ্চ ইংৰাজী বিদ্যালয়, পদুম পুখুৰী মধ্য আৰু উচ্চ ইংৰাজী বিদ্যালয়, বালিপোতা মধ্য আৰু উচ্চ ইংৰাজী বিদ্যালয়, লক্ষীমপুৰ মজলীয়া আৰু উচ্চ ইংৰাজী বিদ্যালয় আদি।

**স্বাস্থ্য-চিকিৎসা সেৱা ঃ** অঞ্চলটোৰ চিকিৎসা সেৱাৰ ক্ষেত্ৰত সৌ তাহাদিৰ দিনৰে পৰা **'বুঢ়ীনগৰ প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰ'**টিয়েই আছিল একমাত্ৰ স্বাস্থ্যকেন্দ্ৰ। জনসাধাৰণৰ চিকিৎসা সেৱাৰ উন্নয়নৰ অৰ্থে ১৯৮৯ চনত শুভ উদ্বোধন হয় **'দেওমৰনৈ ত্ৰিশখন বিচনা যুক্ত গ্ৰাম্য চিকিৎসালয়'**। তদুপৰি এই অঞ্চলত আছে এখন **আয়ুৰ্বেদিক চিকিৎসালয়**। পশুধনৰ চিকিৎসাৰ বাবে **দেওমৰনৈ ৰাজ্যিক পশু চিকিৎসালয়** খনিয়ে নিতৌ সেৱা আগবঢ়াই আছে।

**দেওমৰনৈ আঞ্চলিক যুৱ সমাজ ঃ** ১৯৭২চনত প্ৰতিষ্ঠিত এই সমাজৰ গুৰুত্ব অঞ্চলটোত বিৰাজমান। কিয়নো দেওমৰনৈ নতুন ৰূপত গঢ়ি তোলা তথা দেওমৰনৈৰ বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠাৰক্ষেত্ৰত দেওমৰনৈ আঞ্চলিক যুৱ সমাজেই মূল ভূমিকা লৈ আহিছে।

**অন্যান্য অত্যাৱশ্যকীয় সেৱা ঃ** অন্যান্য অত্যাৱশ্যকীয় সেৱা সমূহৰ ভিতৰত আছে-- অসম গ্ৰামীণ বিকাশ বেংকৰ দেওমৰনৈ শাখা, দেওমৰনৈ উপ ডাকঘৰ,দেওমৰনৈ এড়ী সঁচ পাম, পানীযোগান আঁচনি, দূৰসংযোগ ব্যৱস্থা, নাট্য বিদ্যালয়, সপ্তাহটোৰ প্ৰতি বুধ আৰু শনিবাৰে দেওমৰনৈৰ মাজ মজিয়াত আছে এখন অৰ্দ্ধ-সাপ্তাহিক বজাৰ আৰু প্ৰতি বছৰে বৃহত্তৰ অঞ্চলটোৰ ৰাইজৰ উমৈহতীয়া অনুষ্ঠান ৰূপে উদ্‌যাপিত হৈ আহিছে শাৰদীয় দুৰ্গোৎসৱ।

**দেওমৰনৈ সাহিত্য সভা ঃ** এটি ঐতিহাসিক অঞ্চল হিচাপে তাহানিৰ দিনটো এই অঞ্চলৰ আশেপাশে সাহিত্য-সংস্কৃতিৰ চৰ্চা হোৱাৰ কথা পঢ়িবলৈ পোৱা যায়। দেওমৰনৈ পৰা প্ৰায় সাত কিলোমিটাৰ উত্তৰ দিশত কলাইগাঁওৰ ওচৰৰ ডলাত শ্ৰীশ্ৰীগোবিন্দ মিশ্ৰ কিছুদিন আছিল আৰু তাতেই তেওঁ গীতাৰ পদ অসমীয়ালৈ ভাঙণি কৰিছিল বুলি বহুতে দাবী কৰে। তদুপৰি দেওমৰনৈৰ পৰা পাঁচ কিলো মিটাৰ পশ্চিম দিশত চমতীয়াপাৰাত কবি ৰাম সৰস্বতীয়েও কিছু দিন বাস কৰিছিল বুলি জনা যায়। তাৰোপৰি লেচাকোণীয়া গোবিন্দ আতৈয়ে প্ৰতিষ্ঠা কৰা খটৰা সত্ৰ আজিও বিদ্যমান, যি দৰঙৰ সাহিত্য-সংস্কৃতি চৰ্চাৰ প্ৰাণকেন্দ্ৰ স্বৰূপ হৈ পৰিছে। তেনেস্থলত দেওমৰনৈক কেন্দ্ৰ কৰি ১০/১২ কিলোমিটাৰ ব্যাসাৰ্দ্ধৰ এই অঞ্চলটো সাহিত্য-সংস্কৃতিৰ প্ৰাণ কেন্দ্ৰ আছিল বুলি ভাবিব পাৰি।

অঞ্চলটোৰ সাহিত্যসেৱাৰ একমাত্ৰ অনুষ্ঠান হ'ল **দেওমৰনৈ সাহিত্য সভা**। ১৯৭৮ চনতে দেওমৰনৈ এলেকাৰ ভালে সংখ্যক শুভচিন্তক ব্যক্তিৰ আশাশুধীয়া প্ৰচেষ্টাৰ ফলশ্ৰুতিত দেওমৰনৈ সাহিত্য সভাৰ জন্ম হৈছিল। জিতেন্দ্ৰ নাথ শৰ্মা

সভাপতি আৰু বিশ্বনাথ শৰ্মা আছিল এই শাখাৰ সম্পাদক। অসম সাহিত্য সভাৰ স্বীকৃতি প্ৰাপ্ত দেওমৰনৈ সাহিত্য সভাই অঞ্চলটোৰ সাহিত্য সেৱীসকলক একত্ৰিত কৰি সাহিত্যৰ বাতাবৰণ গঢ়ি তোলা কাৰ্যত ব্ৰতী হৈ আছে। সভাই অঞ্চলটোৰ ভালে সংখ্যক নবীন-প্ৰবীণ লেখকক উলিয়াই আনিবলৈ সক্ষম হৈছে। বিভিন্নজনে সাহিত্য চৰ্চা তথা গ্ৰন্থ প্ৰকাশ কৰি প্ৰতিষ্ঠা লাভ কৰিছে আৰু কিছু সংখ্যকে প্ৰতিষ্ঠা লাভ কৰাৰ দিশত আগবাঢ়িছে। বিগত বছৰবোৰত সভাই নিজা ববীয়াকৈ **দেওমৰনৈ সাহিত্য সভা পত্ৰিকা** প্ৰকাশ কৰাৰ উপৰিও উদীয়মান লেখক-লেখিকাৰ ৰচনা সম্ভাৰ প্ৰকাশ কৰি তেওঁলোকক উৎসাহিত কৰি আহিছে। বৰ্তমানলৈ শাখা সভাৰ তৰফৰ পৰা প্ৰকাশ পাইছে ভাৰত ভূষণ মহন্তৰ সম্পাদিত **'দেৱ-যে-মন্নাই'**, শৈলেন কুমাৰ ৰাজবংশীৰ সম্পাদিত **'মৰনৈ-দেওমৰনৈ'**, আৰু প্ৰকাশৰ বাবে সাজু হৈ উঠিছে **'দৰঙী লোকসাহিত্য সমীক্ষা'** আৰু **'কবিতা মঞ্জৰী'** ইয়াৰ উপৰিও সভাই কমি নাথ ডেকা, মহেশ ৰাজবংশী, বানেশ্বৰী ডেকা, বিশ্বনাথ শৰ্মা, হিতেশ্বৰ শৰ্মা, দুৰ্ল্লভ শৰ্মা, সৰ্বানন্দ শৰ্মাদেৱৰ কে'বাখনো গ্ৰন্থ প্ৰকাশ কৰিছে। সাহিত্য সভাৰ কৰ্মৰাজীৰে অনুপ্ৰাণিত হৈ ধনেশ্বৰ শৰ্মা, তৰনুৰাম ৰাজবংশী শাস্ত্ৰী, শৈলেন কুমাৰ ৰাজবংশী, জুৰি শৰ্মা, চন্দ্ৰমা শৰ্মা, বীণা দেৱী, দক্ষশীল শৰ্মা আদিয়ে নিজাববীয়াকৈ গ্ৰন্থ প্ৰকাশ কৰিছে।

এই সভাই ৰূপায়ণ কৰা বিভিন্ন কাৰ্যসূচীৰ সুবাদতে দেওমৰনৈ অঞ্চলৰ ৰাইজে বিভিন্নজন বৰেণ্য ব্যক্তিৰ সান্নিধ্য লাভ কৰিবলৈ সক্ষম হৈছে — যিসকলৰ উপস্থিয়ে অঞ্চলটিক ধন্য কৰিলে তেওঁলোকৰ ভিতৰত আছে—নৱকান্ত বৰুৱা, ভবানন্দ ৰাজখোৱা, ড° নিৰ্মল প্ৰভা বৰদলৈ, চন্দ্ৰ প্ৰসাদ শইকীয়া, ড° মামণি ৰয়চম গোস্বামী, নিৰুপমা বৰগোহাঞি ড° লক্ষ্মীনন্দন বৰা, ড° বীৰেন্দ্ৰ নাথ দত্ত, কনকসেন ডেকা, ৰংবং তেৰাং, ড° নবীন চন্দ্ৰ শৰ্মা, ড° দয়ানন্দ পাঠক, ৰিজু হাজৰিকা, ইদ্ৰিছ আলি, প্ৰভাত চন্দ্ৰ শৰ্মা শাস্ত্ৰী, ড° প্ৰদীপ ভূঞা, সতীশ চন্দ্ৰ চৌধুৰী, শৈল বৰুৱা আদি। **জিলা খনৰ শ্ৰেষ্ঠ সংগঠক শাখা** হিচাপে বঁটা প্ৰাপক **দেওমৰনৈ সাহিত্য সভাৰ** গৌৰৱৰ স্থল হ'ল বিদগ্ধ সংস্কৃত পণ্ডিত সদ্যপ্ৰয়াত **নৰেন্দ্ৰ দেৱ শাস্ত্ৰী**। তেখেতৰ জন্মভূমি হ'ল দেওমৰনৈ এলেকাৰ বড়িগাঁও। এই অঞ্চলৰ পানী, বায়ু সেৱন কৰিয়ে জীৱনৰ আদি ভাগ এই অঞ্চলৰ মাটিত অতিবাহিত কৰা শাস্ত্ৰীদেৱ চাকৰি সূত্ৰে জীৱনৰ বিয়লি বেলা তেওঁ তেজপুৰবাসী হলেও জীৱনৰ শেষ মুহূৰ্ত্তলৈকে এই অঞ্চলৰ এগৰাকী স্বনামধন্য ব্যক্তিৰূপে অঞ্চলবাসীক গৌৰৱ কৰাৰ সুবিধাকণ দি গ'ল। তদুপৰি দেওমৰনৈ সাহিত্য সভাৰ সদস্য ৰূপে নিজকে নিয়োজিত কৰি বৰ্তমানলৈ উপদেষ্টাৰূপে দায়িত্ব পালন কৰি দেওমৰনৈ আৰু দেওমৰনৈ সাহিত্য সভাৰ উন্নয়নৰ হকে কাম কৰা পাতিদৰং গাঁও নিবাসী **ডঃ পৰমানন্দ ৰাজবংশী** আমাৰ গৌৰৱ। তেওঁ চাকৰি সূত্ৰে গুৱাহাটীত থাকে। তেখেতে বৰ্তমান অসম



সাহিত্য সভাৰ দৰে এটা বৃহৎ জাতীয় অনুষ্ঠানৰ **প্ৰধান সম্পাদকৰ** দায়িত্বলৈ নিষ্ঠাৰে সেৱা আগবঢ়াই আছে। দেওমৰনৈ অঞ্চলৰ পাশ্বৱৰ্তী লোজোৰা গাঁৱৰ **ধনপতি কলিতা** অঞ্চলটিৰ এগৰাকী অগ্ৰণী সাহিত্যিক। বৰ্তমান মঙ্গলদৈ নিবাসী কলিতাদেৱে দৰং জিলা সাহিত্য সভাৰ সভাপতিৰ আসন অলংকৃত কৰি অঞ্চলটিৰ নাম উজলাইছে। তদুপৰি ৰান্ধনীসত্ৰৰ নিবাসী তথা দেওমৰনৈ সাহিত্য সভাৰ প্ৰাক্তন সম্পাদক **ভাৰত ভূষণ মহন্তই** দৰং জিলা সাহিত্য সভাৰ উপ-সভাপতি হিচাপে দায়িত্ব লোৱাৰ উপৰিও বৰ্তমান ভাৰপ্ৰাপ্ত সভাপতি হিচাপে কাৰ্যনিৰ্বাহ কৰি আছে, দেওমৰনৈ সাহিত্য সভাৰ এগৰাকী প্ৰাক্তন সম্পাদক **শৈলেন কুমাৰ ৰাজবংশীয়ে** দৰং জিলা সাহিত্য সভাৰ সম্পাদকৰ দায়িত্ব পালন কৰাৰ উপৰিও ২০০৭-২০০৯ বৰ্ষত অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সদস্য আৰু ২০০৯-২০১১ বৰ্ষত বৰ্তমান দ্বিতীয়টো কাৰ্যকালৰ বাবে অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সদস্য ৰূপে দায়িত্বত আছে, দেওমৰনৈ অঞ্চলৰ বড়িগাঁও নিবাসী, অঞ্চলটোৰ এগৰাকী সাহিত্য-সংস্কৃতি তথা সমাজ কৰ্মী **যাদৱ শৰ্মা** চাকৰি সূত্ৰে অৰুণাচলত থাকে। তেওঁ বৰ্তমান২০০৯-২০১১ বৰ্ষৰবাবে অৰুণাচলৰ প্ৰতিনিধি হিচাপে অসম সাহিত্য সভাৰ কাৰ্য নিৰ্বাহক সমিতিত নিষ্ঠাৰে দায়িত্ব পালন কৰি আছে। তদুপৰি দেওমৰনৈ সাহিত্য সভাৰ এগৰাকী প্ৰাক্তন সম্পাদক **মঃ আব্দুল কাদিৰ আহমেদে** দৰং জিলা সাহিত্য সভাৰ সম্পাদকৰ দায়িত্ব সুচাৰু ৰূপে পালন কৰাৰ উপৰিও আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ পৰা গীতিকাৰ ৰূপে স্বীকৃতি লাভ কৰি দেওমৰনৈ সাহিত্য সভাৰ গৌৰৱ বৃদ্ধি কৰিছে। তদুপৰি দেওমৰনৈ সাহিত্য সভাৰ এগৰাকী প্ৰাক্তন সদস্য ডক্টৰ শৰৎ চন্দ্ৰ শৰ্মা আছিল এগৰাকী বিশিষ্ট্য শিক্ষাবিদ তথা গৱেষক পণ্ডিত। শ্ৰদ্ধেয় শৰ্মাদেৱে অকালতে চিৰদিনৰ বাবে বিদায় লয় যদিও পণ্ডিত গৰাকীৰ সহধৰ্মিনী শ্ৰীসৰলাময়ী দেৱীয়ে দৰং জিলা সাহিত্য সভাত দহ হেজাৰ টকাৰ এটি ন্যাস মুকলি কৰি দিছে। এই ন্যাসৰ সুতৰ ধনেৰে দৰং জিলা সাহিত্য সভাই প্ৰতি বছৰে প্ৰৱেশিকা পৰীক্ষাত বিজ্ঞান বিষয়ত জিলাৰ ভিতৰত সৰ্বোচ্চ নম্বৰ পোৱা ছাত্ৰ বা ছাত্ৰীলৈ বঁটা প্ৰদান কৰি আহিছে। তদুপৰি দেওমৰনৈ সাহিত্য সভাৰ আন এগৰাকী প্ৰাক্তন সদস্য ৰাজ্যিক পুৰস্কাৰ প্ৰাপ্ত কৃতী শিক্ষক নৰপতি ডেকাৰ সহধৰ্মিনী শ্ৰীৰশ্মি প্ৰিয়া ডেকাই দৰং জিলা সাহিত্য সভাই প্ৰকাশ কৰা 'দৰঙী শব্দ কোষ' গ্ৰন্থ খনিৰ প্ৰকাশৰ বাবে আৰ্থিক সহযোগিতা আগবঢ়োৱাৰ লগতে জিলা সাহিত্য সভাৰ এইগ্ৰন্থখনি উন্মোচনী সভাখন দেওমৰনৈ সাহিত্য সভাৰ হকে আয়োজনৰ সকলো ব্যয় বহন কৰি দেওমৰনৈ সাহিত্য সভাক গৌৰৱবোধ কৰিবলৈ সুবিধা প্ৰদান কৰিছে।

দেওমৰনৈ সাহিত্য সভাই ৰূপায়ণ কৰা অন্য দুটা উল্লেখনীয় কৰ্মএনেধৰণৰ—

অসম সাহিত্য সভাৰ ছিপাঝাৰ অধিবেশনৰ সমগ্ৰ প্ৰতিনিধিসকলৰ আপ্যায়নৰ বাবে দেওমৰনৈ সাহিত্য সভাৰ তৰফৰ পৰা পিঠাচুণ্ডা আগবঢ়োৱাৰ লগতে পৰিবেশন

কৰি অভিলেখ স্থাপন কৰিবলৈ সক্ষম হোৱাৰ উপৰিও এই সভাৰ বৃহৎ সংখ্যক সেৱকৰদলে আপ্যায়ণৰ দায়িত্ব নিষ্ঠাৰে পালন কৰি প্ৰশংসা বুটলিছিল। এই ক্ষেত্ৰত মহেশ ৰাজবংশী, প্ৰফুল্ল কলিতা, সৰ্বানন্দ শৰ্মা, মতিৰাম শইকীয়া, হেম বৰুৱা, গোপীকান্ত কাকতি, যুগল শৰ্মা আদিয়ে আগভাগ লৈ স্বেচ্ছাসেৱক সকলক নেতৃত্ব দিছিল।

আনহাতে দেওৰনৈ শাখা সাহিত্য সভাৰ কৰ্ম কৰ্তাসকলে আন্তৰিকতাৰে সেৱা আগবঢ়াই সফল হৈছিল ২০০৮ খ্ৰীষ্টাব্দৰ ১১ মাৰ্চৰ পৰা ১৯ মাৰ্চলৈ মঙলদৈত অনুষ্ঠিত **নেচনেল বুক ট্ৰাষ্ট অফ ইণ্ডিয়াৰ** ৰাষ্ট্ৰীয় পৰ্যায়ৰ গ্ৰন্থ মেলাৰ সময়ত। **ডঃপৰমানন্দ ৰাজবংশী** সমন্বয়ক হোৱাৰ সুবাদতে তেখেতৰ প্ৰচেষ্টাত দৰং জিলাৰ মঙলদৈ নগৰত প্ৰথম বাৰৰ বাবে **'ৰাষ্ট্ৰীয় গ্ৰন্থ মেলা'** অনুষ্ঠিত হৈছিল। এই গ্ৰন্থমেলা পৰিচালনা সমিতিৰ এগৰাকী সম্পাদক আছিল দেওমৰনৈ সাহিত্য সভাৰ প্ৰাক্তন সম্পাদক **শৈলেন কুমাৰ ৰাজবংশী**। সমন্বয়ক আৰু এগৰাকী সম্পাদক দেওমৰনৈ শাখাৰ হোৱাত দেওমৰনৈ সাহিত্য সভাৰ এগৰাকী সদস্য **হেম বৰুৱাদেৱৰ** নেতৃত্বত সভাৰ এটি কৰ্মীদলে গ্ৰন্থমেলাৰ আটাইকেইদিনতে বিভিন্ন দায়িত্ব পালন কৰি প্ৰথম বাৰৰ বাবে অনুষ্ঠিত এই ৰাষ্ট্ৰীয় গ্ৰন্থ মেলা সফল কৰি তোলাৰ দিশত অৰিহনা যোগায়। এই গ্ৰন্থমেলাত দেওমৰনৈ সাহিত্য সভাই এখন ৰাজ্যিক পৰ্যায়ৰ কবি সন্মিলনৰ আয়োজন কৰিছিল।

দেওমৰনৈ সাহিত্য সভাই সাহিত্য সংস্কৃতিৰ প্ৰসাৰ-প্ৰচাৰত গুৰুত্ব দিয়াৰ বাবে প্ৰচেষ্টা অব্যাহত ৰাখিছে। সভাই বৃহত্তৰ অঞ্চলটো কেন্দ্ৰ স্বৰূপ দেওমৰনৈত **'দেওমৰনৈ সাহিত্য সভা প্ৰকল্প'** নিৰ্মাণৰ কাম আৰম্ভ কৰিছে। ক্ষুদ্ৰ সভা গৃহ, কাৰ্যালয় ভৱন আৰু পুথিভঁড়াল আদি এই প্ৰকল্পৰ অন্তৰ্ভুক্ত। দেওমৰনৈ সাহিত্য সভাৰ প্ৰকল্প চৌহদত অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক ডঃপৰমানন্দ ৰাজবংশীয়ে এটি পুথিভঁৰাল আৰু গবেষণা প্ৰতিষ্ঠান নিৰ্মাণ কৰিবলৈ আগবাঢ়ি আহিছে। যোৱা ৯/১২/০৯ তাৰিখ আৰু ১১/১২/০৯ তাৰিখে অনুষ্ঠিত দেওমৰনৈ সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক আৰু ৰাজহুৱা সভাৰ সিদ্ধান্ত মৰ্মে এই পুথিভঁৰালৰ নাম **'তনুৰাম ৰাজবংশী(শাস্ত্ৰী) পুথিভঁৰাল আৰু দৰঙী গৱেষণা প্ৰতিষ্ঠান'** নাম দিবলৈ সিদ্ধান্ত কৰিছে। বৌদ্ধিক ক্ষেত্ৰত সহায়ক হোৱাকৈ নিৰ্মাণ কৰিব বিচৰা পুথিভঁৰালটি ২৫ ডিচেম্বৰ,২০০৯ তাৰিখে আনুষ্ঠানিকভাবে উদ্বোধন কৰে অসম সাহিত্য সভাৰ মাননীয় সভাপতি **পদ্মশ্ৰীৰংবং তেৰাংদেৱে**। আশা কৰা হৈছে দেওমৰনৈ সাহিত্য সভাৰ এনে প্ৰচেষ্টাই অঞ্চলটিত সাহিত্য- সংস্কৃতিৰ বাতাবৰণ গঢ়ি তোলাত উল্লেখনীয় ভূমিকা ল'ব পাৰিব।❑❑



# লেখক পৰিচিতি

**ডº নবীনচন্দ্ৰ শৰ্মা –**

লোকসংস্কৃতিৰ বিশিষ্ট গৱেষক পণ্ডিত, শৰ্মা গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোকসংস্কৃতি, গৱেষণা বিভাগৰ অৱসৰী মুৰব্বী অধ্যাপক।

**ডº বিজয় কুমাৰ শৰ্মা –**

মঙলদৈ মহাবিদ্যালয়ৰ জ্যেষ্ঠ প্ৰবক্তা, সুবক্তা, বিশিষ্ট লেখক, গৱেষক শৰ্মা দৰং জনকৃষ্টি সমাজৰ সম্পাদক।

**ডº গিৰীশ চন্দ্ৰ গোস্বামী —**

প্ৰাৱন্ধিক, গৱেষক,গোস্বামী মঙলদৈ মহাবিদ্যালয়,অৱসৰী অধ্যক্ষ।

**ডº কনক চন্দ্ৰ চহৰীয়া –**

বিশিষ্টলেখক,গৱেষক চহৰীয়া গুৱাহাটী বিশ্ববিদ্যালয় অধ্যাপক।

**মুকুল কুমাৰ চহৰীয়া –**

প্ৰবন্ধকাৰ চহৰীয়া ছিপাঝাৰ মহবিদ্যালয়ৰ প্ৰবক্তা।

**ধীৰেশ্বৰ বৰ' নাৰ্জি –**

বিশিষ্ট লেখক, বড়ো সংগীতৰ বিশিষ্ট সাধক, নাৰ্জিদেৱ স্বীকৃতি প্ৰাপ্ত গীতিকাৰ ।

**ডº জীৱন চন্দ্ৰ পাঠক –**

বিশিষ্ট লেখক, গৱেষক পাঠক টংলা মহাবিদ্যালয় প্ৰবক্তা।

**কমিনাথ ডেকা –**

নিৱন্ধকাৰ, অৱসৰী অধ্যক্ষ ডেকা দেওমৰনৈ সাহিত্য সভাৰ প্ৰাক্তন সভাপতি।

**ডº ৰামচন্দ্ৰ ডেকা –**

প্ৰাৱন্ধিক, কবি, গৱেষক ডেকা দৰং জিলা সাহিত্য সভাৰ প্ৰাক্তন সম্পাদক আৰু অসম সাহিত্য সভা প্ৰাক্তন পত্ৰিকা সম্পাদক।

**হৰেণ ডেকা –**

লেখক, সাংবাদিক, প্ৰবক্তা ডেকা ছিপাঝাৰ জনতা মহাবিদ্যালয়ৰ প্ৰবক্তা।

**অনিতা দেৱী–**

লেখিকা শ্ৰীদেৱী দেওমৰনৈ মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰবক্তা।

**অখিল ৰঞ্জন ভট্ট –**

লেখক, সাংবাদিক ভট্ট দিপীলা মহাবিদ্যালয়, প্ৰবক্তা।

**জিতেন হাজৰিকা –**

লেখক , সুবক্তা, হাজৰীকা বুঢ়ীনগৰ মহাবিদ্যালয় প্ৰবক্তা।

**ঘটেশ্বৰ বৰুৱা –**

প্ৰাৱন্ধিক, কবি, বৰুৱা টংলা মহাবিদ্যালয় প্ৰবক্তা।

**খাইৰুল হুছেইন –**

নিৱন্ধকাৰ, লেখক হুছেইন দৰং জিলা সাহিত্য সভা প্ৰাক্তন পত্ৰিকা সম্পাদক।

**বলবাহাদুৰ ছেত্ৰী –**

বিশিষ্ট লেখক ছেত্ৰী কুৰুৱা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অধ্যক্ষ ।

**চহিৰুদ্দিন আলি আহমেদ –**

গীতিকাৰ, লেখক আলি আহমেদ দৰং জিলা সাহিত্য সভাৰ প্ৰাক্তন সম্পাদক আৰু অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সদস্য।

**ইন্দ্ৰেশ্বৰ শৰ্মা –**

প্ৰাৱন্ধিক, শৰ্মা দলংঘাট উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বিষয় শিক্ষক, আৰু নৈপৰীয়া সাহিত্য সভাৰ সভাপতি।

**কৰুণা কান্ত ভাগৱতী –**

নিৱন্ধকাৰ, গল্পকাৰ ভাগৱতী ডাকুৱা হাইস্কুলৰ সহকাৰী শিক্ষক।

**শশীধৰ নাথ –**

বিশিষ্ট লেখক, সাহিত্যিক পেঞ্চনাৰ নাথ দৰং জিলা সাহিত্য সভাৰ প্ৰাক্তন সভাপতি।

**শাশ্বতী শৰ্মা —**

কবি, প্ৰাৱন্ধিক শৰ্মা কলাইগাঁও মহাবিদ্যালয়ৰ প্ৰবক্তা।

**বিনন্দ কুমাৰ ডেকা –**

লেখক ডেকা ছিপাঝাৰ সাংস্কৃতিক কেন্দ্ৰৰ বিষয়া।

**ৰেৱণ চন্দ্ৰ নাথ –**

লেখক নাথ অৱসৰী অধ্যক্ষ, বিশিষ্ট লেখক, দৰং জিলা সাহিত্য সভাৰ প্ৰাক্তন সভাপতি।

**ড° প্ৰসন্ন কুমাৰ নাথ –**

গৱেষক নাথ, ছিপাঝাৰ মহাবিদ্যালয়ৰ প্ৰবক্তা।

**অধ্যাপক ইদ্ৰিছ আলি—**

বিশিষ্ট লেখক, সুবক্তা, গীতিকাৰ আলি দৰং জিলা সাহিত্য সভাৰ প্ৰাক্তন সভাপতি



আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন উপ-সভাপতি।

**শৈলেন কুমাৰ ৰাজবংশী —**

নিৱন্ধকাৰ ৰাজবংশী দৰং জিলা সাহিত্য সভাৰ প্ৰাক্তন সম্পাদক আৰু অসম সাহিত্য সভা কাৰ্যনিৰ্বাহক সদস্য।

